# আকাশবন্তি

নীলিমা দত্ত

মিত্র এজেন্সি এণ্ড কোং
তিনিচুকীয়া ; অসম

: প্ৰকাশক :

॥ শ্ৰীনৰেন্দ্ৰ নাথ দাস ॥

মিত্ৰ এজেঞ্চি এণ্ড কোঃ

তিনিচুকীয়া, অসম

: প্ৰচ্ছদপট :

॥ অজিত গুপ্ত ॥

কলিকতা

: প্ৰথম প্ৰকাশ :

॥ চেপ্টেম্বৰ, ১৯৬৭ চন ॥

: মুদ্ৰক :

॥ শ্ৰীবীৰেন্দ্ৰমোহন বসাক ॥

শ্ৰীদুৰ্গা প্ৰিন্টিং হাউচ্

১০ নং ডাঃ কাৰ্তিক বোস ষ্ট্ৰীট

কলিকতা-৯

**মূল্য ঃ পাঁচ টকা পঞ্চাশ পইচা**

## উৎসৰ্গ

অসমৰ ছাত্ৰ-ছাত্ৰীসকলৰ

হাতত—

বস্ত্র বৰুৱাৰ লৰাৰ বিয়াৰ দিনা ৰভাতলীত তিৰোতাসকলৰ মেলত পেহীয়েক পদ্মাৱতীয়ে আগভাগ লৈছে। বিধৱা পেহীয়েক বৃদ্ধা পদ্মাৱতী বস্ত্র বৰুৱাৰ পুতেক ৰমেনৰ বিয়ালৈ পষেকৰ আগতে আহি আছিলহি। পদ্মাৱতীৰ নিজৰ সন্তান নাই। বিধৱা হোৱাৰ পিছৰপৰাই বস্ত্র বৰুৱাঁইতকে সন্তান সদৃশ দেখি আহিছে যদিও পিতৃ-পৰিয়ালৰ বিৰুদ্ধে বুঢ়ীৰ অন্তৰত জুই একুৰা উমি উমি জ্বলি আছে। বুঢ়ীৰ দাঁত দুপাৰি সৰিছে। চুলিবোৰ বগা পৰিছে। কিন্তু বয়সৰ জোখাই কঁকাল পৰা নাই। পোন হৈ এতিয়াও বহে, পোন হৈ খোজো কাঢ়ে। বহুতৰ মাজত বহিলে বুঢ়ী জিলিকি থাকে। পুৰণি উকা পাতৰ ৰিহা-মেখেলাযোৰৰ ওপৰত আশী সূতাৰ চেলেংখনেৰে বুঢ়ী আজিও ৰভাতলীত উজলি আছে। পদ্মাৱতীয়ে কেইবাগৰাকী তিৰোতাৰ মাজত বহি বিয়াখনৰ ইটো-সিটো খুঁত উলিয়াই কথা পাতিছে। পদ্মাৱতীয়ে ভদ্ৰ শইকীয়াৰ ঘৈণীয়েকৰ ফালে চাই কবলৈ ধৰিলে—

“তোমালোকেতো দেখিছাই—ঈশ্বৰৰ শাও-পাত আমাৰ ঘৰখনৰ ওপৰত কেনেকৈ পৰি আহিছে। তাকে হে কৈছোঁ, শুভকাৰ্য্য এটা কৰিবলৈ ওলালে তাৰ আগ-গুৰি মাৰি কৰিব লাগে। ঘৰখনত কোনোবাই এই কথাটো ভাবি চাইছে নে?”

“এৰা আই, আগৰ দিন-কাল আৰু নাই।” বুলি শইকীয়ানীয়ে পদ্মাৱতীক সমৰ্থন জনালে।

“নাইতো, আগৰ আমাৰ বিয়া-সবাহত তেজপুৰৰ এঘৰ মানুহো বাদ নপৰিছিল। এইবাৰ দেখোন আমাৰ আপোন মানুহেই বহুত থাকি গ’ল।

যিবা মতা হ'ল তাৰে কেইঘৰমান মুখিয়াল লোকক আকৌ তামোল-পাণেৰে মতা নহ'ল। তোঞ্জনিটোও ভাল হোৱা নাই। মই তাকে হে ভাবিছোঁ। বেইখন সাজিবলৈ তইঁতে কলগছ চাৰিডালো নেপালি নে? ইমানমখা ডেকা-লৰাই কাম কৰিছে। সিহঁতক পাঁচিলেও কলপুলি চাৰিটা আনি দিলেহেঁতেন।"

পদ্মাৱতীয়ে এনেদৰে বিলাখনৰ এশ-এবুৰি দোষ উলিয়াই মনটো পাতলাব খোজোঁতেই এগৰাকীয়ে তাৰ মাজতে মাত লগালে—

"হয় নে আই, বিভূতি বোপাৰ বোলে কিবা খবৰ পোৱা গৈছে?"

বিভূতিৰ কথা ওলোৱাৰ লগে লগে ৰভাতলীৰ প্ৰায় সকলো বোৱাৰী-জীয়ৰী পদ্মাৱতীৰ কাষ চাপি আহিল। পদ্মাৱতীৰো টৌটোৱা পৰা গালৰ ওপৰেদি দুধাৰি চকুলো বাগৰি গ'ল। কিন্তু এই চকুলোৰ অৰ্থ পদ্মাৱতীয়ে নিজেই স্পষ্টকৈ ধৰিব নোৱাৰিলে। বুঢ়ীয়ে নিজক সংযত কৰি কৈ গ'ল—"এৰা, হওঁতে খবৰ এটা পোৱা গৈছে।"

"দেখাই-শুনাই তেখেত ককাইদেৱেকৰ দৰেই আছিল নে?"

"ওহোঁ, মুঠেই নাছিল। বিভূতি বৰ হৃষ্ট-পুষ্ট আছিল। মুখখন যেনে পকা থেকেৰাৰ দৰে ৰঙা বুদ্ধিও তেনে চোকা আছিল। তাৰ তিৰবিৰাই থকা চকু দুটা মোৰ এতিয়াও মনত পৰি থাকে। নিতাই পণ্ডিতে তাৰ কথা বোলে এতিয়াও কৈ থাকে দেহি! শ্ৰেণীত সি প্ৰথম হৈছিল। অকল পঢ়া-শুনাতেই নহয়, কি নাও বোৱা, কি লুইতত সাঁতোৰা, গছত উঠা, পৰ্ব্বত বগোৱা সকলোতে তাৰ অদ্ভুত ক্ষমতা।"

"হয় নে আই, বিভূতি ককাইদেউ বোলে ডাঙৰত হে নোহোৱা হৈছিল?" শইকীয়ানীয়ে আকৌ সুধিলে।

"নহয়নো কি? কিয় কলিবাৰী-চুকৰ তোমালোকৰে বংশৰ নবীন শইকীয়াৰ ছোৱালী তাৰৈ যচা নাছিল জানো? তাকে হে কওঁ বিধাতাৰ লিখন কোনে খণ্ডাব? তাৰ কপালত বিদেশী ছোৱালী আছিল, সি বিদেশী ছোৱালীকে পালে।"

"কোন দেশৰ ছোৱালীনো তেওঁ বিয়া কৰালে?" বৰ কৌতূহলেৰে আন এগৰাকীয়ে সুধিলে।

"কব নোৱাৰোঁ, পঞ্জাবী নে চঞ্জাবী।"



অলপ কৰ্কশ সুৰত পদ্মাৱতীয়ে উত্তৰ দিলে।

"পো-পোৱালি হবলা ছোৱালীটিয়েই?"

"এৰা, এজনী ছোৱালীয়েই হে। তাই এতিয়া বৰ ডাঙৰ হৈছে। কলেজত পঢ়েও বোলে।"

বিভূতি বৰুৱা নিৰুদ্দেশ হোৱাৰ কথা দৰং জিলাত কাৰো অবিদিত নহয়। আজি ত্ৰিশ বছৰ হৈ গলেও তেজপুৰৰ লৰা-বুঢ়া সকলোৰে মুখত বিভূতি বৰুৱাৰ সাধুকথা শুনিবলৈ পোৱা যায়। তেজপুৰৰ এই নাম জলা পৰিয়ালত বিভূতি বৰুৱাৰে কিয় আন কেইবাজনৰো অদ্ভুত ঘটনাৱলী মানুহৰ মুখে মুখে। বিভূতিৰ এগৰাকী সম্বন্ধীয়া ভনীয়েকে পুখুৰীৰ পানীত পৰি আত্মহত্যা কৰিছিল। মাজু খুৰায়েক পগলা হৈছিল। নৱ-বিৱাহিতা স্ত্ৰীক হত্যা কৰাৰ অপৰাধত জড়িত হৈ সেই বংশৰে আন এজন খুৰায়েকে কাৰাবৰণ কৰিব লগাত পৰিছিল। বিভূতিৰ দেউতাক হৰকান্ত বৰুৱাইও তেওঁৰ প্ৰথমা স্ত্ৰী কমলাক নানা অত্যাচাৰ কৰি লীলাৱতীক বিয়া কৰাইছিল আৰু তাৰ কিছু-দিনৰ পিছতে কমলাৰ মৃত্যু হৈছিল। সমাজৰ সৰ্ব্বসাধাৰণৰ বাহিৰত তেজপুৰৰ এই পৰিয়ালটো। তথাপি সদৌ অসমীয়া সমাজৰ এটা অঙ্গ স্বৰূপ বিভূতিহঁতৰ ঘৰখন। এই পৰিয়ালৰ লগত অসমৰ বিভিন্ন পৰিয়ালৰ এতিয়াও বিয়া-বাৰু চলে। আজি বহু বছৰ ধৰি বিয়াই প্ৰতি বৰুৱা-পৰিয়ালৰ বিবিধ ঘটনা তেজপুৰৰ মানুহে নতুনকৈ মনত পেলাই আহিছে। বিয়াৰ ওচৰ চাপিলে এওঁলোকৰ বিষয়ে ইঘৰ-সিঘৰে মেল পতা, তিৰোতাসকলে ইগৰাকীয়ে সিগৰাকীৰ আগত বি-বু-বা-বা কৰা—এইবোৰ পুৰণি কথা। কিন্তু বিয়া-বাৰু সমাপ্ত হৈ যোৱাৰ লগে লগে বৰুৱা-বংশত নিন্দা-গৰিহণাৰ ওৰ পৰে। তেওঁলোকৰ অস্বাভাৱিক কাৰ্য্যকলাপবোৰ পাহৰি সমাজৰ প্ৰায় সকলো মানুহে আকৌ একমুখে বৰুৱা-বংশৰ গুণগান কৰিবলৈকে লাগি যায়। অৱশ্যে কথাটো মিছাও নহয়। এফালে যেনেকৈ এই পৰিয়ালৰ কেইবাজন লোকো অস্বাভাৱিক মানসিকতাৰ আনফালে এই আঢ্যৱন্ত পৰিয়ালৰ বেছিভাগ মানুহেই বিশেষ প্ৰতিভাসম্পন্ন। এওঁলোকৰ কেইবাজনৰো সাংস্কৃতিক ক্ষেত্ৰত বিশিষ্ট স্থান আছে। সঙ্গীত-সাহিত্যত এওঁবিলাকৰ যথেষ্ট ৰাপ দেখিবলৈ পোৱা যায়। সেয়ে আকৌ এওঁলোকৰ প্ৰতি সমাজৰ দুই-এজনৰ অন্তৰত হিংসাৰ ভাবও একোৰ চৰা। এনেবোৰ হিংসুক মানুহে বৰুৱা-পৰিয়ালৰ বিষয়ে দুই-এষাৰ

বেছিকৈ নকৈ নোৱাৰে। বৰুৱা-বংশত বিয়া-বাৰুৰ সময় আহিলেই এই চকু-চৰহা মানুহবোৰৰ দুৰাশাৰ অন্ত নোহোৱা হয়। দৰা-কন্যাৰ কপালত বা কি লিখা আছে তাকেই ভাবি যেন এওঁলোক বৰ অস্থিৰ হৈ পৰে। ৰমেনৰ বিয়াতো ৰভাতলীৰ এনে এখন মেলতে বিভূতি বৰুৱাক কেন্দ্ৰ কৰি কথোপ-কথন চলিছিল।

"ছোৱালীজনীৰ নামটো কি বুলিছিল আইতা?" ৰমেনৰ ভনীয়েক ইলাই পদ্মাৱতীক সুধিলে।

"আকাশবন্তি। ছোৱালীজনী কি অ'? বাইদেৱেৰ নহব জানো। খুৰাৰৰ জীয়েৰ। মাকৰ জাতি যিয়েই নহওক লাগে।"

"অঁ' অঁ' বাইদেৱেইতো। মই বন্তি বাইদেউ বুলিয়েই মাতিম। দাদাৰ বিয়াৰ পিছত দেউতা কলিকতালৈ যাওঁ বুলিছে খুৰাক চাবলৈ। ময়ো যাম দেউতাৰ লগতে।"

"এৰা, এওঁ এতিয়া কলিকতালৈ যায়। যা যা, দৰা নোৱাৰৰ যো-জা কৰগৈ।" বুলি আইতাকে ইলাক আকৌ এবাৰ ভেকাহি মাৰিলে।

আইতাকৰ নিৰ্দ্দেশমতে ইলা উঠিল। লগতে উঠিল আৰু এজাক ছোৱালী। বিয়া-বাহৰৰ উহল-মালহ বহুখিনি যেন সিহঁতৰ মাজত সোমাই আছিল। বন-কৰা পাটৰ বিহা-মেখেলা পিন্ধি সিহঁত আনন্দতেই উত্ৰাৱল। সন্ধিয়াৰ এন্ধাৰক নেওচা দি গাভৰুহঁত জিলিকি উঠিছিল পোহৰৰ দৰে। সিহঁতৰ চঞ্চল উদ্দামত উছলি-মুছলি বিয়া-বাহৰ দুগুণে উজলি উঠিছিল।

ইলাই লগৰীয়াহঁতক লগত লৈ দৰা নোওৱাৰ যোগাৰখিনি থৰথৰকৈ কৰি পেলালেগৈ। কোনোজনীৰ হাতত মাহ-হালধি, কোনোজনীৰ হাতত তুলৰী, কোনোজনীয়ে ললে দৰাৰ কাপোৰ-কানি আৰু আৰ্চী-ফণি। সিহঁতে সমস্বৰে দিয়া উৰুলিৰ জাউৰি শুনি পদ্মাৱতী চমকি উঠিল থন্তেকৰ কাৰণে। তাৰপিছত আকৌ তলকা মাৰি বহি পৰিল। ওচৰত বহি থকা তিৰোতা-কেইগৰাকীয়ে "আমিও উঠোঁ" বুলি থিয় দিলে। বিয়া-বাহৰৰ পোহৰে পদ্মাৱতীৰ চকুত ছাট মাৰি ধৰিছিল। আকাশত তেতিয়া জ্বলি উঠিছিল অলেখ তৰা... প্ৰত্যেকটোৱেই যেন আকাশবন্তি। 'এৰা, আকাশবন্তিও চাগৈ বৰ ধুনীয়াজনী হৈছে। তাইৰ দেউতাকো এসময়ত ইমান ধুনীয়া আছিল।' পদ্মাৱতীয়ে আপোনভাৱেৰে জোৰা দি গল ত্ৰিশ বছৰৰ আগৰ বিভূতিৰ ইটো-সিটো



কাহিনী আৰু সিদিনা হঠাতে বিভূতি বৰুৱাই ৰত্ন বৰুৱালৈ লিখা চিঠিখনৰ এশাৰী-দুশাৰী কথা। বিভূতিৰ ত্ৰিশ-বছৰৰ জীৱনী গাঁথিবলৈ পদ্মাৱতীৰ বেছি সময় নেলাগিল। কিন্তু পদ্মাৱতীয়ে যি কাহিনী নিজৰ মনতে নিজে ৰচি গ'ল সেই কাহিনীয়ে তেওঁক বিন্ধিবলৈ হে ধৰিলে। বিভূতিক কেন্দ্ৰ কৰি বহু অশান্তি আৰু আক্ৰোশে বুঢ়ীৰ বৃদ্ধ প্ৰাণটোত জুমুৰি দি ধৰিলেহি।

ঠিক তেনে সময়তে ৰত্ন বৰুৱা আহি পদ্মাৱতীৰ কাষ চাপিলেহি। পেহীয়েকৰ কাষত তেওঁ সৰু লৰাটিৰ দৰে মাটিতে বহি পৰিল। পদ্মাৱতীয়ে ৰত্ন বৰুৱালৈ চাই কলে:

"তই চিন্তা নকৰিবি। যি হব লগা আছে হৈ থাকিব। তই চিন্তা কৰি একো কৰিব নোৱাৰ।"

"কিহৰ চিন্তাৰ কথা কৈছা পেহী?"

"তেনেকৈ একোৱে কথা কোৱা নাই। মুঠতে কৈছোঁ দেচোন।"

"অ' চিন্তা কৰিনো কি কৰিম? আমাৰ বংশত ভগৱানৰ যি অভিশাপ আছে তাক কোনে খণ্ডাব?"

"কোনে খণ্ডাব?" পদ্মাৱতীয়ে দীঘলীয়া সুৰত কলে।

"এইবিলাক কথা ভাবিয়েই মোৰ মনত বৰ অশান্তি। ৰমেনৰ বিয়া পাতিবলৈ ওলাই কত কথাই যে শুনিব লগা হ'ল। তাৰ মাজতে আকৌ বিভূতিৰ চিঠিখনে মোক চিন্তিত কৰি পেলালে।" কথাখিনি কৈ ৰত্ন বৰুৱাই ওপৰলৈ চালে।

"তাকেইতো ভাবিছোঁ। সেইখন তাৰ চিঠি হয়তো? তোৰ হাতত চিঠিখন আছে যদি পঢ়চোন। জোৰোণ দিবলৈ যোৱা হুলস্থুলখনৰ মাজত সেইদিনা চিঠিখন শুনা মোৰ ততাতৈয়া হ'ল। আৰু এবাৰ শুনো দে, পঢ়।"

পদ্মাৱতীৰ কথামতে ৰত্ন বৰুৱাই চোলাৰ জেপত আটম-টোকাৰিকৈ থোৱা চিঠিখন উলিয়ালে আৰু পেহীয়েকৰ আগত লাহে লাহে পঢ়িবলৈ ধৰিলে:

ককাইদেউ,

ঘৰৰপৰা ওলাই অহা আজি ত্ৰিশ বছৰ হ'লহি। মই ঘৰৰ খবৰ আলেঙে আলেঙে ৰাখি আছোঁ। আপোনালোকে হয়তো মোৰ খবৰ নেজানে। মই

বৰ্ত্তমান কলিকতাতে থাকোঁ। মই এগৰাকী পঞ্জাবী ছোৱালী বিয়া কৰাইছিলোঁ আজি প্ৰায় কুৰি বছৰৰ আগতে। নাম কুসুম। মোৰ মাত্ৰ এটি কন্যা-সন্তান। তাইৰ নাম আকাশবন্তি। তাই এতিয়া বি. এ. পঢ়িছে। মই এবাৰ ঘৰলৈ যাবলৈ ইচ্ছা কৰোঁ। লগত কুসুম আৰু বন্তিকো নিব খোজোঁ। আপোনাৰ চিঠি পালে সবিশেষ জনাম।

ইতি
বিভূতি

চিঠিখন শুনি পদ্মাৱতীয়ে চিন্তিতভাৱে আকাশলৈ চালে। পেহীয়েকলৈ চাই ৰত্ন বৰুৱাই সুধিলে—

"কি ভাবিছা পেহী ?"

"বিভূতিৰ কথাকে ভাবিছোঁ অ'। তাক চাবৰ বৰ মন গৈছে। সোনকালে তাক মাতি অনাৰে দিহা কৰ।"

"নহয় পেহী, তাক মাতি অনাতকৈ ময়ে আগতে এবাৰ সিহঁতক চাই আহোঁগৈ। সি যে বাচি আছে সেয়ে আমাৰ ভাগ্যৰ কথা, নহয় জানো পেহী ? পিছে এটা কথা, সি বিয়া কৰাইছে পঞ্জাবী ছোৱালী। বোৱাৰীৰ কথা মই একোকে নাজানো। আগতে জানি আহিলে ভাল হব। তাকতো আৰু অকলে মাতিব নোৱাৰি। তাতে বিভূতিয়ে নিজেই লিখিছে যে সি লগত বন্তি আৰু বোৱাৰীকো আনিব।"

"এৰা, মই তাকে হে ভাবিছোঁ। ঘৰৰপৰা গলি গলি—এজনী অসমীয়া ছোৱালী নেপালিহঁতেন নে ? এৰা দেও, কাৰ ভাগ্যত যে কি থাকে কোৱা টান।"

"মই ঘুন্থুক-ঘানাককৈ শুনিছিলোঁ সি ইয়াৰপৰা গৈ বহুদিন কাশীত আছিল, তাতে পঢ়িছিলও বোলে। তাতেই নেকি, বোৱাৰীৰ লগত প্ৰথম চিনাকি হ'ল।"

"ভালেই হৈছে দে।"—বুঢ়ীৰ মুখেদি কথাষাৰ ওলাই পৰিল।

"তাতোকৈও ভালৰ কথা, বিভূতিৰ ছোৱালীয়ে এতিয়া কলেজত পঢ়ে। আকাশবন্তি নামটোও কেনে ধুনীয়া ?"

"ভালেই হৈছে দে। তাইৰ কাৰণে মুঠেই অসমীয়া লৰা এটা চাবিহঁক। মাক যি কুলৰে নহওক, বিভূতিৰ ছোৱালী যেতিয়া তাই অসমীয়া।" পদ্মাৱতীয়ে হাতৰ ডাবা-কটাৰীখন মাটিত টুকুৰিয়াই টুকুৰিয়াই কৈ গ'ল।



বন্তি আৰু ইলা একেই বুলি ৰত্ন বৰুৱা অলপ যেন থমকি ৰ'ল। অকল কথাতেই নহয় ৰত্ন বৰুৱাৰ মনতো অলপ খোকোজা লাগিব খুজিছিল। সেয়ে "মই আহোঁ" বুলি সাউংকৰে আকৌ তেওঁ আগ-চোতাললৈ ওলাই গ'ল। পদ্মাৱতী খুপি খুপি বাহিৰৰপৰা অলপ এন্ধাৰ, আছুতীয়া কোঠালি এটাৰ ফালে সোমাই গ'ল। তাতোকৈও অন্ধকাৰ মনৰ এডোখৰ গভীৰ তলি অধিকাৰ কৰি নিৰলে বহি যেন কিবা এটা জল্পনা কৰিবলৈ হে তেওঁ ইটোৰ পিছত সিটোকৈ খোজ পেলালে। এক অদমনীয় শক্তিয়ে পদ্মাৱতীক টানি-আঁজুৰি ভিতৰলৈ লৈ গ'ল।

## ॥ দুই ॥

ত্ৰিশ বছৰৰ পিছত যিদিনা বিভূতি বৰুৱা ঘৰৰ বাবে ব্যাকুল হৈ উঠিল, কুসুমো প্ৰথমবাৰৰ কাৰণে স্বামীৰ ওপৰত কঠোৰ হৈ পৰিল। স্বামীৰ কাৰ্য্যত বাধা দিবলৈ কুসুমে কুণ্ঠাবোধ নকৰিলে। বিভূতিয়ে কুসুমৰ আপত্তি অগ্ৰাহ্য কৰি ককায়েকলৈ চিঠি লিখিলে।

কেইদিনমানৰ পিছতে বিভূতি বৰুৱাই ৰত্ন বৰুৱাৰপৰা চিঠিৰ উত্তৰ হিচাপে পালে এখন ট্ৰেলিগ্ৰাম। পিছদিনা পুৱা দহ বজাৰ ৰেলত তেওঁ কলিকতা পাবহি বুলি। বিভূতিৰপৰা খবৰটো পাই কুসুম ক্ষুব্ধ হ'ল। স্ত্ৰীৰ মনৰ ভাব বুজিব পাৰি বিভূতি বৰুৱাও হতভম্ব হৈ পৰিল। তেওঁ ভবা নাছিল ৰত্ন বৰুৱা ইমান সোনকালে কলিকতা পাবহি বুলি আৰু ভবা নাছিল সেই কথাটোকে লৈ কুসুমেও এনে অদ্ভুত আচৰণ কৰিব বুলি। জীৱনৰ জটিল প্ৰশ্নবোৰৰ উত্তৰ দিবলৈ গৈ বিভূতি বৰুৱাই দৈনন্দিন জীৱনৰ আসোঁৱাহ আৰু অসুবিধা সহজে আওকাণ কৰি আহিছে। তথাপি এইবাৰ তেওঁ কুসুমৰ ব্যৱহাৰ বৰ সহজভাৱে লব নোৱাৰিলে। সেয়ে তেওঁ হাতত টেলিগ্ৰামখন লৈ অলপ বিচলিত হ'ল।

কুসুমলৈ চাই ভাবাকুলচিত্তে কলে—

"ইমান দিনৰ মূৰত ককাইদেউক দেখা পাম।"

কথাষাৰ কোৱাৰ লগে লগে বিভূতি বৰুৱাৰ মুখত যেন বাৰিষাৰ মেঘ আৰু শৰতৰ পোহৰে একেলগে দেখা দিলে। খন্তেকৰ ভিতৰতে তেওঁ এবাৰ হাঁহিলে এবাৰ গম্ভীৰ হৈ পৰিল। অতীতৰ দুৰ্য্যোগৰ স্মৃতি, ভৱিষ্যতৰ অনিশ্চয়তা, ইমান দিনৰ মূৰত ককায়েকক দেখা পোৱাৰ আনন্দানুভূতিয়ে একেলগে আহি খন্তেকতে তেওঁৰ মুখমণ্ডল এক বুজিব নোৱাৰা ৰহস্যলৈ পৰিৱৰ্ত্তন কৰিলে। কিন্তু বিভূতিৰ এই মানসিক অৱস্থা উপলব্ধি কৰিবলৈ কুসুমৰ বেছি পৰ নালাগিল। সকলো বুজিও কুসুমে আজি কঠোৰ হৈ উঠিছে। বিভূতিৰ কথাৰ উত্তৰত তেওঁ মাথোঁ কলে—

"মই হলে একো বুজি পোৱা নাই ইমান দিনৰ মৰত আকৌ কিয় আপোনাৰ আত্মীয়-স্বজনৰ প্ৰয়োজন হ'ল।"

"জীৱনত যে কেতিয়া কিহৰ প্ৰয়োজন হয় কোৱা টান কুসুম। এদিন যি বস্তুক নিষ্প্ৰয়োজন বুলি ভবা যায় আন এদিন আকৌ তাবেই প্ৰয়োজন হৈ পৰে।"

"প্ৰয়োজনৰ তাগিদা সৰ্ব্বসাধাৰণ মানুহৰ হে।"

"তাৰমানে মই অসাধাৰণ বুলি কব খুজিছা নেকি?"

"অসাধাৰণ নহলেও সৰ্ব্বসাধাৰণতকৈ অন্ততঃ বেলেগ।"

"হেঁ!" বুলি বিভূতি কিছুপৰ নিমাত হৈ থাকিল। তাৰপিছত কুসুমৰ ফালে চাই কবলৈ ধৰিলে—"জীৱনৰ আদৰ্শৰ লগত কিছুমান প্ৰয়োজনৰ সম্বন্ধ অতি ক্ষীণ। সেইবুলি আদৰ্শৰ পথতো প্ৰয়োজন নাই বুলি নাভাবিবা। পথৰ বিভিন্ন স্তৰত প্ৰয়োজনে মাত্ৰ ৰূপ হে সলনি কৰে। সেয়ে এদিন ঘৰ এৰাৰ প্ৰয়োজন আছিল, আজি আকৌ ঘৰ বিচৰাৰ প্ৰয়োজন হৈছে।"

"কিন্তু আপুনি বন্তিৰ কথা ককাইদেৰেকক কি বুলি কব? কাৰ ছোৱালী বুলি কব?"

"কিয় মোৰ নিজৰ ছোৱালী বুলিয়েইতো লিখিছোঁ, তোমাৰ গৰ্ভজ সন্তান বুলিয়েই কব লাগিব।"

"ইমান ডাঙৰ মিছা কথা এটাৰে আপুনি কেনেকৈ সত্য ৰক্ষা কৰিব?"

"আমি মুখৰ কথাৰে কিমানকণেইবা সত্য ৰক্ষা কৰিব পাৰোঁ কুসুম? তদুপৰি জীৱনৰ গভীৰ সত্যবোৰে কেতিয়াবা ক্ষুদ্ৰ মিথ্যাক আঁকোৱালি লয়



পৰিপূৰ্ণতাৰ বাবে। পূৰ্ণতাৰ জ্যোতিৰে এই মথ্যাবোৰে সত্যৰ মৰ্য্যাদা লাভ কৰে।"

কুসুমৰ উত্তৰলৈ এইবাৰ বিভূতিয়ে অপেক্ষা নকৰিলে। গভীৰ চেতনাত বিভূতিৰ অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ এক উজ্জ্বল ছবি ভাহি উঠিল। জীৱনৰ এই তিনিও অৱস্থাক যেতিয়া জোৰা-লগাবলৈ বিভূতিয়ে কঠোৰ চেষ্টা কৰি কিবা এক নিবিড় শান্তিত সমাহিত হৈছিল, তেতিয়া কুসুমে অতীত-ভৱিষ্যতৰ আঁত হেৰুৱাই যেন বৰ্ত্তমান সঙ্কটত বিমোৰ হৈ পৰিছিল। দুয়ো কিছুসময় নিমাত হৈ থকাৰ পিছত লাহে লাহে বিভূতিয়ে আৰম্ভ কৰিলে:

"মোৰ আদৰ্শৰ কথা তুমি অন্ততঃ জানা। এই কথা জানি-শুনিও তুমি ইমান অতিষ্ঠ হব নালাগিছিল। তথাপি ককাইদেউৰ আগত কব লগা হলে তুমিতো সত্য কথাটোৱেই কব পাৰিবা। বন্তিক তুমি—"

কথা শেষ নহওঁতেই বন্তি কলেজৰপৰা আহি ওলালত বিভূতি বৰুৱা থমকি ৰ'ল। হাতত ৰঙা কাগজখন দেখি বিভূতিৰ একেবাৰে কাষলৈ গৈ বন্তিয়ে সুধিলে—

"কাৰ টেলিগ্ৰাম দেউতা?"

"ককাইদেউৰ মা"। বিভূতিয়ে উত্তৰ দিলে। টেলিগ্ৰামখন পঢ়া শেষ কৰি বন্তিয়ে কলে—

"ভালেই হ'ল, বৰদেউতা কালিলৈ আহিয়েই পাবহি। ষ্টেচনলৈ আপুনি যাব নেকি দেউতা?"

"অঁ, যাব লাগিব।"

"ময়ো যাম তেন্তে আপোনাৰ লগত।"

"নাই নোৱাৰ যাব।" শাসনৰ সুৰত বন্তিলৈ চাই কুসুমে কলে।" বন্তিয়ে আৰু একো নেমাতিলে, পঢ়া-টেবুলত কিতাপ-বহী থবলৈ গ'লগৈ। বন্তি যোৱাৰ পিছত কুসুম উঠি গ'ল বন্তিক চাহ-জলপান দিবলৈ। বিভূতিও লাহে লাহে ঘৰৰপৰা ওলাই গ'ল। কুসুমে খোৱা-টেবুলত বন্তিৰ কাৰণে চাহ আৰু অলপ মোহনভোগ সজাই দিলে। বন্তিয়ে হাত-মুখ ধুই আহি খাবলৈ বহিলত মাকে সুধিলে—

"দেউতাৰ ওলাই গ'ল নেকি?"

"অঁ, দেখিলোঁতো, হাতত বেগটো লৈ ওলাই গৈছে। কালিলৈ বৰদেউতা আহিব, দেউতাই কিয়বা মনটো গধুৰকৈ আছে ?"

"দেউতাৰৰ খং উঠিছে।"

"কিয় মা ?" বস্তিয়ে প্ৰশ্ন কৰিলে।

"এহ, বৰ কিবা মানুহ। একো নুবুজে-চুবুজে।" কুসুমৰ কথা শুনি বস্তি নিমাত হ'ল। মাকক আৰু প্ৰশ্ন নকৰিলে। কুসুমে বান্ধনিঘৰত ইটো-সিটো ঠিক কৰি কিৰণক কলে কাপ-প্লেটবোৰ ধুই থবলৈ। বস্তিৰ চাহ খোৱা শেষ হৈছিল। কিৰণে কাপ-প্লেটবোৰ তুলি লৈ টেবুলখন মচি দি আঁতৰি গ'লত কুসুমে বস্তিৰ ফালে চাই কবলৈ ধৰিলে—

"কালিলৈতো বৰদেউতাৰ আহি পাবহিয়েই। তোৰ লগত অলপ কথা আছে অ' বস্তি।"

মাকৰ গহীন মাত শুনি বস্তিয়ে কলে—"মইতো ষ্টেচনলৈ নাযাওঁ।"

"ষ্টেচনলৈ যোৱাৰ কথা নহয়—আন কথা হে। তই এতিয়া সকলো কথা বুজি পোৱা হৈছ।" কুসুমে গহীনাই কলে।

"কি কথা মা ? কিহৰ কথা কৈছা।"—বুলি বস্তি উৎকণ্ঠিত হৈ উঠিল।

"বৰদেউতাৰ আহি পালে তোৰ কথা ওলাবতো ?"

"মোৰ কথা ? কি কথা মা ?" একেউশাহতে এজনী সৰু ছোৱালীৰ দৰে বস্তিয়ে সুধিলে। কুসুমে কিছুসময় উত্তৰ দিব পৰা নাছিল। তাৰপিছত লাহে লাহে কলে—

"তই আমাৰ ছোৱালী হয় নে নহয়, তোৰ জন্ম কেতিয়া হৈছিল, ক'ত হৈছিল এইবোৰ কথা বৰদেউতাৰে নুসুধিব জানো ?"

"অ'—" বুলি বস্তি স্তব্ধ হৈ গ'ল। স্তব্ধ হৈ গ'ল তাইৰ সুকোমল প্ৰাণটো। মনৰ চিন্তা আৰু স্মৃতিৰ কাম বন্ধ হৈ গ'ল খন্তেকতে। গালত হাত দি বস্তি কিছুসময় বহি থাকিল। ক্ৰমান্বয়ে নুমাই অহা চৌকাৰ জুইকুৰালৈ তাই ৰ-লাগি চাই থাকিল কিছুপৰ। লাহে লাহে হে বস্তিৰ মনত পৰিল এটা কথা যে তাই আগতে কোনোদিনে এনে অৱস্থাৰ সন্মুখীন হব লগা হোৱা নাই। এই কথা ভবাৰ লগে লগে অন্তৰৰ নিভৃত কোণত অভিমান তাইৰ ভৰি পৰিল। তাইৰ চকুত কব নোৱাৰাকৈ দুটোপাল পানী উজলি উঠিল—কুসুমে তাক মন কৰিলে। কিন্তু অকল বস্তিয়েই নহয়, কথাখিনি কোৱাৰ



লগে লগে কুসুমো ম্লান পৰি গৈছিল। তথাপি কুসুমে দায়িত্বৰ ভাব লৈ কৈ গ'ল।

"তোক আজি প্ৰায় চৈধ্য-পোন্ধৰ বছৰে ডাঙৰ-দীঘল কৰিছোঁ। তোৰেই হয়তো মনত নাই তই আমাৰ ওচৰলৈ অহা। আমিও পাহৰি যোৱাৰ নিচিনা হৈছোঁ। এনেকৈয়ে আমাৰ চলি গ'লহেঁতেন। কিন্তু দেউতাৰে এতিয়া আকৌ বৰদেউতাৰক মাতি আনিব লগা হ'ল। মোৰ কথা নুশুনিলে। জীৱনৰ বেছি সময় গলেই, এতিয়া আৰু আত্মীয়-স্বজনক কেলৈ ? কিন্তু মাতিলে যেতিয়া তেওঁবিলাক আহিবই। অকল অহাইতো নহয়।"—এইবুলি কৈ কুসুম বস্তিৰ ওচৰৰপৰা আঁতৰি গ'ল। নিৰ্ব্বাক হৈয়ে ৰ'ল বস্তি। একো মাতিব নোৱাৰিলে। বেজাৰৰ চকুলোবোৰ বাগৰি শেষ হোৱাৰ পিছত তাই শান্ত হৈ আহিছিল। অভিমানো যেতিয়া আঁতৰি গ'ল লাহে লাহে তাই ভাবিবলৈ ধৰিলে—এৰা, তাইৰ নামতো বস্তি নহয়। তাইৰ নাম আছিল ৰেজিনা। তাইৰ মাকৰ নাম আছিল শান্তি। বাবাকৰ নাম আছিল কুতুবুদ্দিন। মাকৰ মৃত্যু হোৱা তাইৰ মনত পৰে, কিন্তু কুতুবৰ কি হ'ল তাই ভালকৈ নাজানে। তাইৰ সেই অকণি প্ৰাণটোৱে বাবাকক বহুত দিনলৈ বিচাৰি আছিল···তাৰপিছত ? তাৰপিছত বিভূতি কেতিয়া দেউতা হৈ গৈছিল তাইৰ ঠিক মনত নপৰে। তাই মনত পেলাব পাৰে মাত্ৰ তাইৰ দোযোৱা পিতৃ-মাতৃ, কিন্তু তাইৰ এই স্মৃতি যেন চেতনাৰ অবিৰাম সোঁতত বৈ যোৱা স্মৃতি আৰু তাইৰ সেই স্মৃতিৰ সোঁতত শান্তি আৰু কুতুবৰ প্ৰতিবিম্বৰূপে ভাহি উঠে কুসুম আৰু বিভূতিৰ মুখৰ ছবি। কতদিন সৰুতে তাইৰ অকণি প্ৰাণটো অকাৰণতে অশান্ত হৈ উঠিছিল। প্ৰাণৰ গভীৰ তলিত নিজকে বিচাৰ কৰাৰ বুদ্ধি তেতিয়াও তাইৰ হোৱা নাই। অকাৰণ বেজাৰৰ কাৰণ বিচাৰি মনোবিজ্ঞানৰ কিতাপ তেতিয়াও তাই পঢ়িব নেজানে। কিন্তু অন্তৰৰ সকলো অশান্তি দূৰ হৈ গৈছিল তাই যেতিয়া বিভূতিৰ কোলাত মূৰ থৈ শুই পৰিছিল, আউল-বাউল চুলিকোছা বিভূতিয়ে ঠিক কৰি দিয়াৰ লগে লগে যেতিয়া তাইৰ টোপনি আহিছিল। এনেকৈ শোৱা অৱস্থাতে তাই কতদিন কুতুবক সপোনত দেখিছে! এতিয়াও তাই সপোন দেখে। কেতিয়াবা চিঞৰি কান্দে। কন্দা শুনিলে কুসুম আৰু বিভূতি দৌৰি আহে তাইৰ বিচনাৰ কাষলৈ। জগাই দি বস্তিক তেওঁলোকে কি হৈছে সুধিলে মাত্ৰ তাই

কয়—'সপোন দেখিছিলোঁ।' সেয়া সপোনৰ খেলা। দিঠকত মনত পৰাৰে-পৰা সজ্ঞানে তাই আচল মাক-দেউতাকৰ কথা কাকো সোধা নাই। কিন্তু অন্তৰৰ বেদনা তাইৰ সৰ্ব্বশৰীৰ বিয়পি আছে, মনৰ অজস্র প্রশ্ন তাইৰ চকু-যুৰিত আউজি আছে। বন্তিয়ে আজি আকৌ মনত পেলালে বিভূতিয়ে তাইৰ নাম দিছিল আকাশবন্তি। মনত পৰিল বেলতলাৰ ব্রহ্ম গার্লচ স্কুলত শিক্ষয়িত্রীইঁতে তাইৰ নামটো লৈ ৰসিকতা কৰিছিল। মনত পৰিল সিহঁত শ্যামবজাৰৰপৰা বালিগঞ্জলৈ উঠি অহাৰ পিছত বিভূতিয়ে এদিন বন্তিক কৈ দিছিল কোনোবাই সুধিলে তাই বিভূতিৰ ছোৱালী বুলি কবলৈ। অর্থাৎ কুসুম তাইৰ নিজৰ মাক, বিভূতি তাইৰ আপোন দেউতাক। বন্তিয়ে ভাবিলে কতা, কোনো মানুহেইতো আজিলৈকে সোধা নাই তাই কাৰ ছোৱালী বুলি। সকলোৱেইতো জানে তাই কুসুম আৰু বিভূতিৰ ছোৱালী বুলিয়েই···তেন্তে? তেন্তে বৰদেউতাকেইবা তাইক সুধিব কিয়? তাই এই প্রশ্নৰ উত্তৰ নৌপাওঁতেই বিভূতি বৰুৱা ভিতৰলৈ সোমাই আহিছিল—হাতত এটা বজাৰৰ বেগ, কেইটামান দ্বাৰিকৰ দোকানৰ সন্দেশ লৈ।

"নে অ' বন্তি, এইখিনি থগৈ।" বন্তি আহি দেউতাকৰ হাতৰপৰা বস্তুখিনি আগৰ দৰেই লৈ গ'লহি। আনদিনা হোৱাহলে কুসুমে বিভূতিৰ মাত শুনা মাত্রকে আগত আহি ওলালহিহঁতেন। আজি কিন্তু নাহিল। কুসুমে আনটো ঘৰত চিন্তামগ্ন হৈ বহি আছিল—বন্তিক তেওঁ পৰৰ ছোৱালী বুলি কেনেকৈ কব? কেনেকৈ বা কব নিজৰ বুলি? কোনোটোৱেইতো তেওঁৰ বাবে সত্য নহয়, আৰু যদি সত্য হয়ও তেওঁ এই দুই বিৰোধী সত্যৰ মাজত আজি দ্বন্দ্ব উপলব্ধি কৰিলে। তেওঁৰ নাৰী-হৃদয় আৰু মাতৃত্বই যেন চৰম প্রশ্নৰ সম্মুখীন হব লগা হ'ল। পিতৃ-মাতৃহীন এটি প্রাণক আজি পোন্ধৰ বছৰে মাতৃত্ব দান কৰিছিল যদি আজি তাক তেওঁ অস্বীকাৰ কৰিব কেনেকৈ? আনফালে সন্তানহীনা নাৰী-হৃদয়ৰ প্রচণ্ড আঘাত ঢাকিবলৈ লোকৰ ছোৱালী এজনীক নিজৰ বুলি স্বামীৰ আত্মীয়-স্বজনৰ আগত মিছা কথাষাৰ কবই বা কেনেকৈ? কুসুমে অপমানবোধ কৰিলে। নাই নাই, তেওঁ এই অসত্য কথাষাৰ কেতিয়াও কব নোৱাৰে।

বিভূতিয়ে স্ত্রীৰ এই সঙ্কট সহজে উপলব্ধি কৰিব পাৰিছিল। সেয়ে তেওঁ কুসুমক অকলে থাকিবলৈ দি একেবাৰে পাছফালে বাৰাণ্ডাত এখন হেলনীয়া



চকীত বহিলগৈ। তেওঁ আকাশলৈ চালে—এক বিশাল আকাশ মহানগৰীৰ ওপৰত অকণমান হৈ পৰিছে। তথাপি তেওঁ দেখা আকাশডোখৰো এক অসীম আকাশ। ভাবি ভাবি জীৱনৰ স্মৃতিৰ পথত বিভূতিয়ে বেগাই বাট বুলিলে। কিন্তু থমকি ৰ'ল বন্তিৰ কথা মনত পৰিলত। সেই অকণমান ৰেজিনাজনী, তেতিয়া তাইৰ তিনি বছৰমান হে। যুদ্ধৰ দিনত, দুর্ভিক্ষৰ সময়ত বিভূতি আৰু কুসুম বেনাৰসৰপৰা আহি কুতুবুদ্দিন থকা ওচৰৰ ফ্লেটটো ৩০টা টকাত ভাৰা লৈছিল। শ্যামবজাৰৰ এটা তিনি-মহলীয়া ঘৰৰ গ্রাউণ্ড-ফ্ল'ৰত এটা মাত্র কোঠালিত কুতুব আৰু শান্তিৰ সৰু সংসাৰ। অসমীয়া মাত-কথা শুনি বিভূতিৰ ভাল লাগিছিল। বিশেষকৈ কুসুমে সহজভাৱে শান্তিৰ লগত কথা পাতি আনন্দিত হৈছিল। ৰেজিনাজনী কেইদিনমানৰ ভিতৰতে বিভূতি আৰু কুসুমৰ বৰ আপোন হৈ উঠিল। কুসুমে শেষত এদিন বিভূতিৰ আগত কৈ পেলালে—

"আমাৰো যদি এজনী এনেকুৱা মৰমলগা ছোৱালী থাকিলহেঁতেন!" ইতিমধ্যে কুসুমৰ কোঠালিত ৰেজিনাৰ বাবে এটা সৰু মূঢ়া, এখন সৰু পীৰা, দুটামান পুতলাই ঠাই ললেহি। শান্তিয়ে তাকে দেখি কৈছিল—

"বাইদেৱে ভাল এই দুষ্ট ছোৱালীজনীক ঘৰ লগাইছে।"

মহানগৰীত তেতিয়া চাৰিওফালে যুদ্ধৰ হুঙ্কাৰ। মানুহৰ মনত কেৱল ত্রাস আৰু অনিশ্চয়তা। সমুখত বিপদ, আশঙ্কা আৰু অভাৱ। সমাজত তেতিয়া মানুহৰ ভৱিষ্যৎ আশা, অতীত ইতিহাস, বংশমৰ্য্যাদা, পদমৰ্য্যাদা তল পৰি গৈছে। সেইদিনত মানুহৰ পৰম সৌভাগ্য আছিল এজনে আনজনৰ ভিতৰত মানুহৰ পৰিচয় পোৱাতেই। বহুতো মানুহ যে দিনে দিনে তেতিয়া অমানুহ হৈ পৰিছিল। আৰু তাৰ মাজত মানুহৰ পৰিচয় পায়েই সেই দুর্য্যোগৰ দিনত কুতুব আৰু বিভূতি দুয়ো দুয়োৰে কাষ চাপি গৈছিল। অতীতৰ কোনো বুৰঞ্জী নিদিয়াকৈ এই দুটা পৰিয়াল কেইদিনমানৰ ভিতৰতে অতি আপোন হৈ উঠিছিল। সেয়ে শান্তিয়ে যেতিয়া প্রসৱ বেদনাত ছাটি-ফুটি কৰিলে কুসুমে মাজৰাতি গৈ শান্তিৰ হাতখন ধৰি কাষত থিয় দি আছিল। বিভূতি আছিল বাহিৰত থিয় হৈ। কুতুবুদ্দিনে কিয় ইমানপৰে ডাক্তৰ এজন লৈ আহিব পৰা নাই? এই ৰাতি ডাক্তৰ হয়তো আহিব খোজা নাই। ডাক্তৰক দিবলৈ তাৰ হাতত পইচা-পাতিও নেথাকিব পাৰে। ভাবি ভাবি

বিভূতি উৎকণ্ঠিত হৈ উঠিছিল। শান্তিয়ে কুসুমক কোৱা তেওঁৰ মনত এতিয়াও আছে:

'বাইদেউ, ৰেজিনাক লৈ এবাৰ আই-বোপাইৰ ওচৰলৈ যাবলৈ বৰ মন আছিল।'

'ক'ত থাকে তেওঁলোক?' কুসুমে সুধিছিল।

'অসমত। ৰেজিনাক দেখিলে বাৰু তেওঁলোকে মোক ক্ষমা নকৰিব নে?' সেহাই সেহাই কথাখিনি কোৱাৰ লগে লগে শান্তিজনীৰ প্ৰাণবায়ু উৰি গ'ল! কুতুবুদ্দিনে বহু চেষ্টা কৰিও ডাক্তৰ এজন আনিব নোৱাৰিলে। ভিতৰত সোমাই কুতুবুদ্দিনে শান্তিক দেখি অসহায়ভাৱে মাত্ৰ কলে, 'সকলো শেষ ককাইদেউ!'

শান্তিৰ মৃত্যুৰ কিছুদিনৰ পিছত হে কুতুবুদ্দিনে বিভূতিক কলে যে সি আছিল গোৱালপাৰা অঞ্চলৰ এটা সম্ভ্ৰান্ত পৰিয়ালৰ লৰা। ধনীৰ লৰা, ধন-দৌলতৰ মাজত ডাঙৰ হৈ পঢ়া-শুনা নহ'ল। দেউতাকৰ ড্ৰাইভাৰৰ লগে লগে থাকি ড্ৰাইভাৰি হে শিকিলে আৰু শিকিলে বহুতো নিশিকিবলগীয়া কথা। শেষত হিন্দু জীয়ৰী শান্তিক জীৱন-সঙ্গিনী ৰূপে পালে আৰু তাৰ বিনিময়ত সি বহুতো হেৰুৱাব লগা হ'ল—আত্মীয়-স্বজন, পৈত্ৰিক সম্পত্তি আৰু অসমৰ সেউজীয়া ঘাঁহনি। মহানগৰীত আহি ড্ৰাইভাৰি কাম এটা যোগাৰ হোৱাতো তাৰ টকা-পইচাৰ যথেষ্ট অভাৱ বৈ গৈছিল।—'শান্তিয়ে অলপ কষ্টও পালে, ককাইদেউ!'—বুলি কৈ সি চকুপানী মচা বিভূতিৰ আজিও মনত আছে। লাহে লাহে বিভূতিৰ মনত পৰিল শান্তিৰ মৃত্যুৰ পিছত কুতুবুদ্দিন কিমান সোনকালে পৰিবৰ্তন হৈ গৈছিল। দিনৰ দিনটো সি ঘৰত নাথাকেই। ৰেজিনাৰ খবৰো সি দিনটো নাৰাখে। সি জানিছিল দিনটো ৰেজিনা কুসুমৰ ওচৰতে ভালকৈ থাকিব, কিন্তু ৰাতি সি সদায় ঘৰলৈ ঘূৰি আহে। যিমান ৰাতিয়েই নহওক সি ৰেজিনাক শোৱা-পাটীৰপৰা নিজৰ কোঠালিলৈ তুলি নিবই।

বছৰ বাগৰি গ'ল। মহানগৰীৰ বুকুত নতুন প্ৰলয় আৰম্ভ হ'ল। এইবাৰ দেশৰ মানুহেই দেশৰ মানুহক, বন্ধুৱে বন্ধুক বিশ্বাস কৰিব নোৱাৰাৰ প্ৰলয়। মুছলমানৰ তেজেৰে হিন্দুৰ হাত কলুষিত হ'ল, হিন্দুৰ তেজৰ চেকা মুছলমানৰ গাত পৰিল। মহানগৰীয়ে এক বিভীষিকাৰ ৰূপ ধাৰণ



কৰিলে, হেজাৰ হেজাৰ মানুহৰ বুকুৰ তেজ বাটে-পথে বাগৰি গ'ল। মানুহ ইমান সোনকালে অমানুহ হৈ যাব পাৰে! ইমান সহজে ইজনে সিজনক আক্ৰমণ কৰিব পাৰে! এটা সাধাৰণ পশুৱে কিন্তু ইমান সোনকালে কাকো আক্ৰমণ নকৰে।

শ্যামবজাৰত সেই ৰাতি হিন্দুপাৰাত মুছলমান খেদাৰ দিন। কুতুবুদ্দিন কিমান ৰাতি বা আহে? আহিলে তাক ক'ত লুকুৱাই থব? বহুতেইতো জানে কুতুবুদ্দিন মুছলমান বুলি। ৰেজিনাক সি কি কৰিব? এইবোৰ ভাবি ভাবি বিভূতি গোটেই ৰাতি জাগি ৰ'ল। কুতুবুদ্দিন আৰু নাহিল। ৰেজিনাজনীয়ে টোপনিতে এবাৰ 'বাবা' বুলি চিঞৰি উঠিছিল। কুসুমৰু চিল-মিলকৈ টোপনি আহিব খুজিছিল মাত্ৰ। ৰেজিনাৰ মাত শুনি কুসুম চক্ খাই উঠিল। কিবা এক আশঙ্কাত বিভূতিৰ গাটোও শিয়ৰি উঠিছিল। দোক-মোকালিতে আলিবাটত গৈ বিভূতিয়ে দেখিলে কুতুবুদ্দিনৰ মৃতদেহৰ ওপৰেদি তেতিয়াও কেঁচা তেজ বৈ আছে। বিভূতিৰ প্ৰশান্ত চিত্ত সেইদিনা অস্থিৰ হৈ উঠিল। কিন্তু সেই অস্থিৰতা খন্তেকৰ কাৰণে হে। বেছিপৰ নাথাকিল। বিপদৰ দিনত কৰ্ত্তব্য স্থিৰ কৰিবলৈ তেওঁৰ প্ৰাণৰ বন্তি জ্বলি উঠিল। মহাকাশত তেতিয়াও এটি উজ্জ্বল জ্যোতি স্থিৰ হৈ আছে। বিভূতিয়ে ওপৰলৈ চাই প্ৰতিজ্ঞা কৰিলে ৰেজিনাক তেওঁ সন্তানৰ মৰ্য্যাদা দিব। জীৱনভৰি তেওঁ সেই সত্য ৰক্ষা কৰিব। সেই সত্যৰ জ্যোতি তেওঁৰ আকাশবন্তি।

আজি আকৌ বিভূতিয়ে আকাশলৈ চাই মনলৈ নতুনকৈ এবাৰ দৃঢ়তা আনিলে—তেওঁৰ এই সত্যৰ জ্যোতিক কোনো ঘটনাই কোনো শক্তিয়ে যেন নুমুৱাই দিব নোৱাৰে।

## ॥ তিনি ॥

"অজিত বোপা, আৰু দুদিনমান থাকি নোযোৱানো কিয়? যাবলৈ ইমান তভাতৈয়া লগালা যে?"

"নোৱাৰোঁ থাকিব আতা। থাকিব পৰা হলে থাকিলোহেঁতেন।"

"ঘৰ চাবলৈ জানো আৰু মানুহ নাই?"

"আছে, কিন্তু মই এতিয়া ঘৰলৈ নেযাওঁ নহয়?"

"কেওঁ এতিয়া কাশীলৈ হে যাবগৈ।" ৰমেনে কলে।

নাহৰামে এবাৰ হামিয়াই ললে। তাৰপিছত কলে—"শুনোতে শুনিছোঁ তেওঁ তাতে পঢ়ে বুলি। তোমালোক দুয়োৰে হবলা আগৰে চিনা-জনা আছিল?"

"অঁ আতা, আমি দুয়ো গুৱাহাটীৰ কলেজত একেলগে পঢ়িছিলোঁ।"

"সেয়ে হে তুমি-তোমাকৈ মাতিছা।" নাহৰামৰ কথা শুনি ৰমেন আৰু অজিতে দুয়ো হাঁহিলে। অজিতৰ ফালে চাই নাহৰামে আকৌ কলে--

"দুদিনমান থাকি গলে ভাল আছিল।"

"নাই, থাকিব নোৱোৰোঁ আতা। দুমাহমানৰ পিছতে মোৰ পৰীক্ষা। ভনীজনীক থৈ লগতে আপোনালোকক চাই যাওঁ বুলি হে ইয়াত সোমালোঁ।"

"ভাল কৰিলা, বোপা ভাল কৰিলা। আইৰো বাৰ্ত্তা, গঙ্গাৰো যাত্ৰা। ঘৰত হবলা খুৰাবা হে আছে?"

"হয়," বুলি অজিত অলপ গহীন হৈ পৰিল। নাহৰামে অজিতৰ ভাবৰ পৰিৱৰ্ত্তন মন কৰিব নোৱাৰিলে।

"দেউতাৰা ঢুকাবৰ কিমান দিন হ'ল?"

"এবছৰৰ বেছি হ'ল। যোৱা বছৰো মোৰ পৰীক্ষা দিয়া নহ'ল সেই গতিকেই। তাৰ আগতেও দুবছৰমান এনেয়ে গ'ল।"

"কি কৰিবা বোপা? ভাগ্যৰ লিখননো কোনে খণ্ডাব? পিছে বৰ ভাল কাম কৰিলা ভনীয়েৰাক বিয়া দি উলিয়াই দিলা। ঘৰৰ গাভৰু ছোৱালীৰ ভাব কম ভাৰতো নহয়।"

"এৰা আতা, মই ইলাক লৈ চিন্তাতে পৰিছোঁ।" ৰমেনে নাহৰামলৈ চাই কলে। নাহৰামে মূৰ খজুৱাবলৈ ধৰিলে।



"হব দে কিবা এটা, ক'ৰবাত নহয় ক'ৰবাত জোৰা লাগিব। নহয় নে অজিত বোপা?"

"হয়।" অজিতে কলে।

"টকা-পইচা আছে যেতিয়া চিন্তা কিহৰ? পিছে বিভূতি আহি কি-বা কৰেহি?" ৰমেনলৈ চাই নাহৰামে কলে।

"কি কৰিব?" ৰমেনে সুধিলে।

"কেনেকৈ কওঁ? কিবা থান্‌বান্ কৰেহি নেকি?"

"কিহৰ থান্‌বান্?"

"এইবোৰ পৈত্ৰিক সা-সম্পত্তি, তইঁতৰ নতুন চাহ-বাগিচা আৰু মাটি-বাৰীৰ।"

"নাই নাই, তেনেকৈ কেলৈ আপুনি ভাবিছে?" অজিতে কলে।

"তুমি কিবা জানা নেকি?" নাহৰামে অজিতৰ মুখলৈ সন্দেহৰ চকুৰে চালে।

"নাজানো একো। তথাপি যিজন লোকে এনেকৈ ত্ৰিশ বছৰ-কাল ঘৰৰ-পৰা নিৰুদ্দেশ হৈ মানুহৰ দৰে মূৰ তুলি আছে সেইজন নিশ্চয় সৰ্ব্বসাধাৰণৰ দৰে নহব।"

"হওঁতে হয়, তথাপি মানুহৰ মন, একো কব নোৱাৰি।" নাহৰামে কিছুপৰ তলকা মাৰি থাকিল। নাহৰামৰ চকুত বয়সৰ বিজ্ঞতা যেন ভাহি উঠিল। মুখমণ্ডলত তেওঁৰ সেই বিজ্ঞতাৰেই ঈষৎ হাঁহি বিৰিঙিল। ৰমেনে সকলো কথা তৎপৰ হৈ শুনিছিল যদিও একো নেমাতিলে।

জেঠ-মহীয়া দুপৰীয়াটো বাহিৰত ৰ'দে খাওঁ খাওঁ কৰিছে। বতাহ নাই। গছৰ পাতখিলাও যেন লৰিব খোজা নাই। অজিতেও একো নকলে। একেথৰে বাহিৰলৈ চাই থাকিল।

ৰমেনৰ বাহী-বিয়াৰ পিছদিনা ৰত্ন বৰুৱা কলিকতালৈ যাত্ৰা কৰিলে। বিয়া-ঘৰলৈ অহা আত্মীয়-স্বজন প্ৰায়বোৰেই দিহা-দিহি গৈছেগৈ। থাকিল পদ্মাৱতী আৰু ৰত্ন বৰুৱাৰ মোমাই সদৃশ নাহৰাম হাজৰিকা। তেওঁলোক দুয়ো এইকেইদিন বিভূতিলৈ বাট চাইছে। বিভূতি আহি পালেই দুয়ো ঘৰলৈ যোৱাৰ দিন ঠিক কৰিব। নতুন কন্যা অণিমা বিয়াৰ পিছতে পিতৃ-গৃহলৈ গৈ ঘূৰি আহিছে। লগত আহিছে ককাইদেৱেক অজিত শইকীয়া।

তেওঁলোকে যিটো কোঠালিত ইমানপৰে কথা পাতিছিল তাৰ গাতে লগা ভিতৰ কোঠালিটোত ইলাই পদ্মাৱতীক সুধিলে—

"আইতা, দেউতাই বাৰু খুৱাক কেনেকৈ চিনি পাব? খুৱা চাগৈ সেই লৰাকালতকৈ কিমান সলনি হ'ল?"

"তেজেই তেজক টানি নিব নহয়!" পদ্মাৱতীয়ে ইলাৰ কথাৰ উত্তৰ সহজে দিলে যদিও তেওঁৰ মনত নাহৰামৰ ভৱিষ্যদ্বাণী হে প্ৰতিধ্বনিত হ'ল। ইটো কোঠালিৰপৰা নাহৰামৰ কথাৰে বুঢ়ীয়ে মন কৰি আছিল। নাহৰামৰ মন্তব্যত বৃদ্ধা ৰমণীৰ বোধ হ'ল যেন ভগৱান আছে আৰু বোধ হ'ল সেই ভগৱানে সকলোকে সময়মতে বিচাৰ কৰে। উৎফুল্ল হৈ বুঢ়ীয়ে অণিমাক তামোল এখন খুন্দিবলৈ নিৰ্দ্দেশ দিলে আৰু সচেতনে নতুন বোৱাৰীক পৰ্য্যবেক্ষণ কৰিবলৈ ধৰিলে। নতুন কন্যা নিজৰ কৰ্ত্তব্যত ৰত হ'ল—মনত তেওঁৰ অপাৰ সংশয়। ইফালে-সিফালে চোৱাৰ যেন তেওঁৰ অৱকাশ নাই। পদ্মাৱতী যিখন বিচনাত দীঘল দিছিল তাৰ ওচৰতে ইলাই চকী এখনত বহি নবোৱেকলৈ চাই আছিল। অণিমাৰ কপালত ৰঙা ফোটটো জিলিকিছে। এইকেইদিন ইলাৰ মনত অনবৰত সুৰৰ গুঞ্জন। প্ৰাণত অকাৰণ চঞ্চলতা, পদ্মাৱতীৰ কাষে কাষে ঘূৰি ফুৰি কেৱল বিভূতি আৰু বন্তিৰ কথা সুধি ইলাই মনৰ ব্যাকুলতা ঢাকিছে।

ইলাৰ ইটো-সিটো প্ৰশ্নৰ উত্তৰ দি দি পদ্মাৱতীয়ে এইবাৰ অণিমাৰ ফালে চাই কলে, "দেচোন ন-ছোৱালী, সৌ মোৰ বাকচটো দে।"

অণিমাৰ তামোল খুন্দা শেষ হৈছিল। খুন্দা তামোলখিনি খুন্দনাৰপৰা উলিয়াই অণিমাই পাণ এখিলাৰ ওপৰত থলে ভয়ে ভয়ে। তাৰপিছত পাণখিলাৰে সৈতে বটাটো পদ্মাৱতীৰ ফালে আগবঢ়াই দিলে। বুঢ়ীয়ে বটাটো ললে, অণিমা উঠি গ'ল বাকচটো আনিবলৈ।

"চাওঁ আইতা, আপোনাৰ বাকচত কি কি আছে, চাওঁ দিয়কচোন—" বুলি ইলাই অনিমাৰ হাতৰপৰা বাকচটো লৈ আইতাকক দিলেগৈ। মামৰে ধৰা টিঙৰ বাকচটো বুঢ়ীয়ে আটম-টোকাৰিকৈ থৈছিল। বাকচটো খুলিবলৈ লৈ বুঢ়ীয়ে কলে—

"কিনো চাবি, আছেই বা কি?" পদ্মাৱতীয়ে বাকচৰ বস্তবোৰ খুচ্ মুচাবলৈ ধৰিলে। ইলাই হাত মেলি বস্তবোৰৰ মাজৰপৰা ছবি এখন টানি আনি সুধিলে—



"এইখন কাৰ ছবি আইতা?"

"মোৰেই।" পদ্মাৱতীয়ে উত্তৰ দিলে।

"ইমান ধুনীয়া আছিল আপুনি?"

"সেয়েহে কণা বিধাতাই নসহিলে।"

পদ্মাৱতীৰ জীয়ৰীকালৰ ছবিখনত যৌৱন-ভৰা শৰীৰৰ সাঁচ এটা পৰি আছে। মনটো চিনিব নোৱাৰি। বাকচটোত ওপৰতে আছিল দোযোৰমান কপাহী কাপোৰ, তাৰ তলতে এযোৰ বুটা ফুল বছা পুৰণি পাটৰ ৰিহা-মেখেলা। গুণাবোৰ ক'লা পৰিছে। লগতে এখন আশী-সুতাৰ খনিয়া, ফুলবছা গামোচা। তাৰপিছত পদ্মাৱতীয়ে লাহে লাহে কাপোৰৰ তলৰপৰা উলিয়ালে এখন বহুদিনীয়া ডবুৱা কটাৰী, দুটা তামৰ পইচা। মহাৰাণীৰ দিনৰ এটা ৰূপৰ টকা। সৰ্ব্বশেষত উলিয়ালে ফটা কাপোৰেৰে সযতনে বান্ধি থোৱা এখন পুৰণি ফ'টো। হাতত ফ'টোখন লৈ পদ্মাৱতীয়ে অলপ ডাঙৰ মাতেৰে কলে—

"চা এইখন খুৱাৰৰ ছবি।"

"চাওঁ চাওঁ আইতা কোনজন খুৱা?"

ছবিখনত ফুট্‌ফুটীয়া দাগ পৰিছিল। ছবিত আছিল এটা পৰিয়াল। স্বামী-স্ত্ৰী, তেওঁলোকৰ দুকাষে দুটা সৰু লৰা। এটি লৰালৈ আঙুলিয়াই পদ্মাৱতীয়ে কলে—"সেইটো বিভূতি চা।"

"কোন আইতা?"—বুলি বাহিৰৰ কোঠালিটোৰপৰা সোমাই আহিল ৰমেন। পাছে পাছে অজিত আৰু নাহৰামো আহিল। ৰমেন আৰু অজিতক দেখি অণিমা আৰু ইলাই লাজ-লাজকৈ এটা চুকত থিয় হ'লগৈ।

"চা, এইখন বহুদিনীয়া ছবি।" পদ্মাৱতীয়ে ৰমেনৰ ফালে চাই কলে। তাৰপিছত বুঢ়ীয়ে নিজৰ বস্তবোৰ আকৌ এটা-এটাকৈ সুমাই থলে। এইবাৰ ওপৰৰ বস্তবোৰ তলত পৰিল। ওপৰত থাকিলগৈ ফ'টোখন। অজিত পদ্মাৱতীৰ ওচৰলৈ আহিল। পদ্মাৱতীৰ হাতৰপৰা ফ'টোখন নিজৰ হাতলৈ আনি সুধিলে—

"এইখন কাৰ ফ'টো আইতা?"

পদ্মাৱতীয়ে একো নকওঁতেই ৰমেনেই উত্তৰ দিলে—"সেইজনেই মোৰ বিভূতি খুৱা। ইকাষে দেউতা। দেউতাৰ মুখখন বিশেষ সলনি হোৱা নাই দেখিছোঁ!"

"সেয়া বহি থকাজনেই মোৰ ককাইদেউ হৰকান্ত বৰুৱা। বৰ গপচ মানুহ আছিল।" পদ্মাৱতীয়ে অজিতলৈ চাই কলে।

"সেয়া আইতা"—ৰমেনে কলে।

"বৰ ধুনীয়া আছিল নহয় ?"

নাতুৰাম হাজৰিকাই জুপি চালে। পদ্মাৱতীয়ে নাতুৰামলৈ লক্ষ্য কৰি কলে—"আপোনাৰ বাইদেৱেক্ ইয়াত নাই।"

নাতুৰামে থত্‌মত্‌ খাই কলে—"ওহোঁ, বাইদেউক মই চিনো নাই।"

অজিতে একো নুবুজাৰ দৰে পদ্মাৱতীৰ মুখলৈ চাই ৰ'ল। পদ্মাৱতীয়ে অজিতলৈ চাই কলে—

"আমাৰ লীলাৱতী নবৌৰ কথা কৈছোঁ। এখেতৰ বাইদেৱেককো আমাৰ ককাইদেৱে বিয়া কৰাইছিল। তেৱেঁই যেনিবা ঘৰখনৰ কাল হ'ল। ডাঙৰ নবৌ আৰু বেছি দিন নেবাচিল।" নাতুৰামে পদ্মাৱতীৰ ফালে পোন্দোৰাকৈ চালে।

"ককাদেউতাই কিয় আকৌ বিয়া কৰালে ?" অজিতে সুধিলে।

"পুৰুষৰ ইচ্ছা।" পদ্মাৱতীয়ে উত্তৰ দিলে।

"এতিয়াতো পুৰুষে ইচ্ছা কৰিলেও এজনীৰ বাহিৰে দুজনী সহজে বিয়া কৰাব নোৱাৰে আইতা।" হাঁহি হাঁহি কথাখিনি কৈ ৰমেনে অণিমাৰ ফালে চালে। অণিমায়ো সগৌৰৱে মিচিকিয়াই হাঁহিলে।

"অঁ, আজিকালিতো বহুতো কথাই সলনি হৈছে। ভালেই হৈছে দে।" এইবুলি কৈ পদ্মাৱতীয়ে লাহে লাহে সেই কোঠালিটোৰপৰা ওলাই গ'ল। যাওঁতে অণিমালৈ তেওঁ কেৰাহিকৈ চাই গ'ল। অণিমায়ো পদ্মাৱতীক সতৰ্কতাৰে লক্ষ্য কৰিলে আৰু পদ্মাৱতীৰ পাছ ললে, লগতে ইলাও ওলাই গ'ল।

তেওঁলোক ওলাই যোৱাৰ পিছত নাতুৰামে ৰমেনক সুধিলে—

"হয় নে বোপা, আজিকালি সম্পত্তি আইনৰ বহু সাল-সলনি হৈছে ?"

"হয় আতা, আজিকালি ছোৱালীয়েও সম্পত্তি পাব। ইলাই আমাৰ সম্পত্তিৰ ভাগ পাব নহয় !" এইবুলি ৰমেনে অজিতৰ ফালে চাই মিচিকিয়াই হাঁহিলে। কিন্তু অজিতে ৰমেনৰ কথাৰ ৰহস্যৰ ভেদ লবলৈ চেষ্টা নকৰি নিৰ্ব্বিকাৰভাৱে ঘৰৰ বেৰলৈ চাই ৰ'ল। বৃদ্ধ নাতুৰামৰ মুখত এটি ছাঁ পৰি গ'ল। একালে ইলা আৰু একালে বন্তি আহি তেওঁৰ যেন দুয়োখন হাত বান্ধি



ধৰিছে। এক অজানিত আশঙ্কাত নাতুৰামৰ প্ৰাণটো ছট্‌ফটাবলৈ ধৰিলে। সময়ৰ দুৰ্ব্বাৰ গতি উপলব্ধি কৰিবলৈ গৈ নাতুৰামৰ নিজকে বৰ দুৰ্ব্বল যেন লাগিল, কিন্তু এই নাতুৰামেই কি কৰিব নোৱাৰিছিল। তেৱেঁই এদিন লীলাৱতীৰ কাষত থিয় হৈ হৰকান্ত বৰুৱাৰ পৰিয়ালত কি দুৰ্য্যোগেই নঘটাইছিল। যাৰ ফলত হৰকান্ত বৰুৱাৰ প্ৰথমা স্ত্ৰী কমলাৰ প্ৰাণবায়ু উৰি যাব লগা হৈছিল। অবোধ ৰত্ন আৰু বিভূতিৰ কত কষ্টই গ'ল আৰু সেই সকলোবোৰ ঘটিছিল কেৱল নাতুৰামৰ কুচক্ৰান্তৰ ফলত। কিন্তু মানুহৰ ইচ্ছাৰ ওপৰত জগৎ-প্ৰবাহ। ফলত বৈ গৈছিল হৰকান্ত বৰুৱাৰ সম্পত্তি, বৈ গৈছিল ৰত্ন বৰুৱা আৰু বিভূতিও, মাকৰ অভাৱত বিভূতি যদিও এদিন মনৰ দুখত নিৰুদ্দেশ হব লগা হৈছিল। সেইবোৰ ঘটনাৰ স্মৃতিয়ে আজি নাতুৰামৰ মনটো জোকাৰি দিলেহি। তথাপি তেওঁ সেই স্মৃতিৰ যোগেদি অতীত শক্তিৰ প্ৰাদুৰ্ভাৱ হে উপলব্ধি কৰিবলৈ বিচাৰিলে। কিন্তু বাৰে বাৰে ভিতৰৰপৰা কোনোবাই যেন কোৱা শুনিলে—

"আৰু নোৱাৰ নাতুৰাম।" সমুখত নাতুৰামে দেখিবলৈ পালে বিভূতিৰ উজলি উঠা চকুদুটা। সেই চকুযুৰি সুদূৰৰ আকাশবন্তিৰ। নাতুৰামে বিহ্বল হৈ ৰমেন আৰু অজিতৰ ওচৰৰপৰা আঁতৰি গ'ল।

## ॥ চাৰি ॥

"কলিকতাখনৰ বহুত সলনি হ'ল অ'। এই বালিগঞ্জখন আমি পঢ়োঁতে কি আছিল। লেকৰ পাৰটো যে চিনিবই নোৱাৰা হ'ল।" সমুখত ওলমি থকা কেলেণ্ডাৰখনলৈ চাই চাই ৰত্ন বৰুৱাই আপোনমনে কৈ গ'ল। এক নিবিড় শান্তিত তেওঁৰ প্ৰাণটো যেন পমি যাব খুজিছিল। দুপৰীয়া খাই বৈ উঠি তেওঁ আগফালৰ কোঠালিটোত জিৰাইছে। বিচনাখন কুসুমে বৰ কোমলকৈ পাৰি দিছিল ৰত্ন বৰুৱা আহিবৰ দিনাই। বিচনাখনৰ ওচৰতে ককাইদেৱেকলৈ পিঠি দি বিভূতি বৰুৱাই কিছুমান চৰকাৰী কাগজ-পত্ৰ পৰীক্ষা

কৰিছিল। আজি কেইবাদিনো ধৰি অৱশ্যে এই কাগজ-পত্ৰবোৰৰ লগত এনেদৰে বিভূতি বৰুৱা ব্যস্ত হৈ আছে। ককাইদেৱেকৰ কথা শুনি বিভূতিয়ে মাত লগালে—"অঁ, সলনি হ'লতো।"

বিচনাতে বহি তালপাতৰ বিচনী এখনেৰে বন্তিয়ে বৰদেউতাকক বিচি আছিল। বিচনাখনৰ ওপৰত ওলমি থকা ইলেক্‌ট্ৰিক ফেনখন স্থিৰ হৈ আছে। এটা মকৰাই ফেনখনৰ ইখন পাখিৰপৰা সিখন পাখিলৈ জাল বান্ধিব খুজিছে। মকৰাটোৰ কাৰ্য্যকলাপলৈ লক্ষ্য কৰি বন্তিয়ে অলপ আমোদ পাইছিল। মকৰাটোলৈ চাই চাই ৰত্ন বৰুৱাক বন্তিয়ে সহজভাৱে সুধি পেলালে—

"বাৰু বৰদেউতা, আপুনি কলিকতাত কিমান দিন আছিল?"

"কিমান দিন থাকিলোঁ জানো? বেছি দিনতো থকা নহ'ল, দেউতাৰে যি হুলস্থুলখন লগাই দিলে।"

"কি হুলস্থুল?"

"সোধ দেউতাৰক।"

"কি হুলস্থুল দেউতা?"

"মোৰ হুলস্থুলৰ কথা তোক আগতে বহুবাৰ কৈছোঁ দেখোঁ? মই ঘৰৰ-পৰা পত্ৰং মাৰিলোঁ। তেতিয়া ককাইদেউৰ আৰু বিদেশত ক'ত পঢ়া হয়?"

কথা শুনি বন্তিয়ে হাঁহিলে। বিভূতি বৰুৱাই কাগজ-পত্ৰবোৰ জুকিয়াই টেবুলখনৰ ড্ৰয়াৰটোত সুমুৱাইছিল। বন্তিৰ হাঁহিভৰা মুখখনলৈ চাই ৰত্ন বৰুৱাই কলে—

"বন্তিজনীৰ মুখখন অবিকল আইৰ দৰে নহৈছে নে বাৰু বিভূ?"

"মুখখনেই নে? স্বভাৱটোও একেবাৰে একে।" বুলি বিভূতি ৰত্ন বৰুৱাৰ ফালে ঘূৰি বহিল।

"ইচ্—" বুলি বন্তিয়ে আকৌ হাঁহিলে। বন্তিৰ হাঁহিত বিভূতিৰ পৃথিৱী পোৱাই গ'ল। বিভূতিৰ বোধ হ'ল এক অনিবাৰ্য্য ঘটনাৰ বাবে যেন পৰিৱেশ সদায় প্ৰস্তুত হৈ থাকে। ৰত্ন বৰুৱাই ভাবিলে বিভূতিৰ একমাত্ৰ মৰমৰ সন্তান বন্তি! দেউতাক-জীয়েকৰ ভিতৰত কিমান সহজ আনন্দ। ইমান সহজ বন্তিজনী! প্ৰকৃত শিক্ষাই ছোৱালীবোৰক ইমান সহজ কৰি দিয়ে। বন্তিৰ কথা আৰু কামে ৰত্ন বৰুৱাক এইকেইদিন শান্তি দিছিল।

"বন্তি, তই পুৱাতে বৰ সোনকালে উঠ নহয়?" ৰত্ন বৰুৱাই সুধিলে।



"উঠে হেনো। উঠি গা-পা ধুই তুলসীৰ তলত জপো কৰে।" বিভূতিয়ে ককায়েকৰ আগত জীয়েকৰ পৰিচয় দি গৰ্ব্ব অনুভৱ কৰিলে।

"অ' আজি পুৱাতে শুনিছোঁ মন্ত্ৰ মতা। মাক অলপ সাত্ত্বিক-ধৰণৰতো। জীয়েককো শিকাইছে সেইবিলাক।"

"মই পিছে বেয়া পোৱা নাই ককাইদেউ, মনক গভীৰ কৰিবলৈ এনেবোৰ অভ্যাসৰ প্ৰয়োজন।"

"আচৰিত লাগে আজিকালিৰ ছোৱালীয়ে এইবিলাক কৰে বুলি জানিলে।"

"কিয় বৰদেউতা?"

"কিয়, কি বুলি কওঁ এতিয়া?"

"বাৰু ককাইদেউ, আপুনি ৰামকৃষ্ণ ইন্‌ষ্টিটিউচন্ চালে নে নাই? ই এটা বিৰাট বস্তু হৈছে দেই।" বিভূতিয়ে কলে।

"শুনিছোঁ, পিছে নহ'ল চাবলৈ। কালি বন্তিয়ে নিব খুজিছিল। মই হে নগলোঁ। আজি যাম দেই বন্তি।"

"অ' যাব লাগিব। অলপ সোনকালে ওলাব দেই বৰদেউতা।" বন্তিয়ে উত্তৰত কলে।

"কিয়? তোৰ আৰু কিবা কাম আছে নেকি? নে ককাইদেউক বিচি দি হাত বিষাইছে? ফেনৰ বতাহ গাৰ বিষলৈ বেয়া বুলি হে তোক বিচিবলৈ দিছোঁ।"

"ইচ্ দেউতাই যে কি কয়—" বুলি বন্তি কন্দনামুৱা হ'ল।

"তেন্তে কিয় সোনকালে ওলাবলৈ কৈছ কচোন?" বিভূতিয়ে সুধিলে।

"ৰামকৃষ্ণ ইন্‌ষ্টিটিউচন্ ইমান লৰালৰিকৈ চাব লগা বস্তু নহয়, অকল লাইব্ৰেৰীটো চাওঁতেই কিমান সময় লাগে।" সৰু ছোৱালী এজনীয়ে শিক্ষকৰ প্ৰশ্নৰ উত্তৰ দিয়াদি বন্তিয়ে উত্তৰ দিলে।

"জানিছোঁ তই সেই লাইব্ৰেৰীটোৰ কথা কবি বুলি। ককাইদেউ, বন্তিৰ পঢ়া-শুনালৈ মনটো অলপ বেছি হ'ল, সেয়ে অলপ অসুবিধাই হৈছে। অসমত বাৰু পঢ়া-শুনাৰ ব্যৱস্থা কেনে হৈছে?"

"কেনে হব? দেখাত বহু সাল-সলনি হৈছে। অসমত বিশ্ববিদ্যালয় হ'ল। মেডিকেল কলেজো আৰু এখন হব। তদুপৰি ইঞ্জিনিয়াৰিং কলেজ, আয়ুৰ্ব্বেদিক কলেজ কত কি হব লাগিছে। প্ৰায় প্ৰত্যেকখন চহৰতে একোখনকৈ কলেজো হৈ উঠিছে।"

"অসমীয়া লৰা-ছোৱালীবোৰে পঢ়া-শুনা কৰিবলৈ পাইছে তেন্তে ?"

"অঁ, পঢ়িবলৈ কিছু সুবিধা পাইছে কিন্তু পঢ়া-শুনা কিমান হৈছে কব নোৱাৰি।"

"কিয় ?"

"শিক্ষানুষ্ঠানবোৰ বাইজে বৰ ভাল পোৱা নাই, বৰ গণ্ডগোল। সেইবোৰত ত্নেতেৰা কথা সোমাইছে।"

"তাৰমানে টকা-পইচাৰ গণ্ডগোলৰ কথা কৈছে আপুনি।" হো-হোকৈ হাঁহিব ধৰিলে বিভূতিয়ে।

"অঁ, তেনেই। অৱশ্যে আৰু আন কথাও বহু আছে।"

"প্ৰায়বোৰ ক্ষেত্ৰতে আজিকালি একেটা কথা। মানুহৰ কাৰণে কাম-কাজো বহুতো ওলাইছে, বহুত মানুহ নানা কামত লাগিছেও। কিন্তু আচলকৈ কামটোকে ভাল পাই করে কেইজনে ? বাৰু আমাৰ সেই নিতাই পণ্ডিত আছে নে ?"

"অঁ, আছে। তোৰ কথা উলিয়ায় কেতিয়াবা।"

"হোঁ।"

"মানুহজনৰ বৰ কষ্ট এতিয়া।"

"কিয় ?"

"ঘৰখনত মানুহ এবাহ। যেনেকৈ মানুহ বাঢ়িছে অভাৱো বাঢ়িছে সেইদৰে। এঘৰ মানুহ একেটা লৰাৰ আৰ্জ্জনতে পোহপাল যাব লাগে।"

"লৰা কেবাটাও আছিল নহয় ?"

"ডাঙৰটো চুকাল কাহানিবাই। ছুটামানে কাম-কাজ নকৰে। দগাবাজ হ'ল।"

"হয় নেকি ? ভাল মানুহবোৰৰ এনে বিলৈ হোৱাটো দুখৰ কথা।"

"তেনেকুৱা শিক্ষক আজিকালি দেশখনত কেইজন আছে ?"

"আছে কিন্তু বৰ কম। সেইবোৰ যি হওক, এটা কথা ককাইদেউ, বস্তিক মই অসমত পঢ়োৱাৰ কথা হে ভাবিছোঁ।"

"কিয় দেউতা ? বুলি উচাপ খাই উঠিল বস্তি। আপুনি দেখোন কৈছিল ঘৰত অলপ দিন হে থাকিব বুলি।"



"মোৰ যোৱা নহব, তোকে ককাইদেউৰ লগত পঠাই দিম। তাৰ কলেজবোৰ এতিয়া ভাল হৈছে। তই তাতেই পঢ়িবি।"

"ইয়াৰ পঢ়াৰ লগত যে তাৰ পঢ়া নিমিলিব।" বস্তিয়ে ক'লে।

"মিলাব লাগিব।" বিভূতিয়ে জোৰ দি ক'লে।

"হব দেচোন।" বুলি কৈ ৰত্ন বৰুৱা অলপ সচকিত হৈ থিয় হ'ল। বাস্তিৰ ফালে চাই কলে, "দেউতাৰে তোৰ লগত ধেমালি কৰিছে অ' পাগলী। ফুৰিবলৈ ওলাগৈ যাঁ। তোৰ লগতে কলিকতাখন চাই লওঁ কিছু। পৰহিলৈ যাবগৈ লাগিব।" বুলি ৰত্ন বৰুৱা আকৌ বহিল। বস্তিয়ে বিচনীখন বিচনাতে থৈ লাহে লাহে ভিতৰলৈ সোমাই গ'ল।

বিভূতিয়ে গোটেই কোঠালিটো এবাৰ চাই ললে। তাৰপিছতেই বৰুৱালৈ লক্ষ্য কৰি কলে—

"ককাইদেউ, বৰ আশা কৰিছিলোঁ আপোনাৰ লগতে ঘৰলৈ যাব পাৰিম বুলি। কিন্তু এতিয়া দেখিছোঁ মোৰ যোৱা নহব। মোৰ যোৱা নহলে কুসুমকো অসমলৈ পঠোৱা অলপ অসুবিধা হয়।"

"তোৰ কিবা জৰুৰী কাম ওলাল নেকি ?"

"অঁ, তেনেই। ওলালেও যাম। কিন্তু যোৱা অলপ পলম হব পাৰে।"

কথাখিনি শুনাৰ লগে লগে ৰত্ন বৰুৱাৰ মুখখন ক'লা পৰি গ'ল। আকৌ বা কি হ'ল বিভূতিৰ ? ৰত্ন বৰুৱাৰ মনত সন্দেহৰ নানা ভাবে উথল্-মাথল্ লগালেহি। বিভূতি বৰুৱাইও ৰত্ন বৰুৱাৰ আওভাও লক্ষ্য কৰিলে।

"কেতিয়াকৈ যাবি তেনেহলে ? পেহী তোৰ কাৰণে বৈ আছে। পাৰিলে দুদিনমানৰ কাৰণে এবাৰ গৈ আহিলে ভাল আছিল নেকি ?"

"যাম বুলিতো ভাবিছিলোঁৱেই। পিছে ডাঙৰ এটা গণ্ডগোলত পৰি গলোঁ।"

"কি গণ্ডগোল ?"

"সেইবিলাক বহুত কথা। আপোনাক সকলো কথা কবই পৰা নাই। পিছে এটা কথা ককাইদেউ, বস্তি আপোনাৰ লগতে যাওক। আৰু সঁচাকৈয়ে মই তাইক তাতে পঢ়োৱাৰ কথা ভাবিছোঁ। আপুনি জানো কেনে দেখে ?"

"বাৰু, সেইবোৰ হব দেচোন।"

"মই তাইৰ 'মাইগ্ৰেচন চাৰ্টিফিকেট'খন আনিয়েই থৈছোঁ। আপোনাৰ

হাতত দি থব লাগিব। বন্তিৰ ইংৰাজীত অনার্চ আছে, কটন কলেজত নামটো লগাই দিব। দৰং কলেজখন কেনেকুৱা হৈছে বাৰু ?"

"গুৱাহাটীত ছোৱালী কলেজো আছে নহয়? তাত আজিকালি বহুত ছোৱালী পঢ়ে। ইলায়ো তাতে হে পঢ়িছিল।"

"হয় নেকি? আপুনি যি ভাল দেখে কৰিব। কিন্তু মোৰ কথা হ'ল খো-এডুকেশ্বন বেয়া বুলি ছোৱালী কলেজত বন্তিক পঢ়াব নেলাগে। যিখন কলেজতে তাইৰ পঢ়া-শুনা ভাল হব বুলি ভাবে তাইক সেইখনতে পঢ়াব।"

"হব দেচোন। ইলাকো ছোৱালী কলেজৰ হোষ্টেলত থৈছিলোঁ। পিছে তাইৰ পঢ়া-শুনাত সিমান ৰাপ নাই। গান-বাজনা হে ভাল পায়। যোৱাবাৰ আই-এ পৰীক্ষাত বেয়া কৰিলে। এইবাৰ আকৌ দিছে। কিন্তু এইবাৰো ৰমেনৰ বিয়াৰ হুলস্থুলটো তাইৰ পৰীক্ষাৰ মাজতে পৰিল। জানো কি কৰে? পিছে তাইক বিয়া দিয়াৰ কথা হে ভাবিছোঁ।"

"কিয় ইমান সোনকালে বিয়া দিয়ে? মোৰ বোধেৰে ছোৱালীক উচ্চ-শিক্ষা দিব লাগে।"

"পঢ়োৱাত মোৰো আপত্তি নাই। নোৱাৰিলে কিন্তু সিহঁতক উপযুক্ত বয়সত বিয়া দিয়াই ভাল।"

"হয় অৱশ্যে। দৰা পাইছে জানো?"

"অঁ, অলপ খবৰ-খাবাৰ কৰিছোঁ। সিও এটা কাৰণ মই সোনকালে ঘৰু পোৱাব।"

"আপুনি যাবগৈ পৰহিলৈ। মই আৰু আপোনাক নৰখাওঁ।" বিভূতিয়ে যাম যাম বুলি ককাইদেৱেকক ভুসপ্তাহমান ৰখালেই। গতিকে আৰু ৰখোৱাটো উচিত নহব বুলি ঠিৰাং কৰিছে।

"এনেতে বন্তিয়ে দুই হাতত দুই প্লেট্ আম লৈ আহি সৰু টুল দুখনত থৈ দেউতাক আৰু বৰদেউতাকৰ ফালে আগবঢ়াই দি কলে--

"বৰদেউতা, আম খাই ওলাওক ফুৰিবলৈ, আহি চাহ খাবহি।" বন্তিয়ে কথাখিনি কোৱাৰ লগে লগে মুখ টিপি হাঁহি ভিতৰলৈ সোমাই গ'ল। খন্তেক পিছতে হাতত দুগিলাচ পানী লৈ ওলাই আহিল বন্তি।

"এতিয়াই যাব নে?" বন্তিলৈ চাই বৰ্ত্ত বৰুৱাই সুধিলে।

"যাব লাগিব সোনকালে, নহলে ভালকৈ চোৱা নহব নহয়?"



"চাহ—এটোপা—" বুলি কওঁতেই বন্তিয়ে ডাঙৰকৈ হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহিয়েই তাই কলে, "মই জানিছিলোঁ বৰদেউতাই চাহ নাখালে যাব নোৱাৰে বুলি। মাই চাহ কৰি আছে। আগতে আম খাই লবলৈ কৈছে। চাহ খুব ভাল পায় নহয় বৰদেউতা?"

"অঁ, অসমীয়া মানুহে চাহ নাখালে কেনেকৈ চলিব? চাহৰে দেশ।"

"অসমৰ চাহ বাগিচাবোৰ বৰ সুন্দৰ নহয় বৰদেউতা?"

"অঁ, বৰ সুন্দৰ। তই আন ক'ৰবাত চাহ-বাগিচা দেখিছ জানো?"

"দেখিছোঁ। কিন্তু দেউতাই কৈছে অসমৰ চাহনি বোলে বেছি সুন্দৰ।"

"মই আকৌ বাহিৰৰ চাহ-বাগিচা তেনেকৈ দেখা নাই নহয়—বিজ্ঞাৰতো নোৱাৰিম। নিজে হলে বহুদিন চাহ-বাগিচাতে কাম কৰিছোঁ।"

"কি কাম বৰদেউতা?"

"আগতে কোম্পানীৰ তলত মেনেজাৰি কাম কৰিছিলোঁ। এতিয়া সৰু বাগিচা এখন নিজেই চলাইছোঁ।"

"কোম্পানীটো ক'ৰনো?"

"বিলাতৰ।"

"বিলাতৰপৰা চলায়?"

"অঁ, এতিয়া পিছে সেই বাগিচাখনকে আমি কিনি ললোঁ।"

"কিমান টকা ললে ককাইদেউ?" বিভূতিয়ে মাজতে সুধিলে।

"বহুখিনি টকা দিব লগা হ'ল।"

"আছিল জানো সিমান টকা আপোনাৰ হাতত।"

"নাছিল। শইকীয়াৰ চুবুৰিৰ মাটিখিনি বেচিলোঁ নহয়?"

"সেইখিনি বৰ সুন্দৰ মাটি আছিল, খেতি বৰ ভাল হৈছিল নহয়?"

"অঁ, হৈছিলতো, মাটিখিনি বেচাৰ সময়ত তোক আৰু সোধাই নহ'ল, বৰ দৰকাৰ হৈ গ'ল টকাৰ।"

"নাই নাই, মই সেই কাৰণে সোধা নাই, মোক আকৌ কেনেকৈ সুধিব?"

"অঁ-তো, ঘৰৰপৰা পলাই যোৱা মানুহজনক আকৌ কিয় সুধিব?" বন্তিৰ কথাত ভাই-ককাই দুয়ো হাঁহিলে। অলপ সময় সকলোৰেই নিমাত হৈ থাকিল। তাৰপিছতে বৰ্ত্ত বৰুৱাই বন্তিলৈ চাই সুধিলে—

"বাৰু, তোৰ অসমীয়া ৰিহা-মেখেলা এযোৰ নাই নে? এই যে শাৰীখন পিন্ধিছ?"

বন্তিয়ে নীলা ব্লাউজটোৰ লগত মিলাই নীলা পাৰিৰ শান্তিপুৰী বগা শাৰী এখন পিন্ধি আহিছিল। এডলীয়া বেণী গুঠিছিল। সাজ-পাৰত বন্তি পৰিপাটি। কিন্তু মাৰ্জ্জিত ৰুচিৰ পৰিচয় আছে।

"বাহিৰৰ সাজ-পাৰতেই মানুহৰ আচল পৰিচয় নহয়। শাৰীখনৰ কি সাধ্য মোৰ অসমীয়াত্ব নষ্ট কৰিবলৈ?"

"মোৰ কিন্তু ভয় লাগিছে দেই। শাৰী পিন্ধা ছোৱালীজনী লগত লৈ গলে কোনোবাই ভুল কৰে নেকি মই অসমীয়া নহয় বুলি।" ৰত্ন বৰুৱাই হাঁহি হাঁহি কলে।

"মহানগৰীত কোনেও কাকো চিনি নেপায় ককাইদেউ, আপুনি অসমীয়া নহয় বুলি কোনেও ভুল নকৰে ইয়াত।" বিভূতিয়ে কলে।

"কেৱল অসমীয়া, অসমীয়া। মানুহবোৰ মানুহ হলেই হব।" বুলি বন্তি হাঁহি হাঁহি ভিতৰলৈ সোমাই গ'ল।

"বন্তিয়ে ডাঙৰ কথা কলে অ'।"

"কৈছেতো। পিছে মানুহ হোৱা মানুহৰ কাৰণে যে বৰ সহজ নহয় সেই কথা তাই বুজি উঠা নাই। বৰ আজলী হৈয়ে আছে এতিয়াও। ক'ত বা কি ঠেকা খাব লগা হয় কব পৰা নাই।"

"ভাল হে, লৰা-ছোৱালীয়ে ভাল কথা ভাবিবলৈ শিকিব লাগে।"

"আজিকালিৰ লৰা-ছোৱালীয়ে বেছি নাভাবে নহয়, কয় হে ভাল কথা। আনৰ মুখত যিহকে শুনে, কিতাপত যিহকে পঢ়ে তাকে কয়।"

"তথাপি বন্তিক মই ভাল বুলিছোঁ। মই মন কৰিছোঁ তাইৰ কথাবোৰ অন্তৰৰপৰা ওলোৱা।"

"হয় নেকি—" বুলি বিভূতিয়ে হাঁহিলে। সেই কথাত বিভূতিৰ পিতৃত্বৰ গৌৰৱ বিৰিঙি উঠিল।

"আমি তাইক অলপ বেছি স্বাধীনতা দি তুলিছোঁ ককাইদেউ। তাই যি ভাবে, যি অনুভৱ কৰে সকলো কথা আমাৰ আগত মুকলি মনেৰে কয় আৰু এই পোন্ধৰ দিনৰ ভিতৰতে আপোনাৰ ওচৰত তাই বৰ সহজ হৈ পৰিছে। মোৰ লগত কথা কোৱাদি তাই আপোনাৰ লগতো কথা পাতে যে মই মন কৰিছোঁ।"



"মই বৰ ভাল পাইছোঁ বন্তিৰ কথা-বতৰা। লৰা-ছোৱালী এনেকুৱা হোৱাটো বৰ ভাল কথা। কিন্তু মোৰকেইটা এনেকুৱা নহ'ল। ৰমেনটোৱে যে মোক দেখিলেই কেনেবাখন কৰে, ইলাই অৱশ্যে দুই-এটা কথা পাতে। তাকো সুধিলে হে কয়। সিহঁতৰ মনোজগতৰ ভু আমি সহজে নেপাওঁ। এটাৰতো অৱস্থাই নাই। বাচি থকা নথকা সমান হৈছে।"

"ধনৰ কথা কৈছেতো?" তাক এবাৰ চিকিৎসা কৰালে ভাল আছিল।

"বহুত কিবা-কিবি কৰিছোঁ, একো ফল নেপাই এতিয়া এৰি দিছোঁ। মাকো তাৰ লগতে আধা-মৰা হ'ল।"

"নবৌৰ কষ্ট হবই।"

"কষ্টৰ কথা কোৱা নাই। ধনৰ অসুখ হোৱাৰপৰা মানুহজনী ক্ৰমাৎ কিবা হৈ যাবলৈ ধৰিলে। আগতে ঘৰ-ধৰা বিধৰ মানুহ আছিল। এতিয়া একেবাৰে জলকা মাৰি থাকে, একো কব নোৱাৰে সংসাৰৰ কথা।"

"ধনৰ অসুখৰ কাৰণেই তেনে হব পাৰে।"

"ডাক্তৰসকলেও তাকেই কয়।"

ভাই-ককাই দুয়ো এইদৰে সুখৰ-দুখৰ কথা পাতি থাকোঁতেই বন্তিয়ে চাহ দুকাপ লৈ ওলালহি। ৰবদেউতাকৰ ফালে চাই বন্তিয়ে কলে—"আপোনাৰ প্ৰিয় বস্তু আনিছোঁ, খাই লৈ এতিয়া ওলাওক সোনকালে।" কথা শেষ হোৱাৰ লগে লগে বন্তি ভিতৰলৈ আকৌ যাবলৈ ওলাইছিল। কিন্তু আগফালৰ বন্ধ দুৱাৰখনত বাহিৰৰপৰা টক্ টক্ শব্দ পৰিলত তাই ৰৈ গ'ল। ৰত্ন বৰুৱাইও মন কৰিলে—দুৱাৰখন ভিতৰৰপৰা বন্ধ। মহানগৰীত ভাৰা-ঘৰৰ নিয়মেই সেইটো। একেটা ঘৰতে কত পৰিয়াল বাস কৰে কিন্তু ওচৰ-চুবুৰীয়া বুলি ইঘৰে সিঘৰক মাত এষাৰ দিয়াৰো আৱশ্যক বোধ নকৰে। ঘৰৰ দুৱাৰ বন্ধ থাকিলে মহানগৰীত একো অসুবিধা নহয়। বৰং বহু সময়ত সুবিধা হে হয়। বিভূতিহঁতৰ দুৱাৰো সেয়ে বন্ধ থাকে। বন্তিয়ে বন্ধ দুৱাৰখন খুলিলেগৈ।

"কোন অ'?" বিভূতিয়ে সুধিলে।

"কালীবাবু আৰু নিৰ্ম্মল।" বন্তিয়ে বিভূতিৰ ফালে আগবাঢ়ি খৰকৈ কলে।

"আহক, আহক।" বিভূতিয়ে তেওঁলোকক ভিতৰলৈ মাতিলে। দুয়ো সোমাই আহিল। কালীবাবু আদহীয়া বঙালী মানুহ। মলিয়ন ধুতী আৰু গাৰ ক'লা কোটটোৱে তেওঁক বেছি বয়সিয়াল যেন দেখা গৈছে। ইফালে

পাৰপাটি ধুতী-পাঞ্জাবীয়ে নির্ম্মলৰ আচল বয়স সহজে ঢাকিব পাৰিছে। বয়স হলেও তেওঁক ডেকাৰ শাৰীত থব পাৰি। দুয়ো ভিতৰ সোমাই পৰিচিত লোকৰ দৰে ৰত্ন বৰুৱালৈ নমস্কাৰ জনালে।

ৰত্ন বৰুৱাই প্ৰতি-নমস্কাৰ দিলে।

"আপোনাৰ দাদাক নহয় নে?" বিভূতিৰ ফালে চাই কালীবাবুৱে বঙালীতে সুধিলে।

"হয়।" বিভূতিয়ে কলে।

"আপোনাক মই বাণ-ষ্টেজত দেখিছিলোঁ। আপোনাৰ চেহেৰা বিশেষ সলনি হোৱা নাই।" নির্ম্মলে সম্ভ্ৰমেৰে কলে।

"হয় নেকি? আপুনি কিমান দিন তেজপুৰত আছিল বাৰু?"

"আমি তেজপুৰত তিনি বছৰমান আছিলোঁ। মোৰ জন্ম হৈছিল অসমত। তেৰ-চৈধ্য বছৰমান অসমত থাকি ইয়ালৈ আহিছোঁ—ইয়ালৈ অহা অৱশ্যে কুৰি-বছৰমান হৈ গ'ল। আমাৰ দেউতাই পোষ্ট-মাষ্টৰ কাম কৰিছিল। মোৰ খুব ভালকৈ মনত আছে জ্যোতিপ্ৰসাদ আগৰৱালাই আমাক গান শিকাইছিল।"

"হয় নেকি? আপুনি তেন্তে জ্যোতিপ্ৰসাদক জানে? কি যে বিৰাট প্ৰতিভা আছিল জ্যোতিপ্ৰসাদ—" বুলি ৰত্ন বৰুৱাই এটি হুমুনিয়াহ চাৰিলে।

"হয় হয়, তেখেতৰ অৰ্কেষ্ট্ৰা কি সুন্দৰ, নতুন ধৰণে সৃষ্টি কৰা সেইবোৰ সুৰ মোৰ খুব ভালকৈ মনত আছে।" নির্ম্মলে উচ্ছ্বাসেৰে কৈ গ'ল।

"কিন্তু সেই প্ৰতিভাক কিদৰে সন্মান কৰা হ'ল? জ্যোতিপ্ৰসাদৰ মৃত্যুৰ দিনা আমাৰ বহুত স্কুল-কলেজ বোলে বন্ধ নহ'ল?" বিভূতিৰ প্ৰশ্নসূচক কথাখিনি অন্তৰৰপৰা যেন ওলাই আহিল।

"সেইবিলাক ৰাজনীতিৰ কথা।" ৰত্ন বৰুৱাই কলে।

"হয় হয়—" বুলি কালীবাবুৱে মূৰ দুপিয়ালে।

"তেখেতৰ কাৰণে বাণ-ষ্টেজত একোখন নাটক কি সুন্দৰ হৈ উঠিছিল! কত কথা যে মানুহজনে একেলগে জানিছিল!" অতীতৰ কথা সুঁৱৰি সুঁৱৰি ৰত্ন বৰুৱাই কবলৈ ধৰিলে।

"জানো জানো, কাৰেঙৰ লিগিৰী কি সুন্দৰকৈ কৰিছিল। কিয় আপুনিয়েই কাৰেঙৰ লিগিৰীত পাৰ্ট কৰা নাছিল জানো? সুন্দৰ কোঁৱৰ হৈছিলতো?"



"অপোনাৰ বহুত কথাই মনত আছে দেখিছোঁ।" নির্ম্মলৰ কথা শুনি ভাবুকৰ দৰে ৰত্ন বৰুৱাই কলে।

"এতিয়াও পাৰ্ট-তাৰ্ট কৰেতো?"

"এঃ, এতিয়া বুঢ়া হলোঁ—কি পাৰ্ট কৰিব?"

"বুঢ়াৰো পাৰ্ট আছে নহয়?" কালীবাবুৱে এইবাৰ বঙালীতে মাত লগালে। অসমীয়া কথোপকথন কালীবাবুৱে বুজি পাইছিল কিন্তু কব নোৱাৰে গতিকে একো কোৱা নাছিল। তেওঁ ইমানপৰে নির্ম্মলৰ ভঙা ভঙা অসমীয়া কথাৰ সোৱাদ লৈছিল। কালীবাবুৰ কথা শুনি সকলোৱে একেলগে হাঁহিলে।

"এতিয়া আৰু সেই ৰামো নাই অযোধ্যাও নাই। আজি সম্পূৰ্ণ অৰাজক অৱস্থা।" ৰত্ন বৰুৱাই কলে।

"হয় হয়" বুলি এইবাৰ আকৌ কালীবাবুৱে ৰত্ন বৰুৱাক গহীন সুৰে সমৰ্থন জনালে। তাৰপিছত প্ৰত্যেকজনেই কিছুপৰ নীৰৱ হৈ ৰ'ল—দেশৰ অৰাজকতাৰ গুৰুত্ব উপলব্ধি কৰিবলৈ হে যেন। এনেতে বন্তিয়ে চাহ দুকাপ আনি আলহী দুজনৰ আগত দিলেহি আৰু বৰদেউতাকলৈ চাই কলে, "ওলাওকচোঁগৈ যাওক।" বন্তিৰ নির্দ্দেশমতে ৰত্ন বৰুৱা বহাৰপৰা উঠিল। তেওঁলোকৰ ফালে চাই কলে—

"আপোনালোক বহক। মই মোৰ ভতিজাজনীৰ লগত ফুৰি আহোঁগৈ।"

"যাওক, যাওক।" কালীবাবু আৰু নির্ম্মলে একেলগে কলে। বন্তিৰ পাছে পাছে ৰত্ন বৰুৱা ভিতৰ সোমাই গ'ল।

## ॥ পাঁচ ॥

বাহিৰৰ চোকা ব'দ উদাসংহৈ উঠিছিল। তুপৰৰ মৌনতাই চাৰিওফালে আৱৰি আছিল। নীৰৱতাৰ উপলব্ধি অজিতৰ গভীৰ হৈ আহিল। আঁতৰত ভাগলী এজনীয়ে বেবাই উঠিছিল। লগে লগে জীৱনৰ বহুত সৰু-সুৰা স্মৃতি কৰুণ ৰূপত অজিতৰ মনত ভাহি উঠিল। এই বিশ্ব চৰাচৰৰ বুকুত এক গভীৰ বিষাদ ব্যাপ্ত হৈ আছে বুলি অজিতৰ বোধ হ'ল। হঠাতে চোতালত কাউৰী এজনীয়ে 'কা কা' কৈ উঠিল।

"যা যা, মৰা কাউৰী মৰিবলৈ আহিছ।" চোতালত পদ্মাৱতীৰ অস্বাভাৱিক ডাঙৰ মাত শুনা গ'ল। অজিতে খিৰিকীখনেদি চাই পঠালে। পদ্মাৱতীয়ে হাতৰ বিচনীখনেৰে কাউৰীজনীক খেদি গৈছে। বুঢ়ীৰ খোজত বাৰ্দ্ধক্যই হাৰ মানিছে।

"আইতা, কাউৰীজনী এনেকৈ কিয় খেদিছে? তাই ভাল খবৰেই আনিছে বা?" ভিতৰৰপৰা ৰমেনে কলে।

"কাউৰী কাউৰীয়েই। কি ভাল খবৰ আনিব অ'?" পদ্মাৱতীয়ে কলে।

"খুৰা আহি পাবহি কিজানি।" ৰমেনে উত্তৰ দিলে।

"ভাল হব দে—" বুলি পদ্মাৱতী আন এটা কোঠালিলৈ সোমাই গ'ল। হয়তো নাতুৰামক বিচাৰি। এসময়ত পদ্মাৱতীয়ে নাতুৰামক দেখিবকে নোৱাৰিছিল। অৱশ্যে আজি বহুকাল হ'ল নাতুৰামৰ লগত পদ্মাৱতীৰ দেখা-সাক্ষাৎ নাই। কিন্তু এতিয়া বৃদ্ধ অৱস্থাত নাতুৰামৰ প্ৰতি পদ্মাৱতীৰ কোনো বিৰূপ ভাব নাই। মনৰ কোনোবাখিনিত পদ্মাৱতীয়ে নাতুৰামৰ লগত মিল হৈ অনুভৱ কৰিছে। অন্তৰৰ গভীৰত দুয়োৰো একেই হাহাকাৰ ধ্বনি। সম্পূৰ্ণ বিভিন্ন হৈও দুয়ো একেধৰণে বিচাৰিছে জগৎ-প্ৰৱাহৰ পৰিণতি। বিভূতিৰ কথা ভাবি ভাবি দুয়ো একেধৰণে বিচলিত হৈছে।

এইকেইদিন অজিত থকা কোঠালিটোত তেওঁৰ বস্তুবোৰ সিচৰতি হৈ পৰিছিল। অণিমা ভিতৰলৈ সোমাই আহি ককায়েকৰ ইটো-সিটো বস্তু সামৰিবলৈ ধৰিলে। অণিমাক দেখি অজিতে কলে—

"কি কৰিছ অ' অণি? মোৰ বস্তু সামৰিছ নেকি? ভাল কৰিছ। কালিলৈ পুৱা চাৰি বজাতে যাব লাগিব।"



"অঁ, জানো। কিন্তু পৰীক্ষা দি উঠি ঘৰলৈ যাওঁতে ইয়াত সোমাই যাবা। ময়ো তেখেতৰ লগতে ঘৰলৈ যাম।"

ৰমেনে হাঁহি মাৰি ঠাট্টাৰ সুৰত কলে—

"ঘৰলৈ যোৱাৰ কথা ভাবিলাই নে? এইখন যেনিবা আৰু ঘৰ নহয়, বাঁহ-তল হে।"

"তেনেকৈ কেলৈ ভাবিম?" হাঁহি হাঁহি অণিমাই কলে।

"বাৰু, ককাইদেৰেৰাক দেউতা ঘূৰি অহালৈকে নাৰাখা কিয়?"

"মই ৰাখিলেই থাকিব নে? যিহে একাচেকা মানুহ।"

"একাচেকা মানুহ নেকি?"

"অঁ-তো।"

"দেখিলা অজিত, তোমাৰ আগতেই ভনীয়েৰাই বদনাম গালে নহয়?"

"গাওক দিয়া, কিন্তু ৰমেন, মই কালিলৈ যাবই লাগিব দেই।"

"তোমাক ৰখাইছিলোঁ বিশেষ এটা কথাৰ কাৰণে হে। এই কেইদিন আইতা আৰু আতাই কিবা এটা কথা পাঙি আছে তোমাক কবলৈ। খুৰা-দেৰেৰাৰপৰাও তেনে এটা নিৰ্দ্দেশ আহিছে নেকি? দেউতা আহি পালে তোমাৰ মত লোৱাৰ কথাকে আমি ভাবিছিলোঁ।"

অণিমা আৰু অজিতে দুয়ো ৰমেনৰ কথাৰ সুৰ বুজি পালে কাৰণ ইতিমধ্যে ঘুনুক্-ঘানাক্‌কৈ কথাটো তেওঁলোকৰ কাণতো পৰিছিলহি। অজিতে ৰমেনক উত্তৰ দিলে অণিমাৰ মুখলৈ চাই—

"সেইবোৰ পিছে-পৰেও হব। আগতে মোৰ পৰীক্ষাটো হৈ যাওক। পৰীক্ষা বা আকৌ কেনেকুৱা হয়, পাছ কৰিব পাৰোঁ বা নোৱাৰোঁ!"

"পাছ নকৰিবা কিয়? অঁ, পৰীক্ষাৰ পিছতো এইটো কথা চিন্তা কৰি চোৱা যাব পাৰে।"

কথাখিনি কোৱাৰ লগে লগেই এঙামুৰি দি ৰমেনে বাহিৰলৈ ওলাই গ'ল। ৰমেন ওলাই যোৱাৰ পিছত অণিমাই ভোৰভোৰাই কলে—

"এওঁলোকৰ সেই একেটা কথাই। আমাৰ খুৰাদেউও যে এজন মানুহ আৰু!"

"বাৰু অণি কচোন এই প্ৰস্তাৱটোত তোৰ কি মত?"

"মোৰ আকৌ কি মত? তোমাৰ পচন্দ হৈছে যদি বিয়া কৰাবা আৰু।"

"সেইটো পিছত হব দেচোন।  তোৰনো বাৰু ইলাক কেনে লাগিছে ?"

"মোৰ একো ভাল-বেয়া নাই।  কিন্তু ইলাইও কথাটো জানে দেই। তেওঁৰ হলে খুব স্ফূৰ্ত্তি।"

"তই কেনেকৈ জানিলি ?"

"তেওঁৰ আওভাওৰপৰাই বুজি পাইছোঁ।"

"আমি হে কাবো আওভাও বুজি নেপাওঁ।"

"তুমি অকল কল্পনা দেৱীৰ আওভাও হে বুজি পোৱা।"

"এইবোৰ অণি কি বলকিছ ?  কল্পনা কল্পনাই।"

"তুমি জানো ইলাৰ লগত কথা পাতিছা ?"

"নাই পতা, ক'ত কথা পাতিবি ? আইতাই যিথন হে হুলস্থুল লগাই থাকে।"

"আইতাই বাৰু কিয় তেনেকৈ থাকে ?"

"থাকে আৰু, বুঢ়া মানুহ।"

"নহয় দেও, আমি আৰু বুঢ়া মানুহ দেখা নাই নে ?  মোৰ কিন্তু ইয়াৰ আইতালৈ বৰ ভয় লাগে।  কলিকতাৰ খুৰীআইৰ ওপৰত আইতাৰ বৰ খং, আহিলে বোলে এজোলোকা খুৱাব।"

"তেওঁ আকৌ কি কৰিলে ?  আমি সকলোৱে খুৰীৰ ওচৰত কৃতজ্ঞ থকা হে উচিত।  বিভূতি খুৰাক কিজানি তেৱেঁই ৰক্ষা কৰি আছে।"

"অদ্ভুত এই মানুহঘৰ।"

"অঁ, অলপ অদ্ভুতেইতো।  পিছে তোৰ কৰিবলৈ একো নাই।"

"মোৰ কথা একো ভৱা নাই।  আইতা ইয়াত বেছিদিন নাথাকিবও। পিছে তুমি কিন্তু মত দিয়াৰ আগতে অলপ ভাবি-চিন্তি চাবা।"

"চাম দে অ' আঁকৰী।  মত দিবলৈ গলোঁৱেই বা ক'ত ?"

এনেতে "নবৌ নবৌ"কৈ ইলাই চ'ৰাঘৰৰ পৰ্দাখন তুলি ভিতৰলৈ সোমাই আহিব খুজিছিল, অজিতক দেখি দুৱাৰ-মুখতে ৰৈ গ'ল।  অণিমাক লক্ষ্য কৰি ইলাই সুধিলে—

"দাদা ক'ত আছে নবৌ ?"

"নাই ইয়াত, অলপ আগতে ইয়াৰপৰা ওলাই গৈছে।  ভিতৰত চোৱাগৈ। বাৰু, তুমি এইফালে আহাচোন।  অজিত ককাইদেউৰ বোলে তোমাৰ লগত অলপ কথা আছে।"



আহোঁ-নাহোঁকৈ ইলা সোমাই আহিল।

"তেওঁ দাদাককহে বিচাৰি আহিছিল। তই আকৌ কিয় ৰখাই দিলি—" বুলি অজিতে ইলালৈ চাই ৰ'ল।

"ইলা, তুমি বাৰু অলপ ৰব পাৰিবা ?  কিবা অসুবিধা হব নেকি ?" অণিমাই সুধিলে।

"নহয়।  একো অসুবিধা নহয়।  দেউতাহঁত কেতিয়া আহি পাবহি পাৰে তাকে দাদাক সুধিব খুজিছিলোঁ।  আইতাই সুধিবলৈ কৈছিল।  সেইদিনা মহাভৈৰৱলৈ বোলে আইতাই শৰাই এখন দিয়ে।  সেইটো খবৰ আইতাক পিছত দিলেও হব।"

"অহা মানুহৰ খবৰ সোধোঁতা বহুত আছে বুজিছ অণি ?  কিন্তু কালিলৈ যে আমি যামগৈ তাৰ খবৰ বাৰু কোনে কৰে ?" অজিতে অণিমালৈ চাই কলে।

"ইলা, তুমি দাদাক থাকিবলৈ নোকোৱা কিয় ?"

"ঈস্, থাকিব ভালকৈ।  এই কেইদিন আইতা আৰু দাদাহঁতে কিমান-বাৰ থাকিবলৈ কৈছে, মই নাজানো নেকি ?"

"তেওঁবিলাকৰ কথা সুকীয়া।  তুমি কলে কিজানি থাকেই—" বুলি অণিমাই বেছিকৈ হাঁহিবলৈ ধৰিলে।  অণিমাৰ সহজ হাঁহিত কথাৰ অৰ্থও সহজ হৈ পৰিছিল।

অজিত আৰু ইলাৰ এইবাৰ মাত নোহোৱা হ'ল।  অজিত অলপ অপ্ৰস্তুত হ'ল।  ইলা লাজতে ৰঙা-চিঙা পৰিল।  চাদৰৰ আগটো কামুৰি নবৌৱেকলৈ ঘোপাকৈ চালে।  কৃত্ৰিম খং তল পেলাই মনৰ আনন্দ ইলাৰ চকুত ভাহি উঠিছিল।  অজিতে এই প্ৰথম ইলালৈ একেথৰে চালে আৰু জীৱনত প্ৰথম এক নতুন উল্লাস উপলব্ধি কৰিলে।  তলমূৰৰপৰা ওপৰমুৱা হৈ হঠাৎ ইলাই যেতিয়া অজিতলৈ চালে, দেখিলে অজিতে তেওঁলৈকে ৰ-লাগি চাই আছে।  এইবাৰ ইলাই অজিতক সুধি পেলালে অনুনয়ৰ সুৰত—

"কালিলৈ থাকিব ?"

"ওহোঁ নাথাকোঁ।  থাকিব নোৱাৰোঁ।  পৰীক্ষা দি আহোঁগৈ বাৰু, তেতিয়া তোমাৰ লগত বহুত কথাই হম।  তুমি তেতিয়ালৈ বেছি কথা বুজা হবা, মোৰ নানা কথাৰ উত্তৰ দিব পাৰিবা।" এজনী সৰু ছোৱালীক

বুজোৱাৰ দৰে অজিতে কথাখিনি কৈ গ'ল যদিও তেওঁৰ কথাৰ সুৰত দৃঢ়তা আছিল। অজিতৰ মুখৰ কোনোটো শব্দকে অবাবত কোৱা বুলি ইলাই অৱজ্ঞা কৰিব নোৱাৰিলে। অণিমাও নিশ্চিত হ'ল ককাইদেৰেক কালিলৈ পুৰাই যাবগৈ বুলি। কিছুপৰ তিনিও নিমাত হৈ থকাৰ পিছত অণিমাই ইলাৰ হাতখনত ধৰি কলে—

"দ'লা চাহত লাগোঁগৈ।" অণিমা আৰু ইলা ওলাই গ'ল। অজিতে একো বাধা নিদিলে।

...সন্ধিয়া পৰত অজিত ওলাই গ'ল অকলে। কিছুপৰ নীৰৱে অকলশৰীয়াকৈ থাকিবৰ মন গৈছিল অজিতৰ। সেয়ে তেওঁ সো-সো কৰে নদীৰ পাৰলৈ খোজ ললে, আৰু 'অৱ্জাৰভেটৰী' পাহাৰটোত উঠিলগৈ। উঠি যাওঁতে তেওঁ ভাবি গ'ল—এয়া বুৰঞ্জী বিখ্যাত 'অগ্নিগড়'। জীৱনক বোধিব নোৱাৰা গড়টো পৰাজিত হৈ যেন পৰি আছে আজিও। ওপৰৰপৰা তেজপুৰৰ দৃশ্য চাই অজিত মুগ্ধ হ'ল—এইখনেই শোণিতপুৰ, ইয়াতে দেৱতা আৰু দানৱৰ যুদ্ধ হৈছিল উষা-অনিৰুদ্ধৰ মিলনৰ বাবে। খন্তেক পিছতে তেওঁ ওচৰৰ শিল এচটাৰ ওপৰত বহি বাৰিষা বাঢ়ি অহা ব্ৰহ্মপুত্ৰৰ ফালে চাবলৈ ধৰিলে। বিশাল ব্ৰহ্মপুত্ৰই যেন প্ৰকৃতিৰ প্ৰশান্ত ৰূপ আঁকি গৈছে। সন্ধিয়াৰ সূৰুযে শেষ ৰশ্মি-কণা বাকি দিছে ধৰাৰ বুকুত। উন্মুক্ত আকাশত উৰি যোৱা এজাক পখী ক্ৰমাৎ মনিব নোৱাৰা হৈ আহিছে। অজিত কিছুপৰ স্তব্ধ হৈ থাকিল। এই মধুৰ পৰিৱেশৰ মাজত এক নতুন আৱেশত অজিতৰ মন-ডিঙাই পাল মেলি দিলে। এইদৰে কত-পৰ পাৰ হৈ গ'ল অজিতে একো কব নোৱাৰিলে। নদীৰ বুকুৰ বাঢ়নী পানীত সৰু ডাঙৰ কত ঢৌ। অজিতৰ মনতো ইটো-সিটো কত কথা ভাহি উঠিল তাৰ লেখ নাই। কিন্তু প্ৰাণত এবাৰ তেওঁৰ স্পষ্ট প্ৰতিধ্বনি হ'ল—'কালিলৈ থাকিব ?' কাৰ মাত বাৰু ? জীৱনৰ এই চলন্তিকা পথত কাৰ বাণী ? কাৰ মোহন মূৰুতি সন্মুখত থিয় হৈ আছে ? তেওঁক যেন হাত বাউল দি মাতিছে অপাৰ যাত্ৰাত সঙ্গী হবলৈ। এক নাৰী, সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তি। এয়া কোন বাৰু ? ইলা নেকি ? কি ভাবিছোঁ বুলি নিজৰ ওচৰতে নিজে লাজ পাই অজিত থিয় হ'ল। চাৰিওফালে এবাৰ চালে অজিতে। কোনো নাই। আকাশত ঘূৰণীয়া জোনটো মাথোঁ উজলি উঠিছে। কেতিয়া জোনটো ওলাল, কিমান বেলি হ'ল অজিতে কব নোৱাৰি বেগাই নামি আহিল তললৈ। একেবাৰে পদুম-পুখুৰীৰ পাৰ পাই তেওঁ ভাবিলে আৰু বেছি দূৰ নাই ঘৰ পাবলৈ। কালিলৈ যাবই লাগিব বুলি মনটো দৃঢ় কৰি লাহে লাহে অজিতে খোজ ললে। জোনৰ শীতল পোহৰে পুখুৰীৰ কেউপাৰে ঢৌৱাই ৰাখিছে। পানী, পাত, ফুল আৰু পোহৰ মিলি এক অভিনৱ ৰূপ ধাৰণ কৰিছে। আকাশৰ জোনটো পুখুৰীৰ পানীতো ভাহি উঠিছে। পুখুৰীৰ পাৰত কিছুপৰ বৈ অজিতে জোনৰ প্ৰতিবিম্বটো নিৰীক্ষণ কৰিবলৈ ধৰিলে—প্ৰতিবিম্ব যদিও আচল জোনৰ লগত মিল আছে। এনেতে সৰু ভেকুলী এটাই পাবলৈ জাঁপ মাৰি দিলে। অজিত উচাপ খাই উঠিল, কিন্তু লগে লগে বুজি পালে যে সেইটো এটা ভেকুলী হে। মনটো স্থিৰ কৰি বেগাবেগিকৈ যেতিয়া খোজ ললে, অজিতে শুনিলে বাটত কিছুমান মানুহে কোৰ্হাল কৰিছে। খন্তেক পিছতে দেখিলে অন্য একো নহয়, 'জোনাকী' চিনেমা-হলত ফাৰ্ষ্ট শ্ব' শেষ হৈছে। স্কুল-কলেজৰ লৰাই হাই-উৰুমি কৰি কথা পাতিছে। অজিত অলপ বিৰক্ত হ'ল যদিও 'জোনাকী' নামটোৰ উজ্জ্বল আখৰকেইটা পঢ়াৰ লগে লগে মনটো তেওঁৰ পোহৰ হৈ উঠিল। ৰূপ-কোঁৱৰৰ কথা ভাবি ভাবি এইবাৰ অজিত ঘৰমুৱা হ'ল।



## ॥ ছয় ॥

"কালীবাবু কিবা খবৰ পালে নে ?"

"পাইছোঁ।" বিভূতিৰ প্ৰশ্নৰ উত্তৰ দিলে কালীবাবুৱে গম্ভীৰভাৱে।

"খবৰ কেনেকুৱানো ?"

"কেনেকুৱা হব ? চব কাগজ-পত্ৰ ধৰা পৰিছে দেবেনবাবুৰ লগতে। দেবেনবাবু বেছি হুচিয়াৰ নহয়তো ?"

"ধৰা পৰিব বুলি মই জানিছিলোঁ।"

"এতিয়া কি কৰিব ?"

"কি কৰিম ? ধৰা পেলালে ধৰা দিবই লাগিব।"

"শেহত গৈ এতিয়া সেইটো হে কৰিব ?"

"উপায় নাই।"

"জীৱনত কত কাণ্ড কৰি ফুৰিছিল, কত বেশে কত বিপ্লৱত যোগ দিছিল, ক'তো ধৰা নপৰিল, এইবাৰ ধৰা দিব ?"

"দিব লাগিব।"

"আপোনাৰ দাদাকক সোনকালে অসমলৈ পঠাই দিয়ক। আপোনাৰ ঘৰো খানাতালাচ্ হব পাৰে। তেতিয়া আকৌ পুলিচে বা কি পয়মালখন লগায়! অৱশ্যে পুলিচ ইন্স্পেক্টৰ মুখাৰ্জী মানুহজন বেয়া নহয়। পুলিচ হলেও তেওঁৰ এখন অন্তৰ আছে।" নিৰ্ম্মলে মূৰ তুপিয়াই তুপিয়াই কবলৈ ধৰিলে।

"ভাবিছোঁ তাকে। ছোৱালীজনীকো দাদাৰ লগতে পঠাম বুলি ঠিক কৰিছোঁ। কিন্তু—"

"বুজিছোঁ আপোনাৰ একমাত্ৰ সন্তানৰ ওপৰত মায়া কিমান। কিন্তু আপুনি দুৰ্ব্বল হলে আৰু বহু বিপদ একেলগে আহিব। ছোৱালীটিৰ মঙ্গলৰ কাৰণেই আপুনি কঠোৰ হব লাগিব। তাতে আপোনাৰ ছোৱালী নিজৰ দাদাকৰ লগত হে যাব।"

"সেয়েতো মস্কিল।"

"একো মস্কিল নহয়। তেতিয়া হলে আপোনাৰ বহুখিনি চিন্তা লঘু হৈ যাব। আপোনাৰ ইয়াত একো কাগজ-পত্ৰ নাইতো ?"

"নাই; কিন্তু দেবেনবাবুৰ হাতত মোৰ লিখা বহুত আছে। জানো এতিয়া দেবেনবাবুৱে কি ষ্টেট্মেণ্ট দিয়ে !"

"কালিলৈ আমি লালবজাৰলৈ যাম আৰু কিবা জনাব লগা থাকিলে আপোনাক জনামহি। দেবেনবাবুক এৰেষ্ট কৰিছে যে এই খবৰটোকেই আপোনাক জনাবলৈ আহিলোঁ।"

"ঠিক আছে।"

"আমি যাওঁ তেন্তে ?"

"ভাল।" কালীবাবু আৰু নিৰ্ম্মল সতৰ্ক হৈ ওলাই গ'ল।

বিভূতি একেদৰে বহি থাকিল অকলশৰে। বহু কথাই বিভূতিৰ মনত খেলিমেলি লগাবলৈ ধৰিলে। বিভূতি ঘৰবপৰা ওলাই অহাৰ পিছত ত্ৰিশ বছৰ



পাৰ হৈ গ'ল। এই কালছোৱাৰ ভিতৰতে তেওঁৰ জীৱনে কত ৰূপ সলনি কৰিলে। এটা ৰূপৰ লগত আনটোৰ হয়তো একো সম্বন্ধ নাই। অৱশ্যে শেষৰ পোন্ধৰ বছৰ কালত একেডাল জৰীয়ে যেন বিভূতিৰ জীৱনৰ নানা সৰু-সুৰা ঘটনাক বান্ধি থৈছিল। সেই জৰীডাল এখন সৰু সংসাৰৰ জৰী। বস্তিক কেন্দ্ৰ কৰি বিভূতি আৰু কুসুমৰ এখন সৰু সংসাৰ। সেই জৰী বিভূতিয়ে ছিঙিব লাগিব। এটা কথা আজি বিভূতিয়ে বৰ পৰিষ্কাৰকৈ উপলব্ধি কৰিছে, সেইটো হৈছে জীৱনলৈ যেন তেওঁৰ অনিবাৰ্য্য এক পৰিৱৰ্ত্তন আহিব লাগিছে। পূৰ্ব্বেও তেওঁ এইদৰে নিজৰ মনত অনাগত ঘটনাৰ ছাঁ দেখিছিল—মাকৰ মৃত্যুৰ আগতে, নিৰুদ্দেশ হোৱাৰ আগে আগে আৰু কতবাৰ। কিন্তু জীৱনৰ সেইবোৰ দুৰ্য্যোগত তেওঁৰ প্ৰাণৰ শক্তিও আছিল অফুৰন্ত, কিন্তু এইবাৰ প্ৰথম বিভূতিয়ে জীৱনত দুৰ্ব্বল অনুভৱ কৰিলে। সন্তানৰ মায়া যে ইমান প্ৰচণ্ড হব পাৰে বিভূতিয়ে আগতে কেতিয়াও ভাবিব পৰা নাছিল। বস্তিক অসমলৈ পঠাব লগা হলেও তেওঁ যাতে কেতিয়াও আদৰ্শচ্যুত হব লগা নহয় তাৰবাবেই মনটো আকৌ দৃঢ় কৰি বিভূতি কুসুমক বিচাৰি গ'ল ভিতৰলৈ। এই বিষয়ে কুসুমৰ লগতো তেওঁ আলোচনা কৰিব লগা আছে।

ভিতৰত কুসুম ব্যস্ত আছিল। ৰত্ন বৰুৱা প্ৰায়ে আবেলিৰ ফালে বস্তিক লৈ বাহিৰলৈ ওলাই যায় আৰু এই সুযোগতে কুসুমে ৰত্ন বৰুৱাৰ বিচনা-পত্ৰ, কাপোৰ-কানি ঠিকঠাক কৰি থয়। ৰত্ন বৰুৱাৰ ওচৰত কুসুম সম্পূৰ্ণ সহজ হব পৰা নাই যদিও কুসুমে বুজিব পাৰিছিল ভায়েকৰ দৰে ৰত্ন বৰুৱা মানুহজনো বৰ উদাৰ। আজিও ৰত্ন বৰুৱাৰ বিচনাখন জোকাৰি আকৌ নতুনকৈ পাৰি দি কুসুমে ভাবিলে ৰত্ন বৰুৱাৰো বস্তিৰ প্ৰতি অকৃত্ৰিম স্নেহ দেখা গৈছে, তথাপি বস্তিক ইমান সহজে ৰত্ন বৰুৱাৰ লগত পঠাব পাৰি জানো ? যেতিয়ালৈ বস্তিক বিভূতিৰ ছোৱালী বুলি জানে তেতিয়ালৈকে হয়তো তেওঁ বস্তিক এইদৰে মৰম কৰিব, কিন্তু কেতিয়াবা যদি তেওঁ জানে বস্তি বিভূতিৰ ছোৱালী নহয়—বস্তি মুছলমান কন্যা—তেতিয়াও জানো তেওঁ বস্তিক এনেদৰেই মৰম কৰিব পাৰিব ? এনেকৈ ভাবি থাকোঁতেই বিভূতি ভিতৰ সোমাই কলে, "বুজিছা, বস্তিক পৰহিলৈ ককাইদেউৰ লগত ঘৰলৈ পঠোৱাটোকে ঠিক কৰিলোঁ।"

"আপুনি ?"

"মই যাব নোৱাৰিম। এইমাত্র নির্ম্মল আৰু কালীবাবু আহিছিল। মোৰ পাছত পুলিচৰ চোৰাংচোৱা লাগিছে।" বিভূতিয়ে কলে।

"বুজিছোঁ। কিন্তু বস্তিৰ কি হব? তাই আমাক এৰি অসমত থাকিব পাৰিব জানো?" বিভূতিলৈ চাই প্রশ্ন কৰাৰ লগে লগে কুসুমৰ মুখত মাতৃত্বৰ জ্যোতি বিৰিঙি উঠিল। কুসুমৰ এনে জ্যোতি বিভূতিয়ে আগতেও বহুবাৰ দেখিছে। এই সন্তানহীনা ৰমণীৰ মাতৃত্বৰ সৌন্দর্য্যই কতদিন বিভূতিক মুগ্ধ কৰিছে। আজি কিন্তু কুসুমৰ মুখলৈ চালত এক তীব্র বেদনাই বিভূতিৰ বুকুত আঘাত কৰিলেহি। কিছুপৰ বিভূতিয়ে কুসুমৰ কথাৰ উত্তৰ নিদিলে, তাৰপিছত লাহে লাহে কলে—

"মই একো ভুল কৰা নাই। বহু চিন্তাৰ পিছত হে মই বস্তিক অসমলৈ পঠাব খুজিছোঁ। অন্য পথ নাই কাৰণেই মই ককাইদেউলৈ চিঠি লিখিছিলোঁ।" কৈ কৈ বিভূতি কিছুপৰ নীৰব হ'ল। কুসুমেও একো নেমাতিলে। বিভূতিয়ে আকৌ আৰম্ভ কৰিলে—

"আজি আমি সর্ব্বস্বান্ত হৈ আহিছোঁ, তুমি জানা, আৰু কেইদিনমানৰ ভিতৰতে মোৰ কি অৱস্থা হয় ঠিক নাই। তুমি নিজৰ ঠাইলৈ গৈ কিবা এটা সংস্থান কৰি লব লাগিব। বস্তিকো তোমাৰ লগতেই পঠালোঁ হয়। কিন্তু তোমালোকৰ ঠাইত তাইৰ অসুবিধা হব—যিবোৰ অসুবিধা অসমত তাইৰ নহবও পাৰে। অসমৰ জলবায়ুৱে তাইক শুজিব আৰু তাইৰ মাক শান্তিৰো শেষ ইচ্ছা আছিল অসমৰ বুকুলৈ এবাৰ বস্তিক লৈ যোৱাৰ।"

ইমানপৰ কুসুমে নীৰবে শুনি আছিল বিভূতিৰ কথা। কিন্তু শান্তিৰ নাম শুনাৰ লগে লগে টোপে টোপে চকুলো কুসুমৰ গালৰ ওপৰেদি বাগৰি গ'ল। কুসুমলৈ চাই বিভূতিও অভিভূত হ'ল আৰু লাহে লাহে কলে—

"দুখ নকৰিবা কুসুম, সত্য পালন কৰিবলৈ আমি কঠোৰ হবই লাগিব। যিহকে কৰিলে বস্তিৰ মঙ্গল হয় তাকে হে আজি আমি কৰিব লাগিব। অসমলৈ তাইক পঠাই দিলে অন্ততঃ তাইৰ পঢ়া-শুনাখিনি হব। মোৰ ভাগৰ কিছু সম্পত্তি নিশ্চয় ঘৰত আছে। মানুহ হৈ উঠিবলৈ বস্তিৰ সেইখিনিয়েই হব—তাৰ ব্যৱস্থাও মই কৰি থৈ যাম। আমাৰ কণমান ত্যাগৰ ভিতৰেদি যদি তাইৰ মঙ্গল হয় তেন্তে সেইকণ ত্যাগ কৰাত ক্ষতি কি?"

বিভূতিক সমর্থন জনাই যেন কুসুমে আৰু বেছিকৈ উচুপিবলৈ ধৰিলে।



বিভূতি বকৰা এইবাৰ থিয় হ'ল। হাতখনত ধৰি কুসুমক ভিতৰলৈ লৈ গ'ল, বিচনাত বহুৱাই দি কলে—

"অতি কম সময়ৰ ভিতৰত আমাৰ বহু কাম আছে। বস্তিক তুমি অলপ সতর্ক কৰি দিবা মাত্র।"

"কিহৰ বাবে?"

"কোনো অৱস্থাতে অসমত বস্তিয়ে যাতে প্রকাশ নকৰে তাই যে আমাৰ ছোৱালী নহয়।"

"আপুনি নকয় কিয়?"

"মই নোৱাৰিম।"

"কিয়?"

"মই তাইৰ পিতা।"

"মই?"

"তুমি তাইৰ মা। তুমি পাৰিব লাগিব। সন্তানৰ কাৰণে মাকে ত্যাগ কৰিব পাৰে সহজে। মাতৃত্বত কোনো অভিমানে ঠাই নেপায়। পুৰুষৰ কাৰণে পিতৃত্বৰ অভিমান এক ডাঙৰ বাধা।"

বিভূতি খিৰিকীৰ কাষত থিয় হ'লগৈ। হুমহলাৰপৰা দেখিলে—জগদ্বন্ধু স্কুলৰ ফিল্ডখনত এজাক লৰা-ছোৱালীয়ে হাই-উকমি কৰিছে। খেলা শেষ কৰি ঘৰলৈ যোৱাৰ আনন্দ সিহঁতৰ স্কুলৰ দেৱালত ঠেকা খাইছেহি। তেতিয়া পশ্চিম আকাশত সূর্য্যাস্তৰ ৰঙাবোল সিচৰতি হৈছে। কুসুম কেতিয়া ওচৰৰ-পৰা উঠি গৈছে বিভূতিয়ে গম নেপালে। ঘূৰি চাই তেওঁ দেখে কুসুমে গোসাঁই-চাকি জ্বলাবলৈ যো-জা কৰিছে। বিভূতিৰ মনটো ক্রমাৎ উদ্ভাসিত হৈ উঠিল। খন্তেক পিছতে বিভূতি আৰু কুসুমৰ সকলো আশঙ্কা দূৰ কৰি কোঠালিটোত কল্যাণ শিখা জ্বলি উঠিল। আন দিনাতকৈ আজি গোসাঁইৰ আগৰ 'বস্তি' বেছি উজ্জ্বল হোৱা যেন বিভূতিৰ অনুভৱ হ'ল।

## ॥ সাত ॥

কাললৈ পুৱা বত্ন বকৰা ঘৰলৈ ঘূৰিব, বন্তিও লগত যাব। কিন্তু বন্তি কিমান দিনৰ কাৰণে যাব ঠিক হোৱা নাই। বিভূতিৰ দুই ভৰি দুই নাৱত। বন্তিক অসমতে পঢ়োৱাৰ নিৰ্দ্দেশ বত্ন বকৰাক দিছে যদিও বিভূতিয়ে এতিয়াও মনটো স্থিৰ কৰিব পৰা নাই। কুসুমেও বন্তি কিছুদিনৰ পিছতে অসমৰপৰা ঘূৰি আহিব বুলি ভাবি থৈছে। অলপ দিনৰ কাৰণে হলেও বন্তিক অসমলৈ পঠাব লগা হোৱাত কুসুম ভাবত আৰু কামত ব্যস্ত হৈ পৰা দেখা গৈছে। কিন্তু সময় পালেই মনটো বাৰে বাৰে কুসুমৰ গধুৰ হৈ পৰে—অকণমানজনীৰ-পৰা বন্তিক ডাঙৰ-দীঘল কৰিলে, আজি তাই ইমানজনী হৈছেহি। এতিয়া বন্তি পৰৰ ছোৱালীৰ দৰে হৈ গ'ল। আজি দেখোঁ বন্তিৰ ওপৰত কুসুমৰ কোনো অধিকাৰেই নেথাকিল! অভিমানত মনটো কুসুমৰ ভৰি পৰে। কুসুমে একোবাৰ ভাবে বিভূতিয়ে বন্তিক অসমলৈ পঠাবলৈ বিচাৰিছে, কাৰণ বন্তিৰ পঢ়া-শুনা হব লাগিব। পঢ়া-শুনাৰ কাৰণে যথেষ্ট অৰ্থবো প্ৰয়োজন। কুসুমে নানা কাৰণত সেৱিকাৰ চাকৰি এৰি দিয়া বহুদিন হ'ল, ব্যৱসায়ত বিভূতিৰ লাভতো আজিকালি নহয়েই, মূলধনো প্ৰায় শেষ হৈ আহিছে। আনফালে যি ঘটনাৰ কাৰণে বিভূতি পুলিচৰ চকুত পৰিছে তাৰপৰা তেওঁ নিস্তাৰ নেপাবও পাৰে। বিভূতিৰ নিচিনা মানুহজনৰ জীৱনত এনে বিপদ একো অস্বাভাৱিক নহয়। সেইবুলি বিভূতিয়ে আজি বন্তিৰ কাৰণে যি ব্যৱস্থা কৰিব খুজিছে কুসুমে কোনোমতেই তাক মানি লব পৰা নাই। ইমান দিনে বহু অসুবিধাৰ মাজতো জানো বন্তিৰ পঢ়া-শুনা হোৱা নাই? বহুত ছোৱালীতকৈ বন্তিয়ে ভাল শিক্ষাই পাইছে, বন্তিৰ যত্ন লওঁতে কুসুমে কোনো ৰকম ক্ৰটি কৰা নাই। নানা অসংলগ্ন কথাই আহি কুসুমৰ মনটো খুন্দিয়াই যায়হি। আৰু মাজে মাজে বিভূতিৰ এবাৰ কথা তেওঁৰ প্ৰাণত প্ৰতিধ্বনিত হৈ উঠে—'শান্তিৰ শেষ ইচ্ছা আছিল বন্তিক এবাৰ অসমৰ বুকুলৈ লৈ যোৱা'। কুসুমে আকৌ ভাবে—এৰা শান্তি যে বন্তিৰ জন্মদাত্ৰী! আৰু তেওঁ? তেওঁ একোৱেই নহয়। সকলো মিছা। পৃথিৱীখন ভুৱা। মানুহৰ যুক্তি, বিবেক, প্ৰেম সকলো ভুৱা। সেয়ে যদি হয়, তেনেহলে জগৎবাসীক আজি জনাই দিব নোৱাৰি



কিয় বন্তি তেওঁৰ নিজৰ ছোৱালী নহয় বুলি? জনালে বন্তিৰ অমঙ্গল হব, বন্তি বঞ্চিত হব! তেন্তে তেওঁৰ মাতৃত্ব, তেওঁৰ সকলো প্ৰয়োজন আজি বন্তিৰ কাৰণে। কিন্তু এজনী সন্তানহীনা নাৰীৰ কাৰণে কি বন্তিৰ প্ৰয়োজন নাই? এনেদৰে কোনো ৰকমেই কুসুমে মনটোক প্ৰবোধ দিব নোৱাৰি কোঠালিটোৰ ভিতৰতে ছটফটাবলৈ ধৰিলে। অতদিনৰ মূৰত আজি কুসুমে মাতৃত্বৰ অভাৱ বোধ কৰিলে প্ৰচণ্ডভাৱে—এই অভাৱ নাৰীত্বৰ ঘোৰ অপমান। এই অপমান উপলব্ধি কৰি কুসুম অস্থিৰ হব খুজিছে মাত্ৰ—হঠাৎ দেৱালত আৰি থোৱা মাতৃ-মূৰ্ত্তিৰ ছবিখন দেখি কুসুম থমকি ৰ'ল। কোন চিত্ৰশিল্পীৰ সুন্দৰ, সুকোমল অন্তৰৰ-জীৱন নিজৰা ই? ভাবি ভাবি কুসুমে ইটো-সিটো বাকচ খুলিবলৈ ধৰিলে। বন্তিৰ প্ৰয়োজনীয় কাপোৰ-কানিখিনি একেলগে ভৰাবলৈ বুলি এটা বাকচ খালী কৰিলে। বাকচকেইটা টনাটনি কৰোঁতে একোটা শব্দ হ'ল—নিজম ঘৰখনৰ নীৰৱতা আৰু গভীৰ কৰি তুলিলে বাকচ টনাৰ অস্বাভাৱিক একোটা ডাঙৰ শব্দই। মাজে মাজে কিৰণে বান্ধনি-ঘৰৰপৰা আহি কুসুমক ভূমুকি মাৰি চাই যায়হি। বন্তিৰ সৰুকালিৰে ফ্ৰক দুই-এটা এতিয়াও কুসুমৰ বাকচত আছে। সেইবোৰ উলিয়াই সুমুৱাই থৈছে কুসুমে, বন্তিৰ অকণমান পিতলৰ গিলাচ এটা, সৰু থাল-বাটিবোৰ কুসুমে ৰ-লাগি চাই থকা দেখিলত কিৰণৰ মনটোও মৰহি যায়। কিন্তু কুসুমৰ বিমৰ্ষ মুখ দেখি কিৰণে একো সুধিবলৈ সাহ নকৰে। তাই আকৌ বান্ধনি-ঘৰ পায়গৈ। কিৰণৰ সময়ো আজি কম। ৰন্ধা-বঢ়াৰ সম্পূৰ্ণ ভাৰ আজি তাইৰ ওপৰত। শাক-পাচলিখিনি উলিয়াই কিৰণে ৰান্ধিবলৈ কি যতনাই লব ঠিক কৰিব নোৱাৰা হৈ যায়। দুই হাতে মূৰটো খজুৱাই ভাবে—একমাত্ৰ সন্তান ইমান দূৰলৈ যাবলৈ ওলাইছে কাৰণে গৃহকৰ্ত্ৰীৰ মনটো আজি অস্থিৰ হৈছে, নহলে তেওঁৰ কাম-কাজত এনে শৰু কেতিয়াও নহয়। দীঘলকৈ হুমুনিয়াহ ছাৰি কিৰণ কিছুপৰ ৰৈ থাকে। এৰা, আজি কেইবছৰে তাই ইয়াত কাম কৰিছে, কুসুমক সদায় তাই নীৰৱেই কাম কৰা দেখি আহিছে। অসমৰ বিষয়ে কিৰণৰ ধাৰণাও মুঠেই ভাল নহয়—তালৈ বোলে মানুহ গলে ভেৰা হয়। তাতে বন্তিহঁতৰ আত্মীয়-স্বজনবোৰ যে ইমানদিনে অচিনাকি হৈয়েই আছিল। আকৌ সিদিনা তাই গেৰিহাটা বজাৰত বহুত মানুহে কথা পাতি থকা শুনিছে—তাত বোলে কিবা গণ্ডগোল হোৱাৰেই উপক্ৰম হৈছে। কিৰণ বঙালী, বিভূতিহঁতৰ ঘৰখন তাই অসমীয়া

বুলি জানে, কিন্তু তাই গৃহস্থক বঙালী বুলি ভাবি ভাল পায়। বন্তিক তাইৰ-মতে অসমলৈ পঠাব নালাগে। কুসুমেও হয়তো অচিনাকি আত্মীয়-স্বজনৰ মাজলৈ বন্তিক পঠাবলৈ বেয়া পাইছে, সেয়ে চাগে কুসুম আজি ৰান্ধনি-ঘৰলৈ নাহে।

বন্তিৰ মনৰ খবৰ কোনেও পোৱা নাই। যোৱা ৰাতি মাক-দেউতাকৰ কথোপকথনৰপৰা বন্তিয়ে কিছুমান কথা গম পাইছে। ভৱিষ্যতৰ সম্পৰ্কে তাইকো কিছুমান ইঙ্গিত দিয়া হৈছে। তথাপি বাহিৰত যি' শান্ত সেই শান্ত ছোৱালীজনী হৈয়ে আছে বন্তি। অৱশ্যে তাইৰ মনতো অশান্ত ঢৌ নিশ্চয় উঠিছে। নহলে ইমানবোৰ কাম থকা সত্বেও তাই আজি পূৰ্ণিমাৰ ওচৰলৈ নগলেই নহয় কিয়? পূৰ্ণিমা তাইৰ অন্তৰঙ্গ বান্ধৱী। সৰুৰেপৰা একেলগে পঢ়িছে। মাজতে তিনি বছৰমান একেলগে শান্তিনিকেতনতো আছিল। স্কুলৰ ওপৰ-শ্ৰেণীত হে দুয়ো আহি সৰুকালৰ বেলতলাৰ পুৰণি স্কুলখনতে আকৌ পঢ়ি মেট্ৰিক পাছ কৰিলে। তাৰপিছৰপৰাই দুয়ো আশুতোষ কলেজৰ ছাত্ৰী। অৱশ্যে আজি তাই লগত বৰদেউতাককো লৈ গৈছে টালিগঞ্জ দেখুৱাবলৈ। পূৰ্ণিমাহঁতৰ ঘৰ টালিগঞ্জতে।

আৰু বিভূতি এবাৰ বাটলৈ ওলাইছে, এবাৰ ঘৰৰ ভিতৰ সোমাইছে। নিৰ্মল আৰু কালীবাবু অহাৰ কথা আছে লালবজাৰৰ খবৰ লৈ। বিভূতি বৰুৱাৰ মন আজি সেয়ে অস্থিৰ। এবাৰ তেনেকৈ ভিতৰ সোমাই অলপ সময় বহিছে। ভিতৰত কুসুমে বাকচ টনা শব্দ মাজে মাজে শুনা গৈছে। এনেতে দুৱাৰত টক টক্ শব্দ পৰিল। ভৰিৰ খোজৰপৰা অনুমান হ'ল—অকল দুজনেই নহয়, কালীবাবু আৰু নিৰ্মলৰ লগত আৰু কোনোবা আহিছে, হয়তো বন্তি আৰু বত্ন বৰুৱাও ঘূৰিব পাৰে। দুৱাৰ মেলি বিভূতি আচৰিত হ'ল—সমুখত পুলিচ ইন্‌স্পেক্টৰ আৰু তেওঁৰ পাছত কেবাজনো পুলিচ থিয় হৈ আছে।

"কাক বিচাৰিছে?"

"বিভূতি বৰুৱাক।"

"ময়েই।"

"অ' হয় নেকি?"

"আপোনাৰ ঘৰ?" পুনঃ প্ৰশ্ন কৰিলে ইন্‌স্পেক্টৰে।



"হয় আহক।"

"আপোনাৰ ঘৰ চাৰ্চ্চ কৰিম।"

"কাৰণটো জানিব পাৰোঁ নে?"

"আপুনি নিজেই নাজানে জানো?"

"নজনা যেনেইতো লাগে।"

পুলিচ ইন্‌স্পেক্টৰে বিভূতি বৰুৱাক এইবাৰ একো উত্তৰ নিদি পুলিচকেইটাক নিৰ্দ্দেশ দিলে চাৰ্চ্চ আৰম্ভ কৰিবলৈ, লগে লগে নিজেও গ'ল। ভিতৰৰ কোঠালিত কুসুমে বাকচকেইটাৰ লগত ব্যস্ত থকা দেখি ইন্‌স্পেক্টৰে সেই-কেইটাকে প্ৰথমতে খোলালে। কুসুম হতভম্ব হৈ আঁতৰি গ'ল যদিও খন্তেকতে তেওঁ ঘটনাটো বুজি পালে। বিভূতিৰপৰা সকলো নহলেও কিছুমান কথা যোৱা ৰাতি জানি থৈছিল কাৰণে তেওঁ বেছি আচৰিত নহ'ল। বাকচকেইটা খুলি-মেলি, আন আন ড্ৰয়াৰ, বত্ন বৰুৱাৰ বাকচ আৰু ইফালে-সিফালে ইটো-সিটো চাই পুলিচকেইটা ঘূৰি ফুৰিছে। এটা পুলিচ ৰান্ধনি-ঘৰ পালেগৈ। কিৰণক দেখি নিজকে নিজে কলে—"চব তিবোতাৰ কাৰবাৰ"। সেইকথা কিৰণে শুনিলে যদিও তাই তেতিয়া কথাৰ অৰ্থ ভু পোৱাৰ অৱস্থাত নাছিল। তাই পুলিচটো দেখি থত্‌মত্ খালে। কেৰাহীত তেল বহাইছিল কিবা ৰান্ধিবলৈ, দেৰিকৈ বস্তুখিনি তেলত এৰি দিয়াত ভমককৈ জুই উঠিল। জুইকুৰা দেখি পুলিচটোও উচাপ খাই উঠিল আৰু লাহে লাহে সি তাৰপৰা গুচি গ'ল। ইফালে-সিফালে চাই পুলিচটোক নেদেখি কঁকালত খোঁচনা মাৰি থোৱা শাৰীৰ আঁচলটোৰে মুখত সোপা দি কিৰণে হাঁহিবলৈ ধৰিলে। ঘৰখনত পুলিচে বিচৰা বস্তু একো নোলাল।

পুলিচ ইন্‌স্পেক্টৰ এইবাৰ বাহিৰৰ কোঠালিলৈ আহিল। পুলিচকেইজনক তেওঁ বাহিৰত ৰবলৈ নিৰ্দ্দেশ দিলে। ভিতৰৰপৰা নিজেই দুৱাৰখন বন্ধ কৰিলে, আৰু কুসুমৰ ফালে চাই হাতযোৰ কৰি কলে—"বহক।"

বিভূতি আৰু কুসুম বহি পৰিল। দুয়োৰো সমুখত দুশ্চিন্তাৰ ছায়া মাত্ৰও দেখা নগ'ল।

"মিঃ বৰুৱা, আপোনাক কেইটামান প্ৰশ্ন সোধোঁ। লগতে ষ্টেট্‌মেণ্ট এটাও লওঁ।" বঙালীতে ইন্‌স্পেক্টৰ মুখাৰ্জীয়ে গহীন স্বৰত কলে।

"লওক।" বিভূতিয়ে নিৰ্ব্বিকাৰ হৈ উত্তৰ দিলে।

"আপুনি এনেকৈ ঘৰবগৰা লুকাই থকা কিমান দিন হ'ল ?"

"প্ৰায় ত্ৰিশ বছৰ।"

"আপোনাৰ আচল ঘৰ ?"

"তেজপুৰত।"

"অসমত নহয় নে ?"

"হয়।" ইন্‌স্পেক্টৰে উত্তৰবোৰ লিখি গ'ল।

"দেউতাকৰ নাম ?"

"হৰকান্ত বৰুৱা।"

"তেখেতে কি কৰিছিল ?"

"মৌজাদাৰ আছিল।"

"আপুনি কিয় এনেদৰে ফুৰিছে ?"

"কাৰণটো মোৰ ব্যক্তিগত সাধুকথা।"

"তথাপি শুনিব পাৰোঁ নে ?"

"মানুহৰ অন্তৰ লৈ শুনিব খুজিলে নিশ্চয় শুনাব পাৰিম। পুলিচৰ বুদ্ধিৰে বুজিবলৈ টান পাব ইন্‌স্পেক্টৰ ডাঙৰীয়া।"

"থাওক তেন্তে নুশুনো। বাৰু, আপুনি কিছুমান বছৰৰ আগতে কেইটামান বিপ্লৱত যোগ দিছিল নহয় ?"

"কেনেকুৱা বিপ্লৱ ?"

"চৰকাৰ ওফৰোৱা ষড়যন্ত্ৰ।"

"ব্ৰিটিচ-ৰাজত্ব ওফৰাবলৈ দেশৰ বহুতেই বহু সময়ত ষড়যন্ত্ৰত লিপ্ত আছিলতো।"

"১৯৪২ চনত আপুনি আকৌ দেশকৰ্ম্মী হ'ল ?"

"হয়।"

"সেই দেশকৰ্ম্মী স্বৰূপে কেনেকুৱা আছিল ?"

"দেশৰ স্বাধীনতা প্ৰয়াসী দেশকৰ্ম্মী। অৱশ্যে মই গান্ধীপন্থী নাছিলোঁ।"

"বাৰু, আপোনাক আৰু এটা কথা সোধোঁ।"

"সোধক।"

পুলিচ ইন্‌স্পেক্টৰ এইবাৰ বৈ গ'ল। কিছুসময় নিমাতে থাকি কলে—

"মহাত্মা গান্ধীৰ হত্যাৰ আগে আগে আপুনি এখন তেখেতলৈ চিঠি দিছিল ?"



"হয় দিছিলোঁ।"

"এইখন আপোনাৰ চিঠি হয় নে ?"

বিভূতিয়ে ইন্‌স্পেক্টৰৰ হাতৰপৰা চিঠিখন নিজৰ হাতলৈ আনি পঢ়ি গ'ল—

পিতা, আপুনি গা চাই ফুৰিব। আপোনাক হত্যা কৰিবলৈ মানুহ ঘূৰি ফুৰিছে।

ইতি

এজন শুভাকাঙ্ক্ষী

কলিকতা, ২৭ জানুৱাৰী। ১৯৪৮

পঢ়ি উঠি বিভূতিয়ে কলে—"এইখন মই লিখা চিঠি হয়।"

"চিঠিখনত আপোনাৰ নাম নাছিল কিয় ?"

"কাৰণ তেনেকৈ একো নাছিল। বাৰু, ইন্‌স্পেক্টৰ ডাঙৰীয়া, ইমান দিনৰ মূৰত গান্ধী-হত্যাৰ বিচাৰ আকৌ নতুনকৈ আৰম্ভ কৰিব নেকি ?"

"সেই কথা নহয়। সেই বিচাৰ কাহানিবাই শেষ হ'ল। বাৰু, দেশতো স্বাধীন হ'ল, এতিয়া আকৌ আপোনালোকে হাতবোমা তৈয়াৰ কৰাৰ প্ৰয়োজন কি ?"

"হয়, দেশ স্বাধীন হ'ল, কিন্তু মোৰ আই কোঙা হ'ল। আইৰ ভৰিত শিকলি বন্ধা আছিল, আমি শিকলি খুলি দিলোঁ, কিন্তু দেখিলোঁ কি ? কোনোবাই আইৰ হাত-ভৰি ছিঙি থৈছে। আপোনাক অলপ আগতে শুনাব খোজা সাধুটোও মোৰ একেধৰণৰ, শুনিব ?"

"কওক।"

"এদিন মোৰ জন্মদাত্ৰী আইৰ মৃত্যু হৈছিল পিতাৰ অমানুষিক অত্যাচাৰত। আইৰ দুখ দেখি এদিন মই পিতাক হত্যা কৰাৰ কথা পাঙি পেলালোঁ। পিছে, পিছে নোৱাৰিলোঁ ডাঙৰীয়া। কাৰণ পিতাৰ প্ৰতিও মোৰ শ্ৰদ্ধা আছিল অসীম। পিতৃ-হত্যাৰ বাবে উদ্‌গ্ৰীৱ হোৱা কৈশোৰৰ সেই পাপী মনটোও মোৰ অতিকৈ নিজা নহয়। এক দুৰ্ব্বাৰ শক্তিয়ে মোৰ সকলো অনিচ্ছা আৰু দুৰ্ব্বলতাক তল পেলাই সেই মানসিক অৱস্থাৰ সৃষ্টি কৰিছিল। সেই অৱস্থাৰ কথা মনত পৰিলে আজিও মোৰ গা শিয়ৰি উঠে। আইৰ মৃত্যুৰ কেইবছৰমানৰ পিছত দেশৰ বুকুত আইক আকৌ বিচাৰি ওলালোঁ।"

"তাৰপিছত ?" অভিভূত হৈ মুখাৰ্জীয়ে সুধিলে। হাতৰ কলম তেওঁৰ বহু আগতেই ৰৈ গৈছিল।

"তাৰপিছত ব্ৰহ্মপুত্ৰৰপৰা পদ্মা, পদ্মাৰপৰা গঙ্গা-যমুনাৰ পাৰে পাৰে আইৰ বুকুৰ সুধা আকৌ এবাৰ পান কৰিলোঁ। বৰ নিৰ্ম্মল, বৰ শীতল প্ৰাণ জুৰোৱা সেই সুধা। সৰুতে মই আই-পিতা দুয়োকো ভাল পাইছিলোঁ, কিন্তু আইৰ মই বুকু-জুৰোৱা আলসুৱা লৰা। আইৰ যন্ত্ৰণা দেখি পিতাৰ ওপৰত মোৰ বিদ্ৰোহ জন্মা কথাটো সঁচা কথা ডাঙৰীয়া। কিন্তু মই পিতৃভক্তও আছিলোঁ এসময়ত। গান্ধীৰ প্ৰতিও মোৰ শ্ৰদ্ধা অবৰ্ণনীয়। তেওঁকো মই ভাল পাইছিলোঁ। আপুনি হয়তো ভাবিব পাৰে গান্ধী-হত্যাৰ ষৰযন্ত্ৰত মইয়ো লিপ্ত আছিলোঁ বুলি। কিন্তু মই লিপ্ত নাছিলোঁ। অৱশ্যে আমি কিছুমানে বুজি পাইছিলোঁ গান্ধী-হত্যা অনিবাৰ্য্য। বাৰু ডাঙৰীয়া, ভাৰতবৰ্ষৰ নিচিনা এখন দেশত গান্ধীৰ দৰে এজনা মহাপুৰুষৰ প্ৰাণ হত্যা হৈ গ'ল। কিন্তু সেই হত্যাকাণ্ডৰ বিচাৰ বৰ সোপাটিলা হোৱা নাই নে ? এজন আততায়ীক ঘৃৰাই আকৌ ফাঁচিৰ শালত তুলিলত কি দেশবাসীৰ প্ৰায়শ্চিত্ত হৈ গ'ল ? সেয়ে আমি কিছুমান সাধাৰণ মানুহে কি ভাবিছোঁ জানে ডাঙৰীয়া ?"

"কি ?" মন্ত্ৰমুগ্ধ লোকৰ দৰে সুধিলে ইন্‌স্পেক্টৰে।

"ভাবিছোঁ আই কোঙা হ'ল, পিতাৰ মৃত্যু হ'ল আৰু বা কি অঘটন ঘটে ? দুখীয়া ভাই-ভনীইঁতৰ বা কি দশা হয় ? কাৰো ওপৰত আমাৰ বিশ্বাস নোহোৱা হৈ আহিছে ডাঙৰীয়া।"

"সেয়ে আপোনালোকে হাতবোমাত লাগিছে নেকি ?" হাঁহি মাৰি সজাগ-চিত্তে এইবাৰ সুধিলে ইন্‌স্পেক্টৰ মুখাৰ্জীয়ে।

"হয় ডাঙৰীয়া। নিজকে নিজে বচোৱাৰ উপায় আমি চিন্তা কৰিবলগীয়া হৈছে।"

"বুজিছোঁ—বাৰু, আপুনি কিছুমান দিন সাধু-সন্ন্যাসীৰ লগত নাছিল জানো ?"

"আছিলোঁ।"

"নিজেও সন্ন্যাসী সাজিছিল নেকি ?"

"তেনেকুৱাই।"

"তাৰপিছত সংসাৰী হ'ল ?"

"হয়।"



"এয়া আপোনাৰ স্ত্ৰী ?" বুলি ইন্‌স্পেক্টৰে কুসুমৰ ফালে চালে। কুসুমে ওৰণিখন অলপ টানি ললে।

"আপোনাৰ নাম ?" কুসুমৰ ফালে চাই ইন্‌স্পেক্টৰে সুধিলে আৰু হাতৰ কলম আকৌ পোনাই ললে 'ষ্টেট্‌মেণ্ট' লিখিবলৈ।

"কুসুম বৰুৱা।"

"আপোনাৰ লৰা-ছোৱালী আছে ?"

"হয়।"

"কেইজন ?"

"এজনী ছোৱালী।"

"মিচেচ্ বৰুৱা, নানা কাৰণত আপোনাৰ স্বামীক গ্ৰেপ্তাৰ কৰিব লাগিব। আমি পুলিচৰ মানুহ, কৰ্ত্তব্যৰ দাস। তথাপি আপোনা লোকক দুদিনমান সময় দিলোঁ। তেখেতৰ কথাৰপৰা মই যি বুজিছোঁ তেখেতে বিশ্বাসঘাতকতা নকৰিব। আজিলৈ যাওঁগে—" বুলি ইন্‌স্পেক্টৰে এটা হুমুনিয়াহ পেলালে। নিজে বন্ধ কৰি লোৱা দুৱাৰখন নিজেই খুলি ইন্‌স্পেক্টৰ লাহে লাহে ওলাই গ'ল।

কুসুমৰ দুই গালেদি অজস্ৰ ধাৰা বৈ আহিল। তাৰ লগতে বিভূতিৰ ওপৰত হোৱা এই কেইদিনৰ অভিমানবোৰো যেন গলি আহিছে। তেওঁৰ স্বামী সঁচাকৈয়ে অসাধাৰণ পুৰুষ, এক অসাধাৰণ আদৰ্শ ই সেই পুৰুষক চালিত কৰিছে বুলি কুসুমে যিমানেই ভাবিলে সিমানেই তেওঁৰ চকুৰ পানী ধাৰাসাৰে বৰলৈ ধৰিলে। এইবাৰ বাকচবোৰ টনাটনি কৰাৰ ঘুটুং-ঘাটাং শব্দ নাই। বিভূতিয়ে কুসুমৰ ভুল ভঙাৰ ভাব ধৰিব পাৰি প্ৰফুল্লচিত্তে তেওঁৰ কাম চাবলৈ ধৰিলে। কুসুমে আকৌ বন্তিৰ বাকচটো সজোৱাত লাগিল। ইমানপৰে কেতিয়া আকাশত চপৰা-চপৰে ক'লা মেঘ ওলাল, কেতিয়া বৰষাৰ বৰষুণে মহানগৰী ধুৱাই নিলে তেওঁলোকে কব পৰা নাছিল। কিন্তু বৰষাৰ যি কৰুণ সুৰ দূৰ-দিগন্ত ভেদি বাজি উঠিছে সেই সুৰ এতিয়া বিভূতি আৰু কুসুমৰ প্ৰাণত একেলগে বাজি উঠিল। বৰষা নামিছে, বিচ্ছেদৰ বিষাদো বিয়পি পৰিছে আকাশ আৰু পৃথিৱী জুৰি।

## ॥ আঠ ॥

কাশীৰ হিন্দু বিশ্ববিদ্যালয়ৰ এটা হোষ্টেলত নিজৰ কোঠালিত অজিতে গুণ-গুণাই আছিল। গান নে কবিতা ধৰিব নোৱাৰি; ঘৰৰপৰা হোষ্টেল পোৱাহি তিনি দিনমান পাৰ হৈ গ'ল, তথাপি সমুখত পৰীক্ষাটোৰ কাৰণে পঢ়া-শুনাত অজিতে মন বহুৱাব পৰা নাই। পঢ়া-শুনা কৰিবৰ জোখাই অজিতৰ মনটো শৃঙ্খলা লাগি উঠা নাই। মনটো স্থিৰ কৰিবলৈকে অজিতে আজি পঢ়া-টেবুলখন প্ৰথমতে ঠিকঠাক কৰি লোৱাৰ কথা ভাবিলে। অকল টেবুলখনেইতো নহয়—কোঠাসিটোত বহুতো বস্তু বিশৃঙ্খল হৈ আছে। 'হন্ড-অ'লটো' পৰি আছে বিচনাৰ তলতে, বেলত পিন্ধি অহা কাপোৰকেইযোৰ সৰু আল্‌নাডালত ওলমিছে। ঘৰলৈ যোৱাৰ আগৰেপৰা পানীৰ মগটো ধোৱা হোৱা নাই। কিতাপ-পত্ৰবোৰ টেবুলত দ'ম হৈ আছে। মনটো বান্ধি আজি ইটো-সিটো বস্তু ঠিক কৰিছে যদিও দৃষ্টি আছিল অজিতৰ সুদূৰত, খিৰিকীখনেদি চাই পঠাইছে বহুদূৰলৈ—নীলাকাশৰ বুকুলৈ। দিগন্তৰ পাৰে পাৰে মেঘবোৰ উৰি গৈছে কোনোবা অজান দেশৰ ফালে। অজিতৰ মন অসমৰ স্মৃতিৰে ভৰি উঠিছিল। এতিয়া নিশ্চয় অসমত ঘোৰ বাৰিষা নামিছে। সেউজীয়া অসম চাগৈ বৰষুণৰ পানীৰে আগতকৈও সেউজীয়া হৈ উঠিছে। অসমৰ ওখ ওখ শৃঙ্গৰাজিৰ দৃশ্য অজিতৰ চকুৰ আগত ভাহি উঠিল—ইমান মনোৰম, ইমান সুন্দৰ অসমৰ বন-উপবন! এনেকৈ কল্পনাৰাজ্যত অজিত ডুব গৈ থাকোঁতেই কোঠালিটোলৈ সোমাই আহিল বিমল বৰপুজাৰী। অজিতৰ অন্যমনস্ক ভাব লক্ষ্য কৰি বিমলে কলে, "তোক দেখোঁ বৰ ভাবুক ভাবুক দেখা গৈছে ?"

"যা যা, ধেমালি নকৰিবি। আজি হে আহিব পাৰিলি ? এই কেইদিন ক'ত সোমাই আছিলি ?"

"মোমাইদেউৰ তালৈ গৈছিলোঁ। মামীদেৱে আহিবলৈকে নিদিয়ে। আৰু এটা গণ্ডগোলৰ কথা শুনিছ নে নাই ? সেই পাণ্ডে চকীদাৰৰ গোল-মালটো। সেইবোৰ মিটমাট কৰি মোমাইদেউৰ তাত জিৰাই আহিলোঁগৈ।"

"সেইবোৰত সোমাবলৈ যাৱনো কিয় ?"



"নোসোমালে নহয় যে! শিক্ষাৰ এই পৱিত্ৰ স্থানত যি কেৰোণে ধৰিছিল তাৰ বীজ এতিয়াও শেষ হোৱা নাই।"

"কিন্তু এই চকীদাৰ-টকীদাৰবোৰ সাধাৰণ মানুহ, সিহঁতৰ লগত লাগি সেই বিহগুটি কেনেকৈ ধ্বংস কৰিবি ?"

"কথাটো হয়, যত অপকৰ্ম্ম কৰে সাধাৰণ মানুহৰ আলমত এই ডাঙৰ মানুহবোৰে। ওপৰৰপৰা তললৈ এটা লাইন আছে বুজিছ এনে অনুষ্ঠান-বোৰত অপকৰ্ম্ম কৰাৰ।"

"সেইটোতো হয়েই। আমাৰ অসমৰ নতুন বিশ্ববিদ্যালয়খনতে কত কেৰোণ লাগিছে।"

"নহয় অ' তাৰ গোলমালটো অলপ সুকীয়া ধৰণৰ, তাত কেৱল টকা-পইচাৰ হে গোলমাল আৰু ক্ষমতাৰ কাৰণে কলহ। কিন্তু ইয়াৰ কথাবিলাক বৰ মাৰাত্মক আৰু সাধাৰণ মানুহ বুলিলেই যে তহঁতৰ সহানুভূতি নিগৰি আহে, সেইটোও বৰ ভাল কথা নহয় দেই। কিন্তু এসেকা এইবাৰ পালে। ইয়াত অন্ততঃ এই ঘটনাৰপৰা আমাৰ অসমীয়া লৰাকেইটাৰ, সন্মান বাঢ়ি যাব বুজিছ ?"

"তই দেখোঁ একেবাৰে হিৰো হৈ গলি ?"—হাঁহি হাঁহি অজিতে কলে।

"অঁ, এটা ভাল কাম কৰা বুলি ভাবি নিজৰে ভাল লাগিছে।"—বিমলে উত্তৰ দিলে।

অজিতে ভাবিলে—এই বিমলটোক এটা ন্যায় ভাবে সদায় চালিত কৰিছে, কিন্তু সমাজ-জীৱনত প্ৰখৰ ন্যায়বোধে মানুহক কেতিয়াবা অনাহক বিপদতো পেলায়। এনেকৈ চলি গলে কেতিয়াবা ই বিপদত পৰিব পাৰে। অৱশ্যে বিপদৰ পৰীক্ষাত হে মানুহৰ পৰিচয়। অজিতে নিমাত হৈ ভাবি থকা দেখি বিমলে কলে—"বাৰু, তোৰ খবৰ কচোন। ঘৰত ইমান দিন দেৰি কৰিলি কিয় ? তোৰ দেৰি হোৱা দেখি মই ভাবিছিলোঁ—একেখন ৰভাৰ তলতে ককাই-ভনী দুয়োজনৰে বিয়া হৈ গ'ল নেকি ?"

"ঠাট্টা নকৰিবি বেছিকৈ। মোৰ কথা তহঁতে কেনেকৈ বুজিবি ?"

"বুজিবলৈ দিয় জানো ?"

বিমল অজিতৰ নলে-গলে লগা বন্ধু, গুৱাহাটীৰ কটন কলেজত আই. এ. পাছ কৰি দুয়ো বেনাৰসতেই পঢ়িছে। এম্.এ. দিব লাগিছিল দুয়োজনেই

তিনি বছৰমান আগতেই। বিশ্ববিদ্যালয়ৰ গোলমাল আৰু ঘৰুৱা অথন্তৰত পৰি দুয়ো সময়মতে পৰীক্ষা দিব পৰা নাই। এই বছৰ দুয়ো পৰীক্ষাৰ্থী। হোষ্টেলত থাকে যদিও মাজে-সময়ে বিমলে দুই-তিনি দিনমান একেবাহে মোমায়েকৰ ঘৰত থাকি আহেগৈ। মোমায়েক কীৰ্ত্তি শৰ্ম্মা চৰকাৰী উচ্চ-কৰ্ম্মচাৰী। আজি কেইবা বছৰ ধৰি বেনাৰসতে আছে। নিজৰ লৰা-ছোৱালী নাই। বিমলক বৰ মৰম কৰে। কল্পনা দেৱীও শ্ৰীযুত শৰ্ম্মাৰ ঘৰতে আছেহি আজি তিনি মাহমানৰপৰা। কীৰ্ত্তি শৰ্ম্মা কল্পনাৰ দূৰ সম্বন্ধীয় পেহাক।

অন্তৰঙ্গ বন্ধু যদিও বিমল আৰু অজিতৰ স্বভাৱৰ অলপো মিল নাই। এজন অন্তৰমুখী, আনজন বহিৰ্মুখী। সময় পালেই অজিত ঘূৰি ফুৰে নিজৰ মনোৰাজ্যত, বিমল ঘূৰে বাহিৰৰ জগতত। মনত লাগিলে একেটা কথা বাৰে বাৰে ভবা অজিতৰ স্বভাৱ, কিন্তু এটা কথা এবাৰৰ বেছি দুবাৰ ভবাৰ বিমলৰ অভ্যাস নাই। অজিতৰ লগত বন্ধুত্ব বজাই ৰাখিও বিমলে আৰু চাৰিজন লগৰীয়াৰ সঙ্গ লাভ কৰে। কলেজৰ আৰু ছাত্ৰসকলৰ সমূহীয়া কামত বিমলৰ নামো আছে যথেষ্ট। কিন্তু অজিত সেইফালৰপৰা একান্ত নিঃসঙ্গ। অৱশ্যে এই নিঃসঙ্গতাই অজিতৰ শান্তি। অজিতৰ অন্তৰৰ এই ফালটোৰ লগত বিমলৰ পৰিচয় আছে। সেয়ে অজিতৰ সকলো কামতে দিহা-পৰামৰ্শ দি বন্ধুত্বৰ সঙ্গ দিবলৈ বিমলে যথেষ্ট চেষ্টা কৰে। বিমলৰ কথাৰ উত্তৰ অজিতে নিদিলে ;—কিছুপৰ নিমাত হৈ থকাৰ পিছত বিমলেই আকৌ সুধিলে—

"বাৰু কচোন কিয় দেৰি কৰিলি ?"

"অণিক শহুৰেকৰ ঘৰত থৈ আহিলোঁগৈ।"

"কেনে অ' মানুহ ঘৰ ? ভাল নে ?"

"ভালেই, পিছে সৰ্ব্বসাধাৰণতকৈ বেলেগ।"

"কেনেনো ?"

"এব্‌নৰমেল টাইপ্—পৰিয়ালটো—ৰমেনৰ ভায়েক এজনেও বেমাৰত ভুগিছে। তাৰ বেমাৰ উঠিলে অণিয়ে বৰ ভয় কৰে।"

"কি বেমাৰনো ?"

"মৃগী বেমাৰত ভুগিছে। লগতে হাত-ভৰি কোঙা হৈ আহিছে।"

"হোঁ।"



বিমলৰ মনটো গধুৰ হৈ উঠিল।

"আকৌ ৰমেনৰ খুৰাক এজন ত্ৰিশ বছৰে নিৰুদ্দেশ হৈ আছিল। বিয়াৰ ভিতৰতে তেওঁৰ খবৰ পোৱা গ'ল।"

"আহি ওলালহি নেকি ?" এইবাৰ উৎফুল্ল হৈ বিমলে সুধিলে।

"নাই পোৱাহি। কলিকতাৰপৰা চিঠি দিছে। বিয়াৰ পিছত ৰমেনৰ দেউতাক গৈছে কলিকতালৈ তেওঁক সপৰিয়ালে লৈ আহিবলৈ।"

"বৰ আচৰিত কথাতো, তেখেতক তই লগ পাই আহিব পাৰ।"

"আৰু দেৰি হৈ যায় নহয় ? আকৌ বা কেতিয়া আহি পায়হি ! একোতো ঠিকনা নাই।"

"এই ত্ৰিশ বছৰ আছিল বা ক'ত ? নাম-ধাম সলনি কৰি আছে নে ?"

"সেইবোৰ একো নাজানো, কিন্তু পঞ্জাবী বিয়া কৰাইছে, আৰু ছোৱালী এজনী আছে বুলি লিখিছে। নাম আকাশবন্তি।"

"আকাশবন্তি ?"

"অঁ, বি. এ. পঢ়ে কলিকতাত।"

"বেছ নামতো। এটা সাধু গঢ়ি পেলোৱাত তই নিশ্চয় ব্যস্ত আছ ? সেয়ে হে তোক আজি অন্যমনস্ক দেখিলোঁ প্ৰথমতে আহি।"

"ধেৎ, এইবোৰ কি বলকিছ ? আৰু বহুত কথা আছে শুন।"

"কি, নকৰ কিয় ?"

"সুশুন নহয় ভালকৈ, সকলো সময়তে লৰালি কৰি থাক।"

"শুনো দে ক।"

"কথাবিলাক নাভাবোঁ বুলি আছোঁ যদিও নভবাকৈ থাকিব নোৱাৰি দেখোঁ।"

"ভাবি ভালপোৱা মানুহে নভবাকৈ থাকিবি কেনেকৈ ?"

"মোৰো বিয়াৰ কথা ওলাইছে বুজিছ ? পৰীক্ষাৰ পিছতে বোলে খুৰাই বিয়া পাতিবই।"

"কাৰ লগত, আকাশবন্তিৰ লগত নেকি ?"

"কি যে কৰ তই ? ৰমেনৰ নিজৰ ভনীয়েক এজনী আছে বুলি আগতে তোক কোৱা নাছিলোঁ ?"

"কৈছিলি। সেইজনী ছোৱালী মই সৰু ছোৱালী বুলি হে জানো।"

"নিচেই সক নহয়, যোৱাবাৰ আই. এ. ফে'ল কৰিছে কাৰণে হে—নহলে এইবাৰ বি. এ. পঢ়িলে হয়।"

"একেবাৰেই ঠিক হৈ গ'ল নেকি ?"

"নাই হোৱা, কথাটো বৰ জোৰেৰে ওলাইছে। মোৰ মতামতৰ অপেক্ষাত।"

"তই কি ভাবিছ ?"

"একো ভবা নাই।"

"প্ৰস্তাৱটো তোৰ ভাল লগা নাই ?"

"কব্ পৰা নাই।"

"নালাগে দে, সেইবোৰ কথা বেছিকৈ ভাবিব। পৰীক্ষা আহি পালেহি। পঢ়া-শুনা কৰ—" বুলি বিমল অলপ গহীন হৈ পৰিল। তাতোকৈও গম্ভীৰ হ'ল অজিত। সঁচা-মঁচিকৈয়ে জীৱনৰ বিশেষ সমস্যালৈ আহিব লগা হোৱাত দুয়ো বন্ধু গম্ভীৰ নহৈ নোৱাৰিলে। কিছুপৰ দুয়ো নীৰৱ হৈ থকাৰ পিছত হোষ্টেলৰ কাম কৰা লৰাটোৱে অজিতৰ ঠিকনাত অহা চিঠি এখন দি গ'ল। লেফাফাৰ ওপৰৰ আখৰকেইটা অজিতৰ অপৰিচিত। ঠিকনাটোৰ আখৰকেইটা ছোৱালীৰ আখৰৰ নিচিনা লাগিলত চিঠিখন খুলিবলৈ অজিতৰ ভয় লাগিল। লাহে লাহে খামটো খুলি অজিতে পঢ়িবলৈ ধৰিলে।

...'আপুনি যোৱাৰ পিছত ঘৰখন একেবাৰে নিমাওমাও হৈ গৈছে। আইতাৰ গা ভাল নাই। নবৌ বৰ ব্যস্ত। দেউতাইঁত আহি পোৱাহি নাই। মনটো বৰকৈ উকঙা লাগিছে। অ' এইমাত্ৰ টেলিগ্ৰাম আহিল। দেউতাইঁত পৰহিলৈ আহি পাবহি। শ্ৰদ্ধা লব।

ইতি, ইলা।'

চিঠিখন পঢ়ি উঠি অলপকৈ হাঁহি অজিতে বিমলৰ ফালে চাই কলে,

"পঢ়িবি নেকি ?"

"কাৰ চিঠিনো ?"

"ইলাৰ।"

"হোঁ—" বুলি বিমলে চিঠিখন অজিতৰ হাতৰপৰা লৈ পঢ়িবলৈ ধৰিলে। পঢ়ি উঠি কলে—"তই ভাল ফান্দতে পৰিছ, তাকে নকৰ কিয় ? আৰম্ভণি ধুনীয়া হৈছে কিন্তু, পিছে এতিয়া কল্পনা দেৱীক কি জবাব দিবি ?"



"কিনো কৰ ?"

"তই যোৱাৰ পিছত তোৰ কথা সুধি কল্পনাই মোক হাইৰাণ কৰিলে বুজিছ ?"

"কি সুধিছিলনো ?"

"তই ক'লৈ গৈছ, কিয় গৈছ, তোৰ কোন কোন আছে, ইত্যাদি। সেইদিনা তোৰ আবৃত্তি শুনি বোলে আচৰিত হৈ গ'ল এনেকুৱা আবৃত্তি বোলে আগতে কেতিয়াও শুনা নাই কল্পনাই।"

"কিছুমান ছোৱালীৰ তেনেকৈ কথা কোৱা এটা ঢং। মানুহৰ গুণ বখনাটো সহজ কথা।" অজিতে গহীনভাৱে কলে।

"টান কি ?"

"জীৱনত টান কথা নাই নে ?"

"বাৰু, তই ঘৰলৈ যোৱাৰ আগতে কল্পনাই কিবা কৈছিল নেকি ?"

"তেনেকৈ একো কোৱা নাই। কিয় ? এদিন পিছে মোৰ পৰিচয় লবলৈ ইচ্ছা প্ৰকাশ কৰাত মই মোৰ কথা কিছু কব লগা হৈছিল।"

"সেয়ে হে।"

"তাৰ মানে ?"

"তোৰ লগত বৰ আপোনভাৱেৰে কথা-বতৰা পতা বুলি কৈছিল।"

"বাৰু, সেইবোৰ যি নহওক মোৰ বিয়াৰ সংক্ৰান্তত কল্পনাৰ কথা নুলিয়াবি বুজিছ ? বিয়াৰ কথাটো মই আজি দকৈ ভাবিব লগা হৈছে কাৰণেই তোক জনাইছোঁ—তয়ো ভাবি চাবি।"

"হব দেচোন। বাৰু, কল্পনাৰ কথা নুলিয়াওঁ আৰু। তোক মই ভালকৈ জানো কাৰণেই কল্পনাৰ কথা উলিয়াই তোৰ মনটো পাতলাব খুজিলোঁ।"

"লোকৰ ছোৱালী এজনীক মন পাতলোৱাৰ সজুলি কৰিব নেপায়। নিজৰ নিজৰ স্বভাৱ যেনেকুৱাই নহওক লাগে আমি ছোৱালীক মৰ্য্যাদা দিব লাগে আমাৰ কথা-বতৰাৰ মাজতো।"

বিমলে বুজিলে অজিতৰ লগত আৰু পাতলামি নচলিব। সেয়ে গহীন সুৰত কলে—"তোৰ বিয়াৰ বিষয়ে মই ভাবি-চিন্তিয়েই কিবা এটা কম।"—এইবুলি অলপ সময় বিমল নিমাত হ'ল। বিমলে আকৌ ভাবিলে, অজিতক মই চিনি পাওঁ, যাকে-তাকে অজিতে বিয়া কৰাব নোৱাৰে।—ফুটাই কলে :

"মুঠতে তই এতিয়া একো মতামত নিদিবি।"

"নাই দিয়া। পৰীক্ষাৰ পিছত হে মতামতৰ কথা বুলি কৈ আহিছোঁ। কিন্তু থুৱাইত যিহে, একেবাৰে হয়তো ঠিক কৰি পেলাব। গৈ দেখিম মতামতৰ কোনো প্ৰশ্নই নুঠে।"

"নহয় নহয় সেইটো কেনেকৈ হব? তই কিবা কেঁচুৱা লৰা নেকি? এতিয়াই জনাই থ তেনে নকৰিবলৈ।"

"তেনেকৈ লিখিলেও বা আকৌ কি ভাবে? অনিৰ বিয়াতে দেখিলোঁ নহয়—কথা নাই, বতৰা নাই বিয়াখন হঠাতে ঠিক কৰি পেলালে।"

"অৱশ্যে ছোৱালীজনী যদি যোগ্যা হয় তেন্তে অমত হোৱাৰ একো কাৰণ নাই, কিন্তু অলপ বুদ্ধিমতী ছোৱালী হলে ভাল আছিল।"

"বুদ্ধিমতী মানে কি বুজাইছ—পৰীক্ষাত পাছ কৰিব পৰা?"

"সেইটো ঠিক নহয়, তই বেয়া পালি নেকি, আই. এ. পৰীক্ষাত ইলাই ফে'ল কৰা কথাটো ইঙ্গিত কৰা বুলি? পৰীক্ষাত ফে'ল কৰিলেই জীৱনতো যে ফে'ল কৰিব সেইটো কোৱা নাই। কৈছোঁ অন্ততঃ তোৰ ব্যক্তিত্ব বুজিব পৰা ছোৱালী এজনী হলে ভাল হয়। তোৰ মনটোকেতো মই ধৰিব পৰা নাই নহয়? সঁচা কথা কচোন, ইলাৰ প্ৰেমত পৰি আহিছ নেকি?"

"সিমানখিনি হোৱাগৈ নাই। কিন্তু ইলাক বেয়া লগা নাই।"

"ঠিক আছে তেন্তে—এতিয়া একো ভাবিব নেলাগে দে। সময়ত সকলো ঠিক হৈ যাব। তই পঢ়া-শুনা কৰিবলৈ মনটো বান্ধ। ময়ো কালিৰপৰা মন দি পঢ়িম বুলি ভাবিছোঁ। আমাৰ হোষ্টেল ইউনিয়নৰ মিটিং এখন আছে আজি চাৰি বজাত। এতিয়া যাওঁ দে।" এইবুলি কৈ বিমল বহাৰপৰা গিৰিপ কৰে উঠি পৰিল। অজিতে চাই ৰ'ল বিমল কোঠালিটোৰপৰা ওলাই যোৱা।

অজিতে বহু সময়লৈ বিমলৰ কথাকে ভাবি ৰ'ল—কেনেকৈ বিমলৰ লগত তাৰ পৰিচয় হ'ল, সেই পৰিচয় কেনেকৈ বন্ধুত্বত পৰিণত হৈছে। বিমল কিমান সৰল, নিজৰ মনত আউল নলগাকৈ পৰৰ গণ্ডগোলৰ মাজত কেনেকৈ বিমলে জঁপিয়াই পৰিব পাৰে, ইত্যাদি। বিমলৰ কথা ভাবোঁতে ভাবোঁতে অজিতৰ মনৰ দাপোণত নিজৰ স্বভাৱটোও উজলি উঠিল।



সৰুৰেপৰা অজিত লাজকুৰীয়া স্বভাৱৰ লৰা—দেউতাক কাৰ্ত্তিক শইকীয়াই অজিতৰ এই স্বভাৱ পৰিবৰ্ত্তন কৰিবলৈকে পুতেকক দূৰত পঢ়িবলৈ পঠালে। ঘৰৰপৰা বাহিৰলৈ গলে লৰা-ছোৱালী তৎপৰ হয় আৰু সহজে সিহঁতে সামাজিক গুণবোৰ লাভ কৰে বুলি কাৰ্ত্তিক শইকীয়াই বিশ্বাস কৰিছিল। কিন্তু বাহিৰত বহুদিন থাকিও আৰু বিমলৰ নিচিনা এজন বন্ধু পাইও অজিতৰ স্বভাৱৰ বিশেষ সলনি নহ'ল। অৱশ্যে অজিতৰ গম্ভীৰ প্ৰকৃতিক অধ্যাপকসকলে শ্ৰদ্ধাৰ চকুৰে চায়। অজিতৰ ৰচনা পঢ়ি কেইবাজনো অধ্যাপকে প্ৰিয় ছাত্ৰৰ উজ্জ্বল ভৱিষ্যৎ কামনা কৰিছে। এইবাৰ ঘৰলৈ যোৱাৰ আগতে এজন অধ্যাপকে অজিতক মাতি নি কৈছিল—"অজিত তোমাৰ মনটো চিন্তাৰ ভঁৰাল হৈ আছে। সেইবোৰ লিখি উলিয়ালে সমাজৰ বহু কামত আহিব।"

"অকল ভাবিলেই নহয় চাৰ, আজিলৈকে নিজৰ পঢ়াৰ বাহিৰে সমাজ কাম এটা কৰি পোৱা নাই।" নম্ৰ সুৰত অজিতে অধ্যাপকক উত দিছিল।

"ভবাটোও এটা ডাঙৰ কাম। অকল কাম কৰিলেই নহয়, ভাবি-চিন্তি কৰিব লাগে। আজিকালি কাম কৰা মানুহ বহুত আছে, ভৱা মানুহ হে কমি আহিছে। তদুপৰি সমাজৰ কামলৈ লাহে লাহে যোৱাটোৱেই ভাল। নিজকে প্ৰথমতে তৈয়াৰ কৰি লোৱা।"

আজি কেইদিনমানৰপৰা অধ্যাপকৰ এই বহুমূলীয়া উপদেশ অজিতৰ প্ৰাণত বাৰে বাৰে প্ৰতিধ্বনিত হৈছে। নিজকে তৈয়াৰ কৰাৰ কথাকে অজিতে আজি কেবাদিনো ভাবিছে। ভৱিষ্যতৰ এই প্ৰস্তুতিৰ লগত বিয়াৰ কথা খাপ খুৱাবলৈ গলেই অজিতৰ মনত আউল লাগে। বিমলৰ আগত অজিতে নিজৰ আচল কথাটো বুজাই কব পৰা নাই। অৱশ্যে বিমলে ঠিকেই বুজিছে যে সি যাকে-তাকে বিয়া কৰাব নোৱাৰে। কিন্তু সি বিয়া কৰাব পৰা ছোৱালীজনী বাছি উলিয়াব কেনেকৈ? সি কেতিয়াও ছোৱালীৰ প্ৰেমত পৰি পোৱা নাই। ছোৱালীৰ লগত হলি-গলি কৰা নাই। একেলগে পঢ়াৰ বাহিৰে ছোৱালীৰ কোনো সংস্পৰ্শতে তেনেকৈ অহা নাই। ছোৱালীক সি দূৰৰপৰা সদায় সন্মানৰ চকুৰে চাই আহিছে। কল্পনাই কিজানি প্ৰথমে তাৰ মনটো নতুনকৈ জোকাৰি দিছিল। অজিতৰ প্ৰতি কল্পনাৰ আগ্ৰহ, সহানুভূতি আৰু দৃষ্টিয়ে তাৰ মনত এখন নতুন জগতৰ সৃষ্টি কৰিছিল।

বিমলৰ মোমাইয়েকৰ ঘৰত কল্পনাক লগ পোৱাৰ পিছৰেপৰা বিয়াৰ বিষয়ে অজিতে নানা ছবি আঁকি আহিছে। কিন্তু কল্পনা দেৱীক সি বিয়া কৰোৱাৰ কথা কোনোদিনে ভবা নাই। কল্পনাক সি বিয়া কৰাব নোৱাৰে। সামাজিক নানা বাধা থকাৰ উপৰিও কল্পনাৰ বহুতো কথাই তাৰ ভাল নালাগে। ভৱিষ্যৎ সঙ্গিনী হিচাপে মনে বিচৰা ছোৱালীজনী তাৰ কল্পনা নহয়।

ইলাক বিয়া কৰোৱাৰ কথাও আজি সি ভাবিবলগীয়া হৈছে। প্ৰথম ইলাৰ লগত কথা পাতোঁতে যি উৎফুল্লতা অজিতৰ মনলৈ আহিছিল, সেই উৎফুল্লতা তাৰ বেনাৰস পোৱাৰ লগে লগে নোহোৱা হৈ গৈছে। এই কেইদিন সি কেৱল ভাবিছে—ইলাক অণিৰ দৰে ভাল পাব পাৰি মাত্ৰ। এজনী সৰু ছোৱালীৰ দৰে ইলাক মৰম কৰিব পাৰি। তাতকৈ বেছি সি ভাবিব নোৱাৰে। সেই কথাটো তেন্তে সি বিমলক বুজাব নোৱাৰিলে কিয়? অৱশ্যে এইবোৰ কথা বিমলক বুজাই কবলৈ সি বহুতো সময় পাব। কিন্তু ইয়াৰ ভিতৰতে যদি অণিৰ বিয়াৰ দৰে তাৰো বিয়াখন খুৰাদেৱেকে ইলাৰ লগত ঠিক কৰি পেলায়, তেতিয়া সি বাধা দিব পাৰিব জানো?

ভাবি ভাবি অজিতৰ ভাগৰ লাগে। মনৰ কোনোবা এটা স্থানত নিজকে থিতাপি লগাই তাৰ আজি জিৰাবৰ মন যায়। এক নিবিড় শান্তি লভিবলৈ সি ব্যাকুল হৈ উঠে। শান্তি আজি মাথোঁ তাক নিঃসঙ্গতাই দিব পাৰে। শান্তি তাক সুদূৰ আকাশৰ বিস্তৃতিয়ে দিব পাৰে। প্ৰকৃতিৰ প্ৰশান্ত ৰূপৰ মাজত শান্তি নাই জানো?—অসমলৈ তাৰ সেয়ে বৰকৈ মনত পৰে। কিন্তু আজিৰ এই মনৰ বিষণ্ণ ব্যাকুলতাৰ আঁৰত আৰু কিবা এটি কথা লুকাই থাকি গ'ল নেকি, আৰু কিবা ৰহস্য অজ্ঞাতে ৰৈ গ'ল নেকি তাক ফঁহিয়াই চাবলৈ সাহে নুকুলালে। মনৰ সকলো ভাব আৰু আৱেগ ৰুদ্ধ কৰি সি আকৌ গুণ্‌গুণাবলৈ ধৰিলে—সুৰৰ সোঁতত অজিতে নিজকে এৰি দিলে এক আত্মসমৰ্পণৰ ভাবেৰে।



॥ ন ॥

দোপাল-পিটা বৰষুণজাকে মহানগৰীৰ বুকু ধুই নিয়া বেছি পৰ হোৱা নাই। পূৰ্ণিমাহঁতৰ পদূলি-মুখৰ কৃষ্ণচূড়াজোপাৰ শেহতীয়া ফুলবোৰ বৰ বৰষুণজাকে আগচোতালত সিচৰিত কৰি পেলালে। এতিয়া আবেলিৰ ৰান্ধনি ব'দজাক গছৰ ফাকে ফাকে আহি পদূলি-মুখত জিলিকিছে। অৱশ্যে কিমান সময়লৈ এই ৰ'দ থাকিব কব নোৱাৰি। আকাশ এতিয়াও পৰিষ্কাৰ হোৱা নাই। ৰত্ন বৰুৱাক বিদায় দিবলৈ পূৰ্ণিমাৰ দেউতাক প্ৰফুল্ল সেন বাৰাণ্ডাত থিয় হ'লহি। চোতালৰ সেউজীয়া মিহি ঘাঁহনিৰ ওপৰত কৃষ্ণচূড়াৰ পাহিবোৰ বস্তিয়ে ৰ-লাগি চাই থকা দেখি প্ৰফুল্ল সেনৰ প্ৰাণত এটি ব্যথাৰ সুৰ বাজি উঠিল। তেওঁ কলে—"মিঃ বৰুৱা, আমাৰ ঘৰত বস্তি আৰু পূৰ্ণিমাৰ একো পাৰ্থক্য নাই। বস্তি অসমলৈ যাবলৈ ওলোৱাত মোৰ নিজৰ ছোৱালী এজনী যাব যেনেই লাগিছে।"

"তাকেই দেখিলোঁতো।" ৰত্ন বৰুৱাই কলে। বস্তিয়ে আগবাঢ়ি আহি লাহেকৈ প্ৰফুল্ল সেনৰ ভৰি ছুই সেৱা কৰিলে। বস্তিৰ মূৰত হাত দি পূৰ্ণিমাৰ দেউতাকে কলে—"সুখে থাকা মা।" তেওঁ বস্তিহঁতৰ লগে লগে পদূলি-মুখলৈ ওলাই আহিল। গেটখন নিজে খুলি দিলে, বস্তিহঁত গেটৰ বাহিৰ হোৱালৈকে তেওঁ গেটখন ধৰি ৰৈ থাকিল। বৰুৱা, বস্তি আৰু পূৰ্ণিমা তিনিও গেটৰ বাহিৰ হ'লত সেনে গেটখন লাহেকৈ বন্ধ কৰি কলে—"বস্তি, পূৰ্ণিমাক সোনকালে পঠাই দিবা দেই। মই আৰু মাহীদেৱেৰা আজি 'খোকাবাবুৰ প্ৰত্যাবৰ্ত্তন' চাবলৈ যাওঁ বুলি ভাবিছোঁ। সন্ধিয়াপৰত পূৰ্ণিমা নাথাকিলে মণি, মিণ্টুৰ অসুবিধা হব পাৰে।"

"মহাদেউ, অসুবিধা হয় যদি পূৰ্ণিমা আমাৰ লগত নগলেও হব।"

"নাই নাই, সেইটো হব নোৱাৰে। কালিলৈ তুমি যাবাগৈ। আজি দুয়ো বান্ধৱী অলপ ফুৰি আহা আৰু 'পূৰ্ণ থিয়েটাৰ'তো বেছি দূৰ নহয়।" এইবুলি ৰত্ন বৰুৱালৈ নমস্কাৰ জনাই তেওঁ আকৌ কলে—"বাৰু, মিঃ বৰুৱা যাওক, কেতিয়াবা অসমলৈ যাবৰ ইচ্ছা থাকিল।"

"নিশ্চয়, নিশ্চয় যাব—" বুলি ৰত্ন বৰুৱাই প্ৰতি-নমস্কাৰ জনাই লাহে লাহে

খোজ ললে। তেওঁলোক এটা সৰু বাটেদি ট্ৰাম-ষ্টপেজলৈ গৈ থাকিল। ষ্টপেজটোলৈ পূৰ্ণিমাহঁতৰ ঘৰৰপৰা কিছুদূৰ আহিব লাগে। পানীৰ ডোবা এটাৰ কাষে কাষে বাটটো। সমুখত বহুখিনি খুকলি ঠাই। কেইখোজমান গৈ পূৰ্ণিমাই কলে—"দেউতাৰ বৰ বেয়া লাগিছে দেই।"

"হোঁ" বুলি মাত্ৰ বস্তিয়ে শলাগিলে।

বত্ৰ বৰুৱা বস্তিহঁততকৈ কিছুদূৰ আগবাঢ়িছিল। পিছলৈ ঘূৰি চাই তেওঁ কলে—"পূৰ্ণিমা, এইখিনি ঠাই একেবাৰে অসমৰ ঠাই যেন লাগে।"

"অঁ, শুনিছোঁ মহাদেউৰ মুখত অসমৰ ধুনীয়া ধুনীয়া ঠাইবোৰৰ কথা। মোৰো ইমান যাবৰ ইচ্ছা যায় অসমলৈ। বস্তিৰ বিয়া অসমত পাতিব দেই, মই নিশ্চয় যাম।"

"হব দিয়া—" বুলি বত্ৰ বৰুৱাই হাঁহিলে।

বস্তিয়ে পূৰ্ণিমাৰ কথালৈ সিমান মন কৰা নাছিল। পূৰ্ণিমাৰ দেউতাকৰ কথাখিনি হে বাৰে বাৰে বস্তিৰ মনলৈ আহিছে। বিভূতি বৰুৱাৰ মুখত আজি কিছুদিনৰপৰা বস্তিয়ে অসমৰ বিষয়ে কত কথা শুনিছে। লগে লগে অসমৰ কত মধুৰ ছবি তাইৰ চকুৰ আগত ভাহি উঠিছিল। তাই মাক-দেউতাকৰ লগত অসমলৈ যাব। যিখন ঠাই বস্তিৰ অতিকে আপোন সেইখন ঠাই তাইৰ ইমানদিনে অপৰিচিত হৈ বৈ গ'ল। এইবাৰ অসমৰ দিখৌ, সোৱণশিৰী আৰু কলং-কপিলীৰ পাৰে পাৰে তাই ফুৰিব। জীয়াভৰলীৰ বুকুত কিদৰে ঢৌ উঠে তাই নিজ চকুৰে দেখিব। অসমৰ হাতী, কাজিৰঙাৰ গঁড় আচৰিত জন্তু। অসমৰ চাহ, তেল পৃথিৱীবিখ্যাত। অসমৰ বন-উপবন, মুক্ত প্ৰান্তৰ, উচ্চ-পৰ্ব্বতমালা কি বিতোপন; এনেবোৰ কল্পনাৰ মাজতে বস্তিৰ কিছুমান দিন কাটি গ'ল। অৱশ্যে সিদিনা বত্ৰ বৰুৱা আহি পোৱাৰ আগে আগে শান্তিৰ আৰু কুতুবৰ কথা কুসুমে বস্তিক মনত পেলাই দিয়াত কিছুসময়ৰ কাৰণে তাই মৰহি গৈছিল। কিন্তু তাৰপিছতে তাই ভাবি পেলালে অসমলৈ যোৱাটো তাইৰ নিতান্ত প্ৰয়োজন। শান্তি আৰু কুতুব দুয়ো অসমৰ—সেই কথাটো তাই যিমান ভাবে সিমানে অসমৰ কল্পনা তাইৰ বাবে সুন্দৰ হৈ উঠে। জীৱনৰ অতীতৰ লগত ভৱিষ্যতৰ তাইৰ আশা-আকাঙ্ক্ষাবোৰ কিদৰে সাঙোৰ খাই আছে ভাবি ভাবি বস্তি অভিভূত হৈ পৰে। গভীৰ মনৰ অজ্ঞাত স্বপ্নবোৰ তাইৰ এটি এটিকৈ নতুন ৰূপত সচেতন প্ৰাণত ভাহি উঠেহি। কিন্তু যোৱা



ৰাতি বিভূতিৰ কথা শুনি বস্তি আচৰিত হৈ গৈছে। তাইৰ সোণৰ সপোনবোৰ ভাঙি-ছিঙি চুৰমাৰ হবলৈ ধৰিলে। কি এক অদ্ভুত কাহিনীৰ লগত তাই জড়িত হৈ আছিল ইমান দিনে! কি এক আচৰিত শক্তিয়ে তাইক এনেদৰে চালিত কৰিছে! কি করুণ ভৱিষ্যতে তাইক ক্ৰমান্বয়ে গ্ৰাস কৰি আনিবলৈ ধৰিছে! অৱশ্যে তাই বিভূতিৰপৰা গোটেইখিনি কথা শুনা নাই। যিখিনি শুনিছে সেইখিনিয়েই তাইৰ প্ৰাণত প্ৰচণ্ড আঘাত কৰিছে। কুতুব আৰু শান্তিৰ কাহিনীও তাই যোৱা ৰাতি হে জানিব পাৰিলে। এতিয়া আকৌ কুসুম হয়তো চিৰকালৰ কাৰণে পঞ্জাবলৈ গুচি যাব লাগিব। বিভূতিয়ে কাৰাবৰণ কৰিব লাগিব। জীৱনত তাইৰ ই কি ঘটিল? অসম যিমানেই আপোন নহওক লাগে যিমানেই অসমৰ বনভূমি সুন্দৰ নহওক লাগে, বত্ৰ বৰুৱাই তাইক যিমানেই স্নেহ নকৰক লাগে অসমলৈ যোৱাৰ আগৰ ব্যগ্ৰতা সেয়ে আজি বস্তিৰ কমি আহিছে। তথাপি তাই যাব লাগিব অসমলৈ। মহানগৰীত তাই থাকিব নোৱাৰে। যি মহানগৰীত তাইৰ জন্ম হ'ল যি মহানগৰীৰ জলবায়ুৱে তাইক গঢ়ি তুলিলে সেই মহানগৰীতে বা কিয় থাকিব নোৱাৰে? কিয়বা এই মহানগৰীয়ে তাইক জীৱনৰ নিৰাপত্তা দিব নোৱাৰে? কলিকতাখন এনেকৈ এৰি যাবলৈও তাইৰ ইচ্ছা নোহোৱা হৈ আহিছে। বস্তিৰ জীৱনৰ সংস্পৰ্শত অহা মহানগৰীৰ প্ৰত্যেকটো বস্তু তাইৰ মনত আজি জিলিকি উঠিছে। সেয়ে প্ৰফুল্ল সেনৰ কথাত তাই ইমান অভিভূত হৈ পৰিছিল যে বাটত পূৰ্ণিমা আৰু বত্ৰ বৰুৱাই কি কথা পাতিছিল তালৈ বস্তিয়ে সিমান মন দিব পৰা নাছিল। হঠাৎ তাই চমকি উঠিল—"ৰেজিনা" বুলি কোনোবাই মাতিলত। বস্তি থমকি ৰৈ গ'ল।

"কি হ'ল বস্তি, এনেকৈ ৰৈ গলি যে?" পূৰ্ণিমাই সুধিলে।

"ৰবি কিবা এটা চাইছোঁ।" পূৰ্ণিমাই দেখিলে এজনী মুছলমান তিৰোতাই কাষত একলহ পানী লৈ ঘৰলৈ যাবলৈ বুলি ৰৈ আছে। ওচৰতে সৰু ছোৱালী এজনীয়ে মুখত হাত দি কান্দিছে। আন এজনী মানুহে উচ্চৈস্বৰে কিবাকিবি বলকিছে। বাটৰ কাষৰ কলটোত পানী ধৰোঁতে হেতা-ওপৰা কৰাত সৰু ছোৱালীজনীয়ে কাৰোবাৰ এচকা খাই কান্দিছে। মাকে ঘৰলৈ যাবলৈ জীয়েকক 'ৰেজিনা' 'ৰেজিনা' বুলি মাতিছে। ৰেজিনালৈ বস্তিৰ মৰম লাগিছে বুলি ভাবি পূৰ্ণিমাই কলে—"আমাৰ চুবুৰিৰ এই তিৰোতাবিলাকে পানী

নিবলৈ আহি সদায় এনেকৈ কাজিয়া কৰে। কেতিয়াবা এই কাজিয়া ইমানখিনি পায়গৈ যে ইজনীয়ে সিজনীক হিন্দু-মুছলমানৰ জ্ঞাতত ধৰে। সৰু-সুৰা কথাতে তিৰোতা মানুহে কাজিয়া কৰে বুলি ভাগ্যে মানুহে জানে বুলি হে। নহলে ইমানদিন ইয়াত আৰু এটা ৰায়ট হ'লহেঁতেন।"

"হয়, নকবা ৰায়টৰ কথা। আগৰ সেই ৰায়টত আমাৰ অসমীয়া লৰা এটা মুছলমানে কাটিলে নহয়? ৰত্ন বৰুৱাই কলে।"

"হয় নেকি?" পূৰ্ণিমাই সুধিলে।

"তোমালোক বাৰু সেই ৰায়টৰ সময়ত ক'ত আছিলা?"

"আমি? ইয়াতে আছিলোঁ।"

"আমি তেতিয়া সৰু আছিলোঁ। বস্তিহঁত শ্যাম বজাৰত আছিলি নহয়?"

"হয়" বুলি বস্তিয়ে শলাগিলে, কপালৰ আগৰ চুলিকেইডাল বস্তিয়ে ঠিক কৰি ললে, ৰুমালেৰে মুখৰ ঘাম মচি ললে। তীব্ৰ আৱেগত যেন বস্তি অস্থিৰ হৈ উঠিল। অন্তৰত তাইৰ বিভূতিৰ কথা এবাৰ বাৰে বাৰে প্ৰতিধ্বনিত হবলৈ ধৰিলে—"এই মহানগৰীত কোনেও কাকো চিনি নেপায়।"

আজি বস্তিৰ পৰম বন্ধু পূৰ্ণিমাই তাইৰ বহু কথাই নেজানে। কেইজনে জানে বাৰু তাইৰ মুছলমান পিতাকক হিন্দুৱে হত্যা কৰিছিল বুলি? আনকি তাইও যোৱা ৰাতি হে জানিলে পিতাকৰ করুণ মৃত্যুৰ কথা আৰু জানিলে তাইৰ পিতাকৰ নিচিনা নিৰীহ বহুত মানুহ ৰাজনীতিৰ সেই কুচক্ৰান্তত কেনেকৈ জাহ গ'ল। বস্তিয়ে থৰকৈ খোজ ললে চলন্ত ট্ৰামখনলৈ লক্ষ্য কৰি। সেইখনত বহিব পাৰিলে যেন তাই এতিয়া বাচে।

তেওঁলোক টালিগঞ্জৰ ট্ৰামখনত বহিলগৈ। কালীঘাট পোৱালৈকে তিনিও নীৰৱ হৈয়ে আছিল। বস্তি পূৰ্ণিমাৰ কাষতে বহিছিল। আনদিনা হোৱাহলে দুয়ো বান্ধৱীয়ে ইটো-সিটো বহুত কথা পাতিলে হয়। আজি বস্তিৰ মুখত মাত এবাৰ নাই। পূৰ্ণিমাই বস্তিক অস্বাভাৱিকভাৱে গহীন হৈ যোৱা দেখি তাইও একো নকলে। একেবাৰে কালীঘাট পালত বস্তিৰ ফালে চাই পূৰ্ণিমাই কলে, "ইয়াতে নামোঁ দে।"

তেওঁলোক তাতে নামি ওচৰৰ পাৰ্কৰ ফালে খোজ ললে। পাৰ্কত সোমাই তিনিও এখন বেঞ্চত বহিলগৈ। বহুতো লৰা-ছোৱালীয়ে সেই পাৰ্কত উমলি



আছে। পূৰ্ণিমা আৰু বস্তিয়েও সৰুতে ইয়াতে উমলিছিল। ইয়াতেই প্ৰথমতে বস্তিৰ লগত পূৰ্ণিমাৰ দেখা হৈছিল। সেই স্মৃতি পূৰ্ণিমাৰ মনত আজি জাগি উঠিল। ফুটাই কলে—"বস্তিৰ লগত মোৰ প্ৰথমে ইয়াতে দেখা হৈছিল—প্ৰথম পৰিচয়ৰ দিনা আমি দুয়ো কাজিয়া কৰিছিলোঁ। মই মূৰত ৰঙা ফিতা এডাল মাৰি আহিছিলোঁ।" বস্তি ইমান দুষ্ট আছিল জানে, মোৰ ফিতাডাল তাই কাঢ়ি নিছিল। মই উপায় নেপাই কান্দি পেলাইছিলোঁ।" পূৰ্ণিমাৰ কথা শুনি ৰত্ন বৰুৱাই প্ৰাণভৰি হাঁহিলে আৰু বস্তিৰ মুখলৈ চালে। বস্তিয়েও হাঁহিলে। আকাশখনো অলপ ৰঙচুৱা হ'ল। তিনিও মুকলিমনে এতিয়া ইটো-সিটো কথা পাতিছে। কিছুসময় সেইদৰে পাৰ হৈ গ'লত বস্তিয়ে লাহেকৈ কলে, "পূৰ্ণিমা তই ঘৰলৈ যা। মাহীদেউ চিনেমালৈ যোৱাৰ সময় হৈ আহিছে। তই নেথাকিলে মণি-মিণ্টুৰ অসুবিধা হব।"

"অঁ-তো যাওঁ বাৰু, সিহঁতে সদায় সন্ধিয়া পঢ়াৰ আগতে গাখীৰ খায় বুজিছ, কিন্তু ইমান দুষ্ট সিহঁত, মাই বা মই নিদিলে সিহঁতে খাব নোখোজে।"

"কাৰ কথা কৈছা?" ৰত্ন বৰুৱাই সুধিলে।

"মোৰ ভাইটিহঁতৰ কথা কৈছোঁ।"

"অঁ, সেইখিনি কৰিবতো, সিহঁত নিচেই সৰু হৈ আছে, তোমাতকৈ বহুত সৰু নহয়?"

"হয়, মোতকৈ প্ৰায় এঘাৰ বছৰমানৰ সৰু ডাঙৰ ভাইটিটো।"

"সিহঁতক বাৰু মোৰ কথা কৈছ নে নাই?" বস্তিয়ে হেপাহেৰে সুধিলে।

"তোৰ যোৱাৰ কথা? নাই কোৱা, জানিলে মোক প্ৰশ্ন সুধি হাইৰাণ কৰিব।"

"বাৰু, মই চিঠি দিমগৈ সিহঁতলৈ অসমৰপৰা।"

"দিবি, দিবি। উঠোঁ তেন্তে আমি।" ৰত্ন বৰুৱালৈ চাই পূৰ্ণিমাই কলে।

"ব'লা।"

আকৌ ট্ৰামত উঠি পূৰ্ণিমা টালিগঞ্জলৈ উভতিল। ট্ৰাম চলাৰ লগে লগে তাই হাতৰ ৰুমালখন খিৰিকীখনেদি জোকাৰি দিলে। বস্তি আৰু ৰত্ন বৰুৱাইও নেদেখা হোৱালৈকে একেথৰে পূৰ্ণিমালৈ চাই থাকিল। ৰত্ন বৰুৱাই লাহেকৈ কলে—"বৰ ভাল ছোৱালীজনী।" বস্তিয়ে উত্তৰত একো কব নোৱাৰিলে। বেজাৰে তাইৰ বুকুখন হেঁচা মাৰি ধৰিছিল। ৰত্ন বৰুৱাই বস্তিলৈ লক্ষ্য কৰি কলে—"এতিয়া ঘৰলৈ উভতিবি নে আৰু ক'ৰবালৈ যাবি?"

"শ্যাম বজাৰলৈ যাব নেকি ?"

বন্তিয়ে এই প্ৰশ্ন কিয় কৰিলে বত্ন বৰুৱাই তৎ ধৰিব নোৱাৰি কলে—"সন্ধিয়া হৈ আহিছে। বতৰো ভাল নহয়। এতিয়া শ্যাম বজাৰলৈ গলে বিভূতিয়ে চিন্তা কৰে নেকি ?"

"হোঁ" বুলি কৈ বন্তিয়ে নিজৰ মনতে ভাবিবলৈ ধৰিলে—চিন্তা কৰিব নেকি বাক দেউতাই। তাইৰ বিষয়ে ভাবিবলৈ বিভূতিৰ দেখোঁ আজি একো নাই। নিজৰ বিষয়ে তাইতো চিন্তা কৰিব লাগিব। বিভূতিৰ প্ৰতি আজি প্ৰথম বন্তিৰ মনত বিদ্ৰোহৰ ভাব বেঙাই গ'ল। লগে লগে অশান্তিত তাই ছট্‌ফটাবলৈ ধৰিলে। মনৰ অশান্তিত ইফালে-সিফালে চাৰিওফালে বন্তিয়ে চাবলৈ ধৰিলে—হঠাৎ সমুখত দেখিলে যোগমায়াক।

"আইদেউ ক'লৈ যোৱা ? বহুদিন তোমালোকক দেখা পোৱা নাই ?" যোগমায়াই সুধিলে।

"আজি কেইদিনমান আমি বৰ ব্যস্ত আছোঁ। বাবা কেনে আছে বাক ?"

"ভালে আছে। বাবাৰ ওচৰলৈ নোযোৱা কিয় ?"

"যাব পৰা নাইতো ?"

"যাবা সময় পালে, মই এতিয়া যাওঁ দেই বন্তি। বাবাৰ কাম এটাত ওলাই আহিছোঁ।" এইবুলি কৈ যোগমায়া আঁতৰি গ'ল। হাতত কমণ্ডলু, গাত গেৰুৱা বসন, মূৰত চুলিৰ জটা মানুহজনীৰ। এই সন্ন্যাসিনীয়ে বন্তিৰ লগত ইমান সহজভাৱে কথা কোৱা দেখি বত্ন বৰুৱাই কৌতূহলত সুধিলে, "কোন অ' ?"

"যোগমায়া। তেওঁ শ্মশানত থাকে।"

"ক'ৰ শ্মশান ?"

"কালীঘাটৰ। তাত বাবাও থাকে নহয় ? বাবা মানুহজন অদ্ভুত। মা-দেউতা প্ৰায়ে বাবাৰ ওচৰলৈ যায়। তেওঁ বৰ জ্ঞানী পুৰুষ। বাবাৰ লগত কথা পাতি ইমান ভাল লাগে !" কথাখিনি কোৱাৰ লগে লগে বন্তিৰ মুখত এক অপূৰ্ব্ব জ্যোতি উদ্ভাসি উঠিল। সেই জ্যোতি বন্তিৰ গভীৰ আত্মাৰ। মহানগৰীৰ ইমান হুলস্থুল, মনৰ মাজত ইমান থেলিমেলি, তাৰ মাজতে চকা-মকাকৈ কিয় জানো বত্ন বৰুৱাই ভাবি পেলালে—বন্তিৰ সৌন্দৰ্য্য পৱিত্ৰ। তেনে-দৰে ভবাৰ লগে লগে শ্মশানৰ ভয়, মনৰ সন্দেহ খন্তেকতে তেওঁৰ আঁতৰি গ'ল।



"যাব নেকি বৰদেউতা বাবাৰ ওচৰলৈ ? কালিলৈ যামগৈ। এবাৰ বাবাক লগ পালে ভাল লাগিলহেঁতেন।"

"ব'ল তেন্তে।" বত্ন বৰুৱাই কলে। বাবাৰ প্ৰতি তেওঁৰ মন কৌতূহলেৰে তেতিয়া ভৰি পৰিছিল। কালীঘাটৰ দোকান-বজাৰৰ হৈ-হৈচ, ফেৰিৱালাৰ চিঞৰ-বাখৰ, কত তীৰ্থযাত্ৰীৰ অহা-যোৱাৰ কোলাহলৰ মাজে মাজে বন্তিৰ লগত বত্ন বৰুৱা আগবাঢ়িছে। কালীঘাটৰ মন্দিৰ পাৰ হৈ যেতিয়া তেওঁলোকে শ্মশানৰ সমুখত থিয় হ'লগৈ, বৰ্ষাৰ ভাৱবভৰা সন্ধ্যাৰ অন্ধকাৰ ঘনাই আহিছে। বন্তি নিঃশঙ্কাৰ আৰু নিৰ্ভয়ে সো-সো কৰে আগবাঢ়ি গ'ল। বত্ন বৰুৱায়ে নিৰ্ব্বাক-নিস্পন্দ হৈ বন্তিৰ পাছে পাছে গৈ থাকিল। সেই শ্মশানপুৰীৰ অন্ধকাৰৰপৰা উৎসাৰিত আলোকে বন্তিৰ সমুখৰ পথ পোহৰ কৰি তুলিলে। বন্তিক দেখি বত্ন বৰুৱাৰ ভাব হ'ল যেন এক দুৰ্ব্বাৰ সোঁত কোনোবা প্ৰশান্ত জলধিৰ ফালে আগবাঢ়িছে। শ্মশানৰ ভস্ম, গোন্ধ, গছৰ তলে তলে সন্ন্যাসী, কাপালিক কালৈকো বন্তিৰ ভ্ৰূক্ষেপ নাই। মাত্ৰ তাই আগবাঢ়িছে সমুখৰ ফালে। এজোপা বহুদিনীয়া বটগছৰ তলৰ এটা জুপুৰি ঘৰৰ কাষত বন্তি আৰু ৰত্ন বৰুৱা ৰ'লগৈ। ৰত্ন বৰুৱাই চাৰিওফালে এবাৰ চালে, কাষেদি গঙ্গাৰ এটি ধাৰা বৈ গৈছে। নদীৰ পানীবোৰ ঘোলা, বুকুত বাঢ়নী-পানীৰ কোনো উদ্দাম নাই। সন্ন্যাসিনীৰ দৰে এটি নিলিপ্ত প্ৰাণ যেন সোঁত হৈ বৈ আছে। বন্তিয়ে জুপুৰিটোৰ বাহিৰৰপৰা মাতিলে—"বাবা ?"

"বন্তি নেকি ?" ভিতৰৰপৰা মাতিলে বাবাই। লগে লগে জুপুৰিটোত সৰু চাকি এটি জ্বলি উঠিল।

"হয়।"

"বহ, বহ। মই জানিছিলোঁ তই আহিবি বুলি।"

"কালিলৈ যামগৈ নহয় ?"

"মই জানো।"

"আপুনি ওলাই আহক। আপোনাৰ দৰ্শন পাবলৈ বৰদেউতা আহিছে।"

"মই জানো। তই তেখেতক বহুওৱা, মই গৈছোঁ।" খন্তেক পিছতে ওলাই আহিল কৌপিনধাৰী সন্ন্যাসী। যিডাল বটবৃক্ষক আশ্ৰয় কৰি জীৱন নিৰ্ব্বাহ কৰিছে এই সন্ন্যাসীয়ে সেইডাল বটবৃক্ষৰ দৰেই সন্ন্যাসীৰ জৰাজীৰ্ণ অৱস্থা। কিন্তু ক্ষীণ কায়াৰ মাজত জিলিকি উঠিছে এক স্বৰ্গীয় আভা। সেই আভাই

স্নিগ্ধ কৰি তুলিছে জুপুৰিটোৰ পৰিৱেশ। বস্তিয়ে ভক্তিভাৱেৰে সন্ন্যাসীৰ ভৰি ছুই সেৱা কৰিলে।

"মঙ্গল হওক তোৰ। তই মুঠেই চিন্তা নকৰিবি। মানুহৰ জীৱনেই এনে। প্ৰত্যেকেই আপি এক বিৰাট প্ৰৱাহত নিজৰ অস্তিত্ব হেৰুৱাই উভতি যাব লগা হয়।" সন্ন্যাসীৰ কথা শুনি বস্তিৰ প্ৰাণ জুৰ পৰিল। তাইৰ আজি অশান্ত মনটোত উদয় হোৱা নতুন নতুন প্ৰশ্নবোৰ বাবাই যেন বুজিব পাৰিছিল সহজে আৰু উত্তৰ দিছিল ততালিকে।

"দেউতা আহিছিল নেকি?" তাই সুধিলে।

"অঁ, আহিছিল। মোক সকলো কৈছে। তোৰ একো ভয় নাই। এয়া বৰদেউতা আৰু দেউতাৰৰ ভিতৰত একো প্ৰভেদ নাই। পৃথিৱীত জন্মগ্ৰহণ কৰোঁতে প্ৰত্যেক মানুহে নিজৰ নিজৰ পিতৃ-মাতৃৰ ওচৰতে অচিনাকি থাকে। কিন্তু সেই অচিনাকি পিতৃ-মাতৃয়ে সন্তানক প্ৰেমৰ পৰশ দি কোলাত তুলি লয়। গঙ্গাৰ এইটো পাৰ আৰু সৌটো পাৰ সকলো এক। অচিনাকি পৃথিৱীত ভয় কৰিবলৈ একো নাই।"

ইয়াৰ পিছত কোনেও কিছুপৰলৈ কথা কব নোৱাৰিলে। অলপ পিছত বস্তিয়ে কলে—"বাবা এন্ধাৰ হৈ আহিছে, যাওঁগৈ। মায়ে চিন্তা কৰিব।"

"যাগৈ যা।"

"আপোনাক দৰ্শন লভি আনন্দ পালোঁ।" সন্ন্যাসীৰ ফালে হাতযোৰ কৰি ৰত্ন বৰুৱাই কলে।

"আনন্দময়ো পালোঁ। বিভূতি মোৰ সহোদৰ ভাইৰ দৰে, সুখে-দুঃখে তাৰ লগত জীৱনৰ মোৰ বহুকাল কাটি গৈছে।" কথা শুনি ৰত্ন বৰুৱাই আচৰিত হৈ সন্ন্যাসীৰ ফালে চাই থাকিল কিন্তু এবাৰ কথাও সেই বিষয়ে সুধিবলৈ সাহ নকৰিলে। বিভূতিৰ জীৱন-বৃত্তান্ত তেনে এই সন্ন্যাসীৰ লগতো জড়িত হৈ আছে!

সন্ন্যাসীক নমস্কাৰ জনাই অন্তৰত বিস্ময় ভাব লৈ ৰত্ন বৰুৱা ঘৰলৈ উভতিল। আকৌ আহি তেওঁলোক দুয়ো ট্ৰামত উঠিলহি। চলন্ত ট্ৰামৰপৰা ৰত্ন বৰুৱাই মহানগৰীৰ জিলমিল দৃশ্য চাবলৈ ধৰিলে। কিন্তু তেওঁৰ মনত পুৰ্ণিমাইতৰ ঘৰত সৰল বস্তিজনী, কালীঘাটত যোগমায়াৰ আবিৰ্ভাৱ, শ্মশানৰ ভিতৰেদি বস্তিৰ সহজ ভ্ৰমণ, বাবাৰ দাৰ্শনিক কথোপকথন—-এইবোৰৰ ছবি হে এটা



এটাকৈ ভাহি উঠিল। লগতে তেওঁ ভাবিলে বস্তিক অসমলৈ লৈ যোৱা কথাটো সিমান সহজ নহয়—যিমান সহজ বুলি প্ৰথমতে তেওঁ ভাবিছিল। বয়োবৃদ্ধ আৰু অভিজ্ঞ ৰত্ন বৰুৱাই মনতে কিবা এটা ৰহস্যৰ উমান পাইছে। কিন্তু ৰহস্যৰ ভেদ ভাঙিবলৈ তেওঁৰ মন প্ৰস্তুত নহয়। তেওঁলোকৰ পৰিয়ালটো লৈ আকৌ যেন ক'ৰবাত কিবা এটা জল্পনা চলিছে বুলি ৰত্ন বৰুৱাৰ বোধ হ'ল। লগে লগে পদ্মাৱতীৰ কথা তেওঁ সুঁৱৰিবলৈ ধৰিলে। তেওঁলোক যেতিয়া গেৰিহাটা ষ্টপেজটোত নামি পৰিল ৰত্ন বৰুৱাই দেখিলে ফুটপাথেদি এজনী বুঢ়ী লাহে লাহে গৈ আছে, বুঢ়ীজনী সাইলাখ পদ্মাৱতীৰ দৰে। বুঢ়ীজনীলৈ ৰত্ন বৰুৱাই ঘূৰি চাবলৈ ধৰিলে। বুঢ়ীজনী পাৰ হৈ গ'লত ৰত্ন বৰুৱাই ওপৰলৈ চাই দেখিলে—আকাশত এটি-দুটি তৰা জিলিকিছে। দাৰ্শনিকৰ দৰে আজি ৰত্ন বৰুৱাৰ মনত প্ৰশ্ন হ'ল—কি সেই মহাশক্তি যি জীৱনৰ এই সৰু-বৰ ঘটনাবোৰ জুকিয়াব লাগিছে বাৰু? মনৰ মাজত উত্তৰ বিচাৰি বিচাৰি ৰত্ন বৰুৱা আগবাঢ়িল। পাছে পাছে বস্তি নীৰৱে আহি থাকিল।

## ॥ দহ ॥

আকাশত চতুৰ্দ্দশীৰ জোনটোৱে পোহৰ বিলাইছে। মহানগৰীৰ নিস্তব্ধ নিশা আকাশ উদাসী হৈ উঠিছে, যেন সুদূৰত বাজি উঠা বৰাগীৰ আকুল সুৰ হে ৰিণি ৰিণি ভাহি আহিছে। তথাপি বিভূতি বৰুৱাৰ মনটো অধীৰ হৈ উঠিল—মহাবুদ্ধৰ বাণী ঘনে ঘনে স্মৰণ কৰিও আজি তেওঁ নিৰ্ব্বিকাৰ হৈ উঠিব পৰা নাই। মায়াৰ জৰীডাল ছিঙিবলৈ ওলাই তেওঁ বাৰে বাৰে দুৰ্ব্বল হৈ উঠিছে। বস্তিৰ মুখখনৰ ছবি সঘনে তেওঁৰ মনলৈ আহিছে। নিশা প্ৰায় শেষ হওঁ হওঁ কিন্তু বিভূতিৰ ওৰেৰাতি টোপনি নাহিল। আগফালৰ কোঠালিৰপৰা অহা ৰত্ন বৰুৱাৰ নাকৰ নিশ্বাসে অৱশ্যে মৃদুভাৱে ঘৰখনৰ নিস্তব্ধতা ভঙ্গ কৰিছে। ওচৰৰ বিচনাখনত কুসুম শুই আছে। বিভূতি উঠি গ'ল লাহে লাহে

গাতে-লগা ভিতৰৰ কোঠালিটোলৈ। সেইটো বন্তিৰ কোঠা। এন্ধাৰত খুপি খুপি বিভূতি গৈ থাকিল। বিভূতিৰ কাৰণে সেয়া যেনিবা এন্ধাৰ নহয়—স্বৰ্গীয় পথৰ পোহৰ হে। বিভূতি বন্তিৰ কাষত থিয় হ'লগৈ। আঁঠুৰাথন লাহেকৈ দাঙি বন্তিৰ কপালত হাত দিলে। বন্তিৰ টোপনি নেভাঙিল। বন্তিয়ে চমক নেখালে। বন্তিৰ নিদ্ৰামগ্ন মুখখনত গভীৰ শান্তি বিৰাজি আছে। কিছুসময়ৰ লাগি বিভূতিয়ে বন্তিৰ মুখলৈ চাই থাকিল। সৰু বেজিনাজনীৰ ছবিয়ে আজি বিভূতিৰ সমুখত উমলিবলৈ ধৰিলে। অকণমানজনী—চঞ্চল এটি শিশু বেজিনা। বেজিনাৰ ছবিয়ে বিভূতিৰ মনত কিয় জানো আজি বেছি-পৰলৈ শান্তি আৰু আনন্দ দিব নোৱাৰিলে। বিৰক্তিৰেই বিভূতিয়ে সেই ছবি লাহেকৈ মনৰপৰা আঁতৰাই দিলে। সেইজনী বেজিনা, তেওঁৰ বন্তি নহয়। পিতৃত্বৰে প্ৰাণ দিয়া বন্তিজনী কেৱল বৰ্ত্তমানৰ আনন্দই নহয়, অনন্ত পোহৰো। বিভূতিৰ আত্মাৰ শান্তি বন্তি, জীৱনৰ সত্য বন্তি। বন্তিৰ পোহৰেৰে বিভূতিৰ সমগ্ৰ বিশ্ব-চৰাচৰ, অতীত-ভৱিষ্যৎ উজলি উঠে। বেজিনা আৰু বন্তি এক নহয়। এইদৰে বিভূতিয়ে যেতিয়া এটি নতুন সত্য উপলব্ধি কৰিবলৈ বিচাৰিলে তেতিয়া পুব-আকাশ পোহৰ হৈ উঠিছে। দিন আৰু ৰাতিৰ মাজত ব্ৰহ্মমুহূৰ্ত্তত তেওঁ ঘৰৰ দুৱাৰ-খিৰিকীবোৰ খুলি দিলেগৈ। অলপ-পৰৰ পিছতে হয়তো মহানগৰীৰ নিস্তব্ধতা আৰু নেথাকিব। এই নিস্তব্ধ-পৰতেই বন্তিক কব লগা বিভূতিৰ দুটামান কথা আছে।

পুৱাৰ খিৰিকী খোলাৰ শব্দ শুনি কুসুম গিৰিপ কৰে উঠি বহিল। আজি বত্ন বৰুৱা যাবগৈ। লগতে বন্তিও যাব। আৰু অলপ সোনকালে উঠিব লাগিছিল বুলি ভাবি নিজকে অপৰাধী যেন লাগিল কুসুমৰ। খৰধৰকৈ বিচনাৰপৰা নামি দুৱাৰ-খিৰিকীবোৰ মুকলি হৈ থকা দেখি কুসুম আচৰিত হ'ল। আনদিনা কুসুমে দুৱাৰ-খিৰিকী নিজে খোলে। তাৰপিছত হে বন্তি উঠে। কুসুমৰ মনটো গধুৰ হৈ পৰিল—বন্তি আজি মাকতকৈ সোনকালে উঠিছে। অসমলৈ যাবলৈ তাইৰ বৰ হেপাহ। হেপাহ নহবনো কিয়? কুতুব আৰু শান্তি অসমৰ হে। ইমান দিনে বন্তিক নিজৰ সন্তানৰ দৰে ডাঙৰ-দীঘল কৰিলে কিন্তু যি লোকৰ, লোকৰ হৈয়ে থাকিল বন্তি। মুহূৰ্ত্তবোৰ সঘনে কুসুমৰ বিচলিত মনৰ অস্থিৰ ভাব আৰু অভিমানলৈ ৰূপান্তৰিত হবলৈ ধৰিলে। মনৰ অস্থিৰতা আৰু অভিমানে কুসুমক প্ৰথমতে বিৰক্ত কৰিলে তাৰপিছত



ক্ৰমাৎ সেই বিৰক্তি কুসুমৰ উলাহলৈ পৰিণত হ'ল। এক গধুৰ ভাৰ বহনৰ-পৰা মুক্তি পোৱাৰ উল্লাসে কুসুমৰ মনটো হঠাতে আজি পাতলাই পেলালে। কিন্তু খন্তেক পিছতে যেতিয়া দেখিলে বিভূতিয়ে বন্তিক জগাবলৈ গৈছে কুসুমৰ মন অৱসাদেৰে আকৌ পুৰ্ণ হৈ পৰিল। বিভূতিয়ে দুৱাৰ-খিৰিকীবোৰ খুলিলে বুলি জানি কুসুম আচৰিত হ'ল। বিভূতিৰ তেন্তে ৰাতি ভালকৈ টোপনি অহা নাই? আজি কিছুদিনৰপৰা নানা অশান্তিয়ে বিভূতিৰ মনটো খুলি খুলি খাব লাগিছে। লৰালৰিকৈ কুসুম বিভূতিৰ ওচৰলৈ গ'ল। বিভূতিৰ মুখলৈ কুসুমে এবাৰ মাত্ৰ চালে তাৰপিছত দৃষ্টি তললৈ নমাই আনিলে। বিভূতিৰ গভীৰ আৰু মৌন মুখত অন্তৰৰ হাহাকাৰ জিলিকি উঠিছে যে কুসুমে মন কৰিলে। কুসুমে এইবাৰ বন্তিলৈ চালে, বহু বছৰৰ ভাগৰে যেন বন্তিকো আগুৰি ধৰিছে। তুলসী-তলত পানী দি মন্ত্ৰ মতাৰ হেপাহ আৰু বন্তিৰ প্ৰাণত আজি নাই। বিভূতিয়ে জগাই দিয়া সত্ত্বেও তাই শুই থাকিবলৈ বিচাৰিছে সৰু শিশুটিৰ দৰে নিদ্ৰা-মাতৃৰ কোলাত। কিছুপৰ কুসুম আৰু বিভূতি নিটাল মাৰি থাকিল, তাৰপিছত বিভূতিয়ে আকৌ বন্তিক জগাই দিলে। এইবাৰ বন্তিয়ে চকু মেলি কুসুম আৰু বিভূতিক ওচৰতে দেখি অলপ লাজ পালে। তাই খৰধৰকৈ উঠি গা ধুবলৈ গ'লগৈ।

"বস্তুকেইটা ক'ত থৈছা?" কুসুমলৈ চাই বিভূতিয়ে সুধিলে।

"ট্ৰাঙ্কটোৰপৰা উলিয়াই আপোনাৰ ড্ৰয়াৰটোত থৈছো।"

"লৈ আহাগৈ সেইখিনি। তাইক দি থওঁ। পিছত পাহৰি যাব পাৰোঁ।"

যোৱাৰাতি বিভূতিৰ নিৰ্দ্দেশত কুসুমে বন্তিৰ হাতত দিবলৈ কেইটামান বস্তু উলিয়াই থৈছে যিকেইটা বস্তু আজি পোন্ধৰ বছৰে তেওঁলোকে বন্তিৰ-পৰা লুকুৱাই ৰাখিছিল। শান্তি আৰু কুতুবৰ এখন ফটো, বন্তি জন্ম হোৱাৰ আগতে তেওঁলোকৰ যুটীয়া জীৱনৰ ছবি সেইখন। শান্তিৰ ডিঙিৰ হাৰৰ এটি লকেট, কুতুবৰ হাতৰ আঙুলিৰ এটা আঙঠি, কুতুবৰ দেউতাক গিয়াচুদ্দিন আহমদে কুতুবলৈ দিয়া এখন চিঠি—আটাইকেইটা বস্তু টফিৰ টেমাত ভৰোৱা আছে। কুসুমে টেমাটো লৈ আহিলগৈ। বিভূতিয়ে কুসুমৰ হাতৰপৰা নিজৰ হাতলৈ টেমাটো আনিলে। টেমাটো খুলি বস্তুবোৰ আকৌ এবাৰ পৰীক্ষা কৰিলে। গা ধুই উঠি বন্তি লাহে লাহে বিভূতিৰ কাষলৈ আহিল। বন্তিক দেখি—"আহচোন আই এইফালে," বুলি মাতি বিভূতিয়ে এটা-এটাকৈ

বস্তবোৰ জীয়েকৰ হাতত দিবলৈ ধৰিলে। বস্তুখিনি লোৱা শেষ হ'লত কলে—"সেয়া তোৰ নিজৰ মাৰ-দেউতাৰৰ বস্তু, ভালকৈ বাকচত থৈ দেগৈ, নেহেৰুৱাবি।"

"এইবোৰ মই কি কৰিম?" আপোনা-আপুনি যেন অভিমান-মিহলি এটি প্ৰশ্ন বস্তিৰ মুখৰপৰা ওলাই আহিল। বস্তিয়ে বস্তুখিনি পৰীক্ষা কৰাত ব্যস্ত হৈ পৰিল। বস্তুকেইটা চাই চাই বস্তিয়ে ভাবিলে—সেয়া তাইৰ মৰমৰ অতীত। তাই চিঠিখন খুলি পঢ়িবলৈ ধৰিলে—

'কুতুব,

নিজৰ কুকৰ্ম্মৰ কাৰণে ধৰ্ম্মচ্যুত হৈ আল্লাৰ ওচৰত দোষী হৈছ। তই আৰু ঘৰলৈ ঘূৰি নাহিবি, সেয়া তোৰ উচিত শাস্তি বুলি ভাবিবি।

তোৰ বাবা গিয়াচুদ্দিন আহমদ।'

এনেয়ে হোৱা হলে বস্তিয়ে চিঠিখন বুজি নেপালেহেঁতেন। কিন্তু তাই যোৱা-ৰাতি সকলো কথা শুনি থৈছে। সেয়ে গিয়াচুদ্দিন আহমদে পুত্ৰলৈ লিখা চিঠিখনৰ কথা বস্তিয়ে কিছু কিছু বুজি পাইছে। চিঠিখন পঢ়া হ'লত বস্তি ঠকঠককৈ কঁপিবলৈ ধৰিলে। লগতে কঁপিছে তাইৰ সমস্ত পৃথিৱী। যেন মনৰ অতি মৰমৰ ছবিবোৰ খহিবলৈ হে ধৰিছে ঘৰৰ বেৰৰপৰা। বস্তি বহি পৰিল। মনত তাইৰ তেতিয়া এটি মাথোঁ প্ৰশ্ন—'কি দোষৰ কাৰণে বাৰু মোৰ বাবা আল্লাৰ ওচৰত জগৰীয়া? কি দোষ? সেই দোষৰপৰা কি পৰিত্ৰাণ নাছিল?' বস্তিয়ে এনেদৰে ভাবি থাকোঁতে তাইৰ কাষতে বহিল বিভূতি, লগে লগে বহিল কুসুমো ওচৰতে।

"কি হৈছে মা?" বিভূতিয়ে বস্তিৰ মূৰত হাত থৈ সুধিলে।

"একো হোৱা নাই।" বস্তিয়ে দৃঢ়তাৰে উত্তৰ দিলে আৰু একেথৰে বিভূতিৰ চকুলৈ চাই থাকিল। কিছুসময়ৰ ভিতৰতে বস্তি স্থিৰ হৈ আহিল। তাই চিঠিখন জাপি লৈ বস্তুকেইটা টেমাটোত সুমুৱাই থবলৈ ওলাই ছবিখন আকৌ এবাৰ চালে। ছবিখন চাই চাই ভাবিলে—কুতুব আৰু শান্তি, বিভূতি আৰু কুসুম দোযোৱা সম্পূৰ্ণ বেলেগ মানুহ। কুতুবৰ চকুযুৰিত নিৰ্ভৰযোগ্য দৃষ্টি আছে। শান্তিৰ মুখখনত আনক ধৰি ৰাখিব পৰা সহজ আকৰ্ষণৰ শক্তি আছে।



এয়া ওচৰতে আছে বিভূতি আৰু কুসুম। তেওঁলোকৰপৰা স্নেহ হে পাব পাৰি কিন্তু তেওঁলোকৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি। কিন্তু যি স্নেহত নিৰ্ভৰ কৰিব নোৱাৰি, যি স্নেহক জীৱনৰ ধ্ৰুতি বুলি ভাবিব নোৱাৰি সেই স্নেহতো প্ৰকৃত স্নেহ নহয়! সি মাত্ৰ মোহ, সেই মোহ বিপজ্জনক। এনেদৰে বস্তিয়ে অন্তৰৰ গভীৰত নিজকে নতুনকৈ বুজিবলৈ বিচাৰিছিল। আৱেগ-অনুভূতিয়ে তাইৰ পথ আজি ৰুদ্ধ কৰিব পৰা নাই। মনৰ কোনো ভাবনাই তাইক টলাব পৰা নাই। নিজক বিচাৰি তাই ভিতৰ সোমাইছে। এন্ধাৰ ফালি তাই পোহৰলৈ গৈছে। সেই পোহৰত দেখা পাইছে—তাই এতিয়া ক'ত আছে। সেয়ে বস্তিয়ে নেকান্দিলে, অকণমানজনী হৈ বিভূতিৰপৰা স্নেহ নিবিচাৰিলে। নিজৰ ভাৰ লব পৰা দায়িত্বশীল ছোৱালী এজনীৰ দৰে কুতুব আৰু শান্তিৰ ফ'টোখন আকৌ এবাৰ চালে। আকৌ এবাৰ বস্তিয়ে কুতুবৰ কথা চিন্তা কৰিলে—আল্লাৰ ওচৰত বাৰু কুতুবে সঁচাকৈয়ে কিবা দোষ কৰিছিল নেকি? যাৰ কাৰণে গিয়াচুদ্দিন আহমদে পিতা হৈ পুত্ৰ ত্যাগ কৰিব লগা হ'ল। ফ'টোখনলৈ ৰ লাগি চাই বস্তিয়ে দেখিলে কুতুবৰ চকুযুৰিত তেনে দোষৰ গ্লানি নাই। গ্লানিৰ সলনি কুতুবৰ চকুযুৰিত বস্তিয়ে দেখিলে একুৰা জুই। সেই জুইৰ ফিৰিঙতি তাই। সত্যৰ হকে সকলো জলাঞ্জলি তাই দিব লাগিব। তাই অসমলৈ যাব। ৰং মনেৰে অসমলৈ যাব। অসমৰ ঘাঁহনি-বননিৰ তাই পৰশ লভিব। অসমৰ বায়ু তাই সেৱন কৰিব। অসমৰ মুকলি আকাশৰ তলত তাই নিজক বিচাৰি উলিয়াব।

"ইমান দিনে মোক এই ছবিখন দেখুওৱা নাছিল কিয়? মা-বাবাৰ ছবি চাবলৈ কেতিয়াবা মোৰ ইমান হেপাহ হৈছিল?" বস্তিয়ে বিভূতিৰ ফালে চাই সুধিলে।

"আমাৰ মুখত জানো সেই ছবি দেখা নাছিলি?" বিভূতিয়ে সুধিলে।

"দেখিছিলোঁ, কিন্তু—" বুলি বস্তি ৰৈ গ'ল, তাই আৰু কি কব ভাবি নেপালে। আকৌ এক আৱেগৰ ধুমুহাই তাইক থকা-সৰকা কৰি থৈ গ'ল—মুখত দুইহাত দি তাই এইবাৰ উচুপিবলৈ ধৰিলে। কেনেকৈ আজি মোচ খালে সেই ছবি? ক'তা সত্যৰ পোহৰ? ক'লৈ গ'ল? চাৰিওফালে অন্ধকাৰ কিয়? বস্তি অসহায়ভাৱে বিভূতিৰ কোলাত বাগৰি পৰিল। কুসুমো থিৰেৰে থাকিব নোৱাৰিলে। নিথৰ হৈ ৰ'ল মাত্ৰ বিভূতি। প্ৰাণত তীব্ৰ আঘাতেও তেওঁক টলাব পৰা নাই।

সমাধিস্থ হৈ যেন বিভূতি প্ৰাৰ্থনাত নিমগ্ন হৈছে। সেই প্ৰাৰ্থনাৰ সুৰ বিশ্ব-চৰাচৰ ভেদি বিয়পি পৰিছে। কোনো কথাতে আজি বিভূতিয়ে বন্তি আৰু কুসুমক প্ৰবোধ দিবলৈ চেষ্টা নকৰিলে। লাহে লাহে এক গভীৰ নীৰৱতাই চাৰিওফালৰ পৰিবেশ শান্ত কৰি আনিলে। অলপ পিছতে সেই নীৰৱতাৰ মাজত শান্তভাৱে উঠি গ'ল কুসুম, পিছত বন্তিও গ'ল সহজভাৱে। বিভূতি নীৰৱেই বহি থাকিল।

বন্তিক লৈ যাবলৈ ঠিক কৰি থোৱা টেক্সিখনৰপৰা হৰ্ণ শুনা গ'ল। বত্ন বৰুৱা আগতেই ওলাই আহিল, খুব কম সময়ৰ ভিতৰতে বন্তিও ওলাই পৰিল। কিৰণৰ চাহ-জলপান হৈ আছিল। বৰ ততাতৈয়াকৈ তেওঁলোকে চাহ খাব লগা হ'ল।

বিভূতি বৰুৱা আৰু কুসুম প্ৰথমতে ষ্টেচনলৈ যোৱাৰ কথা আছিল কিন্তু এতিয়া বিভূতি বৰুৱা নিজে ষ্টেচনলৈ নোযোৱাটোকে ঠিক কৰিলে। আৰু কুসুমকো নপঠোৱাৰ কথা ভাবিলে। এই সাল-সলনিৰ কথা জানিব পাৰি বত্ন বৰুৱাই ভাবি থলে—একমাত্ৰ সন্তানক ইমান দূৰলৈ প্ৰথমবাৰৰ কাৰণে পঠাই দিয়া আজি বিভূতি আৰু কুসুমৰ কাৰণে বৰ সহজ নহয়। বিদায়ৰ সেই করুণ দৃশ্য তেওঁ কেনেকৈ সহি থাকিব কব নোৱাৰে—কিন্তু বত্ন বৰুৱা বৰ আচৰিত হ'ল—যেতিয়া তেওঁ দেখিলে বন্তিয়ে বৰ সহজভাৱে মাক-দেউতাকক সেৱা কৰি গাড়ীত বহি পৰিছিলগৈ। গাড়ীত বত্ন বৰুৱাৰ যাৱতীয় বস্তুখিনি আৰু বন্তিৰ দুটা বাকচ—এটা কিতাপৰ ট্ৰাঙ্ক, আনটো কাপোৰৰ চুটকেচ ভৰাই দিয়া হ'লত বিভূতি বৰুৱা গাড়ীৰ কাষলৈ আগবাঢ়ি গ'ল আৰু বন্তিৰ মূৰত হাত দি কলে—"ভালকৈ পঢ়া-শুনা কৰিবি দেই।" বন্তিয়ে মূৰ দুপিয়ালে।

"ঘৰ পাই চিঠি দিবগৈ।" বত্ন বৰুৱালৈ চাই কুসুমে কলে।

মটৰৰপৰা বত্ন বৰুৱাই দেখিলে কেৱল মাত্ৰ কিৰণে উচুপিবলৈ ধৰিছে। বহুদিনৰ আগতে তাইৰ একমাত্ৰ নিজৰ ছোৱালীজনীক চিৰকালৰ কাৰণে এই পৃথিৱীৰপৰা বিদায় দিব লগা হৈছিল। বন্তিক কিৰণে সকৰেপৰাই পাইছে। বন্তিক অন্তৰৰ সকলো স্নেহ ঢালি দি নিজৰ শোক ঢাকি ৰখা কিৰণৰ পক্ষে কিছু সহজ হৈ আহিছিল। বন্তিৰ বিদায়-পৰত মাতৃ-হৃদয়ৰ সেই শোকে আজি হিলদোল ভাঙি বাহিৰত প্ৰকাশ বিচাৰিছে। তাই যেতিয়া ফেকুৰি ফেকুৰি কান্দিলে, বত্ন বৰুৱাই মনে মনে ভাবিলে কুসুমৰ দৰে শোকক সংযত



কৰিবলৈ কিৰণে শিকা নাই। আনকি কুসুমেও আজি উপলব্ধি কৰিব নোৱাৰিলে কিৰণৰ নিভৃত অন্তৰৰ বেদনাৰ ধ্বনি।

বিভূতি আৰু কুসুম ইমান সংযত এই কথাটোকে বত্ন বৰুৱাই ভাবি থাকোঁতেই ড্ৰাইভাৰে টেক্সি ষ্টাৰ্ট দিলে। বিভূতিয়ে কিছুসময় ৰ লাগি মটৰখন চকুৰ আঁৰ নোহোৱালৈকে চাই থাকিল, ক'ৰবাৰপৰা অহা শেন চৰাই এটা বিভূতিৰ মূৰৰ ওপৰেদি উৰি গ'ল। বিভূতি বৰুৱাৰ কাণত মহানগৰীৰ ট্ৰাম-বাচ, গাড়ীৰ শব্দবোৰে মহাব্যস্ততাৰ ধ্বনি তুলিলে, বৰ খৰকৈ বিভূতি বৰুৱা ঘৰৰ ভিতৰলৈ সোমাই গ'ল নিজকে কিবা এটা ব্যস্ততাৰ মাজত আবদ্ধ কৰি সেই মহাব্যস্ততাৰ লগত মিলি যাবলৈ।

## ॥ এঘাৰ ॥

কেইদিনমান পানী লগা জ্বৰত ভুগি পদ্মাৱতীয়ে আজি গা টঙাইছে—গাটো অলপ ভাল পোৱাৰ লগে লগেই বুঢ়ী বিচনাত পৰি থাকিব পৰা নাই। ঘৰখনৰ সকলো কথাৰে ভাগ লৈ কথা-বতৰা পাতিব নোৱাৰিলে বুঢ়ীৰ ভাল নালাগে। পাছফালৰ বাৰাণ্ডাত বহিবলৈ পদ্মাৱতী বিচনাৰপৰা উঠি আহিল। বৰপীৰা এখনত বহি বুঢ়ীয়ে তামোল-পাণৰ বটা আৰু খুন্দনাটো যতনাই দিবলৈ ইলাক পাচিলে। ইলাই বটা আৰু খুন্দনাটো লৈ আহিলত পদ্মাৱতীয়ে কলে—"ন-বোৱাৰীজনীনো ক'লৈ গ'ল?"

"নবৌ নাই নহয়?" ইলাই কলে।

"ক'লৈ গৈছেনো?"

"আজি পুৱাতে দাদাৰ লগত নবৌ মিছামাৰী চাবলৈ গৈছে।"

"মিছামাৰীতনো কি উকমুকৰ পোৱালিটো ওলাল অ'?"

"কিয় আপুনি নেজানে নেকি? আইতা, মিছামাৰী তিব্বতী ভগনীয়াৰে ভৰি পৰিছে নহয়?"

"তিব্বত দেশৰ মানুহ ভাগি মিছামাৰীলৈ আহিল, তাতে ন-বোৱাৰীৰ

কি হ'ল? সিঁহঁতৰো ভাল বাঘ তেলে খাইছে দে।"—পদ্মাৱতীৰ কথা শুনি ইলাই হাঁহিবলৈ ধৰিলে।

পুৱাতে আজি ৰমেনে অণিমাক লৈ মিছামাৰীলৈ ওলাই গৈছে। বিয়াৰ পিছৰপৰাই ৰমেনহঁত ক'লৈকো ওলাব পৰা নাই। ইটোৰ পিছত সিটোকৈ নানা কথাত ৰমেন ব্যস্ত থাকিব লগা হৈছে। বিশেষকৈ বত্ৰ বৰুৱা কলিকতালৈ যোৱাত বালিপাৰা বাগিচাখনৰ সম্পূৰ্ণ ভাৰ ৰমেনৰ ওপৰতে পৰিছে। বত্ৰ বৰুৱা ঘূৰি আহিলে হে ৰমেনে কিছু সকাহ পাব। বাগিচা বুলিলে আজিকালিতো কম সমস্যা নহয়। চাহখেতিৰ লাভ আজিকালি মালিকে সহজে খাব নোৱাৰে। বালিপাৰাৰ সৰু বাগিচাখনৰ মালিক হোৱা বত্ৰ বৰুৱাহঁতৰ বেছি দিন হোৱা নাই। আগতে ইয়াৰ মালিক আছিল সাত সাগৰ তেৰ নদীৰ সিপাৰৰ চাহাব কেইজনমান। চাহাব কোম্পানীয়ে চাহ-বাগিচাখন বিক্ৰী কৰিবলৈ মন কৰাত বত্ৰ বৰুৱাই কিনি ললে। কিছু টকা কোম্পানীক এতিয়াও পৰিশোধ কৰিবলৈ বাকী আছে। বাগিচাখন কিনিবৰ সময়ত বত্ৰ বৰুৱায়ো পৈত্ৰিক স্থাৱৰ, অস্থাৱৰ সম্পত্তি বহুখিনি বিক্ৰী কৰিছে। চাহপাতৰ লাভ যে বিশেষ হয় তাকো কব নোৱাৰি, বাগিচাৰ সমস্যা হলে বহুত। কিন্তু বহুদিন কাম কৰাৰ কাৰণে কুলী-মালীৰ লগত বত্ৰ বৰুৱাৰ সম্বন্ধটো সহজ হৈ আছে। 'বুঢ়াবাবু' বুলিলে সকলো কুলীয়ে সম্ভ্ৰমেৰে চায়। এখন উদাৰ অন্তৰৰ কাৰণে এই সম্ভ্ৰম লাভ কৰা বত্ৰ বৰুৱাৰ কাৰণে সহজ হৈ উঠিছে। তথাপিও একোদিন বত্ৰ বৰুৱাৰ অন্তৰ কঁপি উঠে। তেওঁ কেতিয়াবা ভাবে, 'বাগিচাখন কিনি ভুল কৰিলোঁ নেকি?'

বত্ৰ বৰুৱা গৈ কলিকতাত দেৰি কৰাত ৰমেনৰ অলপ বিৰক্তিও হৈছে। তাতে অজিত যোৱাৰেপৰা অণিমাই মনটো মাৰি আছে। পদ্মাৱতীৰ অসুখৰ কেইদিন অণিমাই অনবৰত বুঢ়ীৰ আলপৈচান ধৰিছিল। কাম-বন কৰি বেয়া নাপালেও বুঢ়ীৰ খোঁচা দিয়া কথাত অণিমা একোদিন অতিষ্ঠ হৈ উঠে। এনেকুৱা ধৰণৰ কথাত অণিমাহঁত অভ্যস্ত নহয়। ধনক দেখিলেও অণিমাৰ মনটো এন্ধাৰ হৈ যায়। ধন ৰমেনৰ ভায়েক, ইলাতকৈ ডাঙৰ। ইলাৰ জন্মৰ ছমাহমানৰ পিছতে ধনৰ প্ৰথম মৃগী বেমাৰে দেখা দিয়ে। আজি অত বছৰ বেমাৰত ভুগি ভুগি ধন পঙ্গুপ্ৰায় হৈ গৈছে। ধনৰ বেমাৰ উক দিলে অণিমাৰ মনলৈ নানা সংশয় আহে। ৰমেনে তাক লক্ষ্য কৰিছে। সেয়ে



অণিমাৰ মনটো পাতলাবৰ অৰ্থে আজি পুৱাতে তেওঁক লৈ ৰমেন ওলাই গৈছে মিছামাৰী চাবলৈ। কালিলৈ দেউতাকহঁত আহি পাবহি। বিভূতিক চাবলৈ অহা আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱেৰে হয়তো ঘৰ উঠুলি-মুঠুলি হব, তাতে আজি কেইদিনমানৰপৰা বসন্ত সিঙে মিছামাৰী চাবলৈ ৰমেনক লগ ধৰি আছে। সিং ডেকা মানুহ, বেছ ফূৰ্ত্তিবাজ মানুহজন। বাগিচাৰ ইঞ্জিনিয়াৰিং কামখিনি সিঙেই কৰে, তাৰবাবে শকত দৰমহা এটাও পায়। বসন্ত সিঙৰ দেউতাক ৰতন সিঙেও বহুদিন ধৰি ডিগবৈত কাম কৰি আছে—এই বছৰতে অৱসৰ লোৱাৰ কথা। বসন্ত সিঙে বোম্বাই চহৰত ইঞ্জিনিয়াৰিং পঢ়িছিল, খেয়াল হোৱাত পৰীক্ষা নিদিলে, পাছ কৰা চাৰ্টিফিকেট নোহোৱাত ক'তো ভাল চাকৰি এটা নেপাই ৰমেনহঁতৰ বাগিচাতে সোমাইছেহি। ৰমেনহঁতৰ ঘৰখনত তাৰ এতিয়া অবাধ বিস্তাৰ। ৰমেনৰ বিয়াত বস্ত্ৰ-বেহানি যোগাৰ কৰাৰেপৰা গাড়ী চলাই মানুহক মতালৈকে সিঙে বত্ৰ বৰুৱাক নানা কামত সহায় কৰিছে এজন আপোন মানুহৰ দৰে। এতিয়াও মিছামাৰীৰ দৈনিক খবৰ সিঙেই লৈ আহে। সন্ধিয়া ৰমেনহঁতৰ বৈঠকখানাত আড্ডা বহে, নাহৰামে ৰমেনহঁতৰ লগত যোগ দিয়ে। অণিমা আৰু ইলাই ভিতৰৰপৰা সিঙৰ মুখত মিছামাৰীৰ খবৰ শুনি আচৰিত হয়। কেৱল পদ্মাৱতীয়ে হে সেই মেলত যোগ দিব নোৱাৰি বিচনাতে উচপিচাই থাকে। সিঙে গাড়ী চলাই বালিপাৰাৰ বাগিচা পাওঁতে পাওঁতে ৰাতি এঘাৰ বাজেগৈ।

মিছামাৰীত তিব্বতৰ ভগনীয়াসকলক আশ্ৰয় আৰু আতিথ্য দিবলৈ কেম্প সজা হৈছে। নিজৰ দেশত থাকিব নোৱাৰি আশ্ৰয় বিচাৰি অহা তিব্বতী ভগনীয়াৰ সোঁত বৈছে ভাৰতলৈ। আজি এমাহমানৰ আগতে দালাই লামাৰ বিবৃতি শুনি ৰাইজৰ মনত চাঞ্চল্যৰ সৃষ্টি হৈছে—কিয় দালাই লামাই লাচা ত্যাগ কৰি দুৰ্গম পৰ্ব্বত-পাহাৰ বগাই আহি ভাৰত সীমান্ত পালেহি, কিয়বা এতিয়া ভাৰত চৰকাৰৰ আশ্ৰয়প্ৰাৰ্থী হব লগা হ'ল—এনে ধৰণৰ নানা প্ৰশ্নই ৰাইজৰ মনত খলক লগাইছে। ১৯৫১ চনতে তিব্বতক স্বায়ত্ত শাসন দিয়া হৈছিল, কিন্তু তিব্বতবাসী সেই স্বায়ত্ত শাসনত সন্তুষ্ট হব পৰা নাই। সেয়ে দালাই লামাৰ আগমনৰ পিছতো তিব্বতৰপৰা পলাই অহা ভগনীয়াৰ সোঁত বন্ধ হোৱা নাই। লামাই দেখোঁ অভিযোগ কৰিছে তিব্বতৰ ৰাইজ আৰু বহু সংখ্যক লামা চীনা সৈন্যৰ আক্ৰমণৰ সন্মুখীন হব লগা হৈছে। অৱশ্যে

সামন্তবাদ আৰু লামাবাদক ধ্বংসৰ অভিযানত দালাই লামা ভীত হৈ পলাই অহা বুলিও এটা দলে অভিযোগ নকৰা নহয়। দালাই লামা এই কালেদিয়েই গৈ দিল্লী পালেগৈ। জৱাহৰলাল নেহৰুৰ লগত লামাৰ বিশেষ কথা-বতৰাও চলিছে। তিব্বতবাসীক আশ্ৰয় দিব বুলি ভাৰত চৰকাৰে লামাক আশ্বাস দিছে, এই আশ্বাস পোৱাৰ লগে লগে মিছামাৰীত দলদোপ-হেন্দোলদোপ। মানুহৰ যে বিলৈ চাই থাকিব নোৱাৰি। বিশেষকৈ তিৰোতা মানুহৰ দুখে কুলায়-পাচিয়ে নধৰা হৈছে—তথাপি তিব্বতী ভগনীয়াক ভালভাৱে আশ্ৰয় দিবলৈ ভাৰত চৰকাৰক যত্নপৰ হোৱা দেখা গৈছে। কিছুমানৰ মনত আকৌ সন্দেহ জাগিছে এই ভগনীয়াৰ লগত বিহগুটি অহা নাইতো? বহুতে আকৌ চৰকাৰৰ এলেগা জেং লগাই লোৱা নীতিকেই সমৰ্থন কৰিব পৰা নাই। ইলা আৰু অণিমাই ৰাজনীতিৰ কথা তেনেকৈ ভাবিবলৈ শিকা নাই। কিন্তু শইকীয়ানীহঁতৰ মুখত এইকেইদিন মিছামাৰীৰ গল্প শুনি তেওঁলোকৰ মিছামাৰী চাবলৈ হেঁপাহ জন্মিছে। তেজপুৰৰ বহু মহিলাই ভগনীয়াৰ কেম্পত নানা-ভাৱে সহায় কৰাৰ কথা কাগজে-পত্ৰে ওলাইছে। হওক তেও মহিলাসকলৰ কাৰণে বাহিৰত এটা কাম ওলাল। তিৰোতা মানুহ হ'ল বুলি ঘৰতনো কিমান সোমাই থাকিব পাৰি? সীতা শইকীয়া, পাকল বৰাহঁতে বাহিৰত চাকৰি-বাকৰিও নকৰে। 'তেওঁলোকৰ কাম হ'ল কেৱল খোৱাৰ পিছত শোৱা আৰু শোৱাৰ পিছত খোৱা। মাজে মাজে সমিতিৰ মিটিং নথকা হলে তেওঁলোকৰ যে কি দশা হ'লহেঁতেন।' এইবুলি কৈ কৈ কলুমী মাষ্টৰণীয়ে লগৰ আন আন মাষ্টৰণীৰ আগত হাঁহে। এই বালিকা স্কুলৰ মাষ্টৰণী কেইজনীকো সীতাহঁতে চকু পাৰি দেখিব নোৱাৰে। স্কুলৰ কাম কৰি তেওঁলোকৰ যিহে ভেম। এইবাৰ সীতা শইকীয়াই বালিকা স্কুলৰ আগেদিয়েই মটৰেৰে যায় মিছামাৰীলৈ—মিছামাৰীৰ ভগনীয়াৰ কেম্পত সীতা শইকীয়াই বেছ নাম কৰিছে। গিৰিয়েক যদু শইকীয়ায়ো সমাজৰ কামত আগবাঢ়িছে। কেম্পত সীতাই কাম কৰাৰেপৰা তেওঁলোকৰ ঘৰত আলহী-দুলহীও বাঢ়িছে। নতুনকৈ সজা ঘৰটো ওলাবলৈকে সীতাই অপেক্ষা কৰিছে। কেইখনমান টিনপাত পালেই ঘৰটো সোনকালে ওলাব। ঘৰটো ওলালে আলহী-দুলহী বহুৱাৰ অসুবিধা সীতাহঁতৰ বহুখিনি দূৰ হব—ভৱিষ্যৎ সুখৰ কথা ভাবিলে সামাজিক কাম কৰাৰ প্ৰেৰণা সীতাৰ দুগুণে বাঢ়ে। তেজপুৰীয়া বহু



তিৰোতাই মিছামাৰীত সামাজিক কাম কৰাৰ কথা পদ্মাৱতীৰ কাণতো পৰিছেহি। কিন্তু তাকে চাবলৈ অণিমা পুৱাতে ঘৰথন এৰি ওলাই যোৱা বুলি জানি পদ্মাৱতী বিৰক্ত হ'ল।

"মাৰনো ক'লৈ গ'ল? মাতচোন মাৰক, মই মতা বুলি কগৈ যা।"

"ধনদাৰ ওচৰতে বহি আছে।"

"তাৰ অসুখ বাঢ়িছে নেকি?"

"অসুখতো সদায় থাকেই।"

"এই লৰাটোৱে ঘৰথনলৈ আপদ চোঁচোৱাইছে।" পদ্মাৱতীৰ কথা শুনি ইলাই আমন-জিমনকৈ তামোল খুন্দিবলৈ ধৰিলে। পদ্মাৱতীও নীৰৱে থাকিল খুন্দনাটোলৈ চাই। ইলাই তামোলখিনি পদ্মাৱতীলৈ আগবঢ়াই দি মাকক মাতি আনিলেগৈ।

ইলাৰ মাক ফুলেশ্বৰী পদ্মাৱতীৰ সমুখত থিয় হ'লহি। ফুলেশ্বৰীলৈ চাই পদ্মাৱতীয়ে সুধিলে-—"সাঁচতীয়া থাক দোযোৰ ক'ত থৈছ?"

"আছে বৰ-বাকচত।"

"সেই দোযোৰ লৈ আহগৈ যা।"

"চাবি নাই নহয়?"

"ক'লৈ গ'ল।"

"যাওঁতে লৈ গৈছে।"

"মই জানিছিলোঁ সি সেইটো ভুল কৰিব বুলি।"

"কিহৰ কথা কৈছে আইতা?" ইলাই সুধিলে।

"কৈছোঁ ৰ কিবা এটা।" এনেতে নাতুৰাম আহি উপস্থিত হ'লহি। নাতুৰামক দেখি ফুলেশ্বৰীয়ে ওৰণি টানি লাহে লাহে আঁতৰি গ'ল।

"ই বোলে বৰ-বাকচৰ চাবি-কাঠী লৈ গৈছে?" পদ্মাৱতীয়ে নাতুৰামলৈ চাই কলে।"

"কোনে?"

"ৰত্নই।"

"অঁ, নিবতো, কি কৰেনো আপুনি বৰ-বাকচৰ চাবি-কাঠীৰে।"

"মই বৰ ভাল দেখা নাই। ৰত্ন খোলা মানুহ। লাগে যদি সি চাবি-কাঠী নি কলিকতীয়া বোৱাৰীক দি দিয়কগৈ। সেইফালৰ মানুহ যিহে চতুৰ।

ইফালে ঘৰৰ বোৱাৰীহঁতৰ অৱস্থা দেখিছেই। এতিয়া মই ফুলক মাতি সুধিলোঁ—দেউতাৰ দিনৰ সাঁচতীয়া থাকু দোষোৰৰ কথা। তাই স্বৰগ পৰা মানুহৰ দৰে থিয় দি আছে। চাবি-কাঠী লৈ বৰু কলিকতা পালেগৈ।"

"কি কৰিব বেচেৰীয়ে, সেইটো জীৱ ঘৰত থকা নথকা সমান হৈছে। বেমাৰী লৰাটোৱেই তাইৰ কাল হ'ল।" কথাখিনি কোৱা শেষ হ'নত নাহৰামে হুমুনিয়াহ ছাৰিলে।

"এইবোৰৰ থানথিত নলগোৱাকৈ মই এইবাৰ যাব নোৱাৰিম।" পদ্মাৱতীৰ কথা শুনি ইলা আচৰিত হ'ল। নাহৰামে মিচিক মিচিক হাঁহিবলৈ ধৰিলে। অলপ-পৰৰ পিছত নাহৰামে মূৰ খজুৱাই কলে—"এই ৰমেনটোও এটা বেঙা নহয়, সিওতো কিবা চিজিল লগাব পাৰিলেহেঁতেন ঘৰখনৰ।"

"ক'ত চিজিল লগাব? সি হ'ল তিৰোতা-সেকুৱা, এই দুদিনতে তাই তাক নাকত ধৰি চাকত ঘূৰাইছে নহয়? পুৱাতেই তাই বোৱাৰী মানুহজনী, ঘৰখন এৰি কিয় যাব লাগে, গলি গলি লগত ননন্দজনীক নিলে দায় লাগে নে?"

"মোক নবৌৱে লগ ধৰিছিল আইতা। মই হে নাযাওঁ বুলি কলোঁ। তাতে দাদায়ো কলে—'আইতাৰ অসুখ তই থাক'।"

"হেঁা, সি মোৰ অসুখৰ কথা ভাবিছে, ভাবিব। সিটো বেয়া নহয়। নবৌৰেৰজনী বৰ ভাল ছোৱালী নহয় দেই।"

"আইতা তেনেকৈ নকব। এনেয়ে নবৌৱে কান্দি থাকে।"

"কিহৰ দুখত তাই কান্দে কচোন।"

"জানো?"

এনেতে মটৰৰ হৰ্ণ শুনা গ'ল। ইলাই কলে—"দাদাহঁত আহিল সৌৱা।" ইলা একেবাৰে আগফালৰ কোঠালি পালেগৈ।

সিঙে গাড়ী থমালে। ৰমেন আৰু অণিমাক গাড়ীৰপৰা নমাই দি নিজা কামত সিং আকৌ গাড়ী লৈ গুচি গ'ল। বালিপাৰালৈ সিং এতিয়াই বাওনা হব। পৰহি আবেলিয়েই সিং বাগিচাৰপৰা আহিছে। যোৱাকালি সোমবাৰ আছিল। সোমবাৰে কলঘৰ নচলে। অণিমাক সোমাই অহা দেখি ইলাই সুধিলে—"আহিল নবৌ? দাদাচোন বৈ গ'ল বাটতে।"

"কোনোবা মানুহ এটাৰ লগত কথা পাতিছে। মই চিনি নেপাওঁ।"



অণিমাই ক'লে। ইলাই দেখিলে ৰমেন আহিব লাগিছে। ৰমেনৰ পাছে পাছে বোধা চকীদাৰ। ৰমেন যেতিয়া বৈঠকখানা পালেহি বোধা চকীদাৰ বাৰাণ্ডাতে বৈ গ'ল। বাৰাণ্ডাৰ খুঁটা এটাত ধৰি খক কৰে খেকাৰ পেলাই লৈ কলে—"আজিকালি ইজ্জত কোনে বুজে? বাগানৰ কুলীৰ কি ইজ্জত নাই?" বোধা চকীদাৰে কথাখিনি কৈ উঠি হাতৰ লাঠীডাল কাষলতিৰ তলত থলে, তাৰপিছত কঁকালৰ খোঁচোনাৰপৰা চাধাৰ টোপোলাটো উলিয়াই এখন হাতত চাধা লৈ আনখন হাতেৰে চুণা মোহাৰি ভিতৰ সোমাই আহিল আৰু মজিয়াত লেপেটা নোখোৱাকৈ বহিলহি।"

"আছে, কোনে নাই বুলি কৈছেনো?" চ'ফা এখনত বহি লৈ চকীদাৰৰ কথাৰ উত্তৰ দিলে ৰমেনে। নাহৰামো বহিলহি আন এখন চ'ফাত। ইলা থিয় হৈ থাকিল। বোধা চকীদাৰ অহা বুলি গম পাই ফুলেশ্বৰীয়ে একেচাৰে আহি ভিতৰৰ কোঠালিটোত দুৱাৰৰ আঁৰত থিয় হৈ পুতেক আৰু চকীদাৰৰ কথোপকথন শুনিবলৈ ধৰিলে। পদ্মাৱতীয়ে খুপি খুপি আহি ফুলেশ্বৰীৰ ওচৰ পালেহি। বোৱাৰীয়েকে বাট ভেটি থকা দেখি "চাওঁ এইজনী ক'ত মৰিছহি" বুলি হাতেৰে ফুলেশ্বৰীক ঠেলা মাৰি দি পদ্মাৱতী বাহিৰ-কোঠালি পালেহি। চকী এখনত বহি লৈ সুধিলে—কি হ'ল অ' বোধা চকীদাৰ? তই ভালে আছ?"

"আছোঁ আই, আপোনাৰ কিবা অসুখ হৈছে বুলি শুনিছোঁ।"

"আমাৰনো কি বেমাৰ-এজাৰ আছে? পানী লাগিছিল। ভাল পাইছোঁ এতিয়া। তইঁতৰ মালিক নাই নহয়? বাগাননো পিছে কেনে চলিছে?"

"কেনে চলিব? সেই শৰ্মা মাষ্টৰৰ কাৰণে বাগানত খুব হান্না হৈছে।"

"কি কৰিলে শৰ্মা মাষ্টৰে?" নাহৰামে হাঁহি মাৰি সুধিলে।

"মাইকুৰাক জানে নহয়? সি তাৰ লৰাটোক ইস্কুলত দিছে। শৰ্মা মাষ্টৰে গোপালক 'কুলীকা বাচ্ছা' বুলি কি জানো গালি দিলে। গোপালে আহি ঘৰত লগাই দিলত মাইকুৰা, নিগা, চামিয়া চৰবিলাক মিলি শৰ্মা মাষ্টৰক মাৰি দিছে। পুলিচো আহি গৈছে এতিয়া। পুলিচে মাইকুৰা আৰু চামিয়াক ধৰি নিছিল। জামিনত নিকলাই আনিছোঁ। কুলীৰ লৰা-ছোৱালী পঢ়াবলৈ আহিছে ভালভাৱে পঢ়াব লাগে। আজিকালিৰ চৰকাৰে সেইটো বিচাৰিছে, চব মানুহ পঢ়া-শুনা কৰিব। পহিলা আহোঁতেতো শৰ্মা মাষ্টৰে মিটিংবিলাকত

কিমান ভাল কথা কৈছিল। এতিয়া কিয় জানো পাটুৰ লগত গোলমাল কৰিছে! শৰ্মা মাষ্টৰৰ ওপৰত কুলীবিলাকৰ খুব ঘৃচ্ছা হৈ গৈছে। সিহঁতে এনেয়ে চটি আছে। মহৰীবাবুৰেও যোৱা হপ্তাহত গিৰিমিটৰ টকা দিওঁতে আমালোকক বহুত দিগদাৰ দিলে নহয় ?"

"দেউতা নেথাকিলে বাগিচাখনত যে কি গোলমালবোৰ লাগে।"

"হেঁ, বুঢ়াবাবুৰ নিচিনা কোন হব পাৰিব ? আমালোকক কুলী বুলি নাভাবে নহয় বুঢ়া দেউতাই, নিজৰ বাচ্ছাৰ নিচিনা দেখে।"

"বাচ্ছাৰ নিচিনা দেখে কাৰণে গোলমালখন লগাই ভাল পায় ?"

"গোলমাল লাগিবই, আগৰ দিন নাই নহয় ? আপোনাৰ বহীনৰ যদি আজি কোনোবাই ইজ্জত নষ্ট কৰে আপোনাৰ মনত চোট নালাগিব নেকি ?" চকীদাৰৰ কথা শুনি ইলা ভিতৰ সোমাই গ'ল। দুৱাৰৰ কাষত মাকৰ লগত ভেটা-ভেটি হ'ল যদিও এষাৰো কথা নকৈ ইলা নবৌৱেকৰ ওচৰ পালেগৈ। অণিমাই আহিয়েই চাহত লাগিছিল। বাপুটি আঞ্জা এখন বন্ধাত ব্যস্ত। ইলাই অণিমাক সহায় কৰাত লাগিলগৈ।

"তহঁতে আজিকালি বৰ তৰ্ক কৰিব পৰা হলি।" ৰমেনে এঙামুৰি দি কলে।

"তৰ্ক কৰা নাই, কি তৰ্ক কৰিম আপোনালোকৰ লগত ? আপোনালোকৰে নিমখ খাই ইমান দিন কটাই দিলোঁ।"

"যা যা, এতিয়া ভিতৰত গৈ নবৌৱেৰক খুজি চাহ-তাহ এটোপা খাই লগৈ।"

"যাওঁ," বুলি বোধা চকীদাৰ চিন্তিত হৈ বহিয়েই থাকিল। বোধা চকীদাৰ নিমাত হোৱা দেখি নাচুৰাম উঠি গ'ল। চাহ এটোপা নাচুৰামৰো খাবৰ মন গৈছিল। ৰান্ধনি-ঘৰত চাহ খাবলৈ পালে নাচুৰামৰ ভাল লাগে। নাচুৰাম গ'লত পদ্মাৱতীও লাহে লাহে ভিতৰ সোমাল। সকলোবিলাক গুচি গ'লত ৰমেনে বোধা চকীদাৰক সৰু মাতেৰে সুধিলে—"বৈশাখী কেনে আছে অ ?"

"ভালে আছে।"

"পাটুতকৈ বৈশাখী হে বেছি সুন্দৰী। শৰ্মা মাষ্টৰে বৈশাখীক এৰি পাটুৰ পাছত লাগিল কিয় ?"

"বৈশাখী পাটুৰ আপোন মাৰ পেটৰ বহীন হলেও বহুত বেলেগ সৰুবাবু।"



"জানো, জানো, বৈশাখীক মোৰ বৰ ভাল লাগে। বৰ ঠাণ্ডা ছোৱালী।"

"বৈশাখীতো আপোনাৰ বহীন লাগে।"

"জানো দে। আলুৱা বুঢ়ীৰ লগত আমাৰ মাই কথা পাতোঁতে মই সৰু কালতেই চব জানি থৈছোঁ।"

"তেনেহলে ?"

"থাক থাক, এতিয়া সেইবিলাক কথা ইয়াত তুলিয়াবি। নতুন কন্যাৰ ওচৰত আমাৰ ইজ্জত আছে নহয় ?"

"অঁ জানো, সেই কাৰণেতো আমি ক'তো এই কথা নকওঁ। আপোনাক কৈছোঁ কিয় আপুনি এতিয়া চাদী-তাদী কৰিছে। বৈশাখীৰ পাছত আৰু নালাগিব। বহীনৰ লগত চুপতি কৰা খাৰাপ।"

"যাহ এইটো, মনে মনে থাক।"

দুৱাৰৰ আঁৰৰপৰা ফুলেশ্বৰীয়ে বৈশাখীৰ খবৰ শুনিবলৈকে বৈ আছিল, ফুলেশ্বৰীৰ বহল চকুযুৰিৰপৰা টোপে টোপে পানী বাগৰি আহিছিল। যেন বেজাৰৰ শিল গলি এটি কৰুণ ধাৰা হে ধীৰে ধীৰে বৈ আহিছে। ফুলেশ্বৰীয়ে নিজে কব নোৱাৰাকৈ বোধাৰ সমুখত থিয় হ'লহি।

"কি হ'ল মাই ? ভালে আছে ?" বোধাই সুধিলে, ফুলেশ্বৰীয়ে একো উত্তৰ নিদিলে। ভিতৰৰ ফালটোত ফুলেশ্বৰীৰ আৱেগ বৃদ্ধি পোৱাত চকু-পানীবোৰো সৰ-সৰকৈ পৰিছিল।

ফুলেশ্বৰীয়ে গভীৰ শোকত চকুলো টুকিছে বুলি বোধাই অনুমান কৰিলে। মাকক সেই ৰূপত দেখি ৰমেন আচৰিত হ'ল, কিন্তু বোধা চকীদাৰে ফুলেশ্বৰীৰ চকুলোৰ অৰ্থ সহজে ধৰিব পাৰিলে। ফুলেশ্বৰীক সান্ত্বনা দিবলৈ তাৰ আজি কোনো ভাষা নাই। কেৱল বুঢ়া চকীদাৰৰ স্মৃতিত জিলিকি উঠিল আজি কুৰি বছৰৰ আগৰ বালিপাৰা বাগিচাৰ এটি কৰুণ কাহিনী। বৈশাখীৰ মাক দুৰ্গা তেতিয়া তাইৰ মাহীমাক আলুৱা বুঢ়ীৰ লগত থাকে। জাকত-জিলিকা দুৰ্গা দুটা কেঁচুৱাৰ মাক হৈ ভৰ-যৌৱনতে বিধৱা হৈছিল। ডেকা বত্ৰ বৰুৱা দুৰ্গাৰ প্ৰীতিৰ বান্ধোনত লাহে লাহে বান্ধ খালে। তুচু পূজাত ঝুমুৰ নাচ দেখি আৰু মনসা পূজাত দুৰ্গাৰ গান শুনি বত্ৰ বৰুৱা বিমুগ্ধ হোৱাৰ ফলত এদিন বৈশাখীৰ জন্ম হৈছিল। বৈশাখীৰ জন্মৰ লগে লগে দুৰ্গাৰ মৃত্যু হ'ল। সেই মৃত্যুৱে বত্ৰ বৰুৱাৰ পুৰুষ-হৃদয়ক একো কৰিব নোৱাৰিলে। কিন্তু চিৰকালৰ কাৰণে

এগৰাকী সৰলা নাৰীৰ মুখত কালিমা সানি থৈ গ'ল দুৰ্গাৰ সেই করুণ মৃত্যুৱে। ফুলেশ্বৰীৰ মন অন্ধকাৰ হ'ল। দুৰ্গাৰ মৃত্যুৰ করুণ শোক বহন কৰি আছে ফুলেশ্বৰীয়ে আজিও। ধনৰো বেমাৰ হৈছিল সেইখিনি সময়তেই। বৈশাখী প্ৰায় ইলাৰ খুঁৰীয়া। বৈশাখীৰ জন্ম-কথা বাগিচাৰ বহুতেই জানে, কিন্তু কোনো চিকিৎসকে, কোনো অভিজ্ঞ লোকে আজিও উলিয়াব পৰা নাই ফুলেশ্বৰীৰ অস্বাভাৱিক মানসিকতাৰ গোপন কাহিনী। ফুলেশ্বৰীৰ মনৰ এই ফালটোৰ লগত অকণমান পৰিচয় আছে মাথোঁ বাগিচাৰ পুৰণি কুলী আলুৰা বুঢ়ীৰ আৰু বোধা চকীদাৰৰ। কাৰণ এই দুটা প্ৰাণীৰ আগত ফুলেশ্বৰীয়ে বহুদিন কান্দিছিল, বহুদিন সিহঁতক ফুলেশ্বৰীয়ে কাকুতি কৰিছিল কিবা উপায়ে দুৰ্গাক বস্তু বৰুৱাৰ জীৱনৰপৰা আঁতৰাই নিবলৈ। কিন্তু ফুলেশ্বৰীৰ সকলো চেষ্টা পৰাজয় কৰি বৈশাখীক জন্ম দি এজনী সাধাৰণ নাৰী দুৰ্গা ফুলেশ্বৰীৰ ওচৰত চিৰকালৰ কাৰণে জয়ী হৈ গুচি গ'ল। সেই পৰাজয়ৰ গ্লানিয়েই ফুলেশ্বৰীৰ নাৰী-হৃদয় চুৰমাৰ কৰি পেলালে। শাহুৱেক কমলাই মুক্তি পোৱাৰ দৰে ফুলেশ্বৰীয়েও এদিন নিজকে নিঃশেষ কৰি এই ঘৰখনৰপৰা মুক্তি পোৱাৰ কথা ভাবিছিল, কিন্তু এটি বিকল সন্তানক সামান্য মাতৃত্বেৰে পৰিচৰ্য্যা কৰিবলৈ ফুলেশ্বৰীৰ কণমান প্ৰাণ মাথোঁ বাচি থাকিল। বেছি অংশ মৰি গৈছে কেতিয়াবাই। বেমাৰত কঁপি থকা ধনৰ ফেনাল মুখখনলৈ চাই চাই প্ৰথম ফালে ফুলেশ্বৰীয়ে মাজনিশা কান্দিছিল নীৰৱে, ফুলেশ্বৰীৰ সেই চকুপানীও এদিন শুকাই গৈছিল। আজি বহুদিনৰ মূৰত ফুলেশ্বৰীৰ চকুলৈ পানী অহাত শিলৰ প্ৰতিমাই কন্দা যেন লাগিছিল। ফুলেশ্বৰীয়ে কন্দা দেখি ৰমেনো সেয়ে আচৰিত হৈছিল। লাহে লাহে ফুলেশ্বৰী ভিতৰ সোমাই গ'ল। ধনৰ ওচৰ পালেগৈ। ধন ঘোৰ টোপনিত।

ইলাই ৰমেন আৰু বোধা চকীদাৰক চাহ খাবলৈ মাতিলেহি।

"ধাচোন, ভাত হৈছে নে চাগৈ। আমি ভাত খায়েই বাগিচালৈ যাম।" ৰমেনে কথাখিনি কৈ কৈ ভিতৰ সোমাই গ'ল। ভিতৰৰপৰা অণিমাই মাত দিলে—"ময়ো যাম কিন্তু।"

খকুখকাই পদ্মাৱতীয়ে কাহিবলৈ ধৰিলে। বোধাৰ ভাব হ'ল, বুঢ়ী আইৰ বেমাৰ এতিয়াও লাগি আছে। সহানুভূতিত সিও এবাৰ খকুখক্ কৰি গল-খেকাৰি মাৰিলে আৰু লাহে লাহে ভিতৰ সোমাই গ'ল চাহ খাবলৈ বুলি।



## ॥ বাৰ ॥

ৰাতি পুৱাওঁ পুৱাওঁ হৈ আহিছে। চকু মেলি চাব খোজোঁতেই চকুযুৰি বস্তিৰ আকৌ জাপ খাই গ'ল—এইদৰে ৰাতিটোত বস্তিৰ কেইবাবাৰো টোপনি ভাঙিলে। ডাঙৰ দলঙৰ ওপৰেদি ৰেলখন চলাৰ ঘৰ্ ঘৰ্ শব্দ শুনিলে, কোনোবা ষ্টেচনত ৰেলখনি ৰোৱাৰ গম পালে, ৰেলৰ গাৰ্ড বা যাত্ৰী কোনোবাই ডাঙৰকৈ কথা পাতিলে বস্তিৰ টোপনি ভাঙি যায়, আৰু ৰাতিটো যিমানবাৰ সাৰ পাইছে সিমানবাৰেই বস্তিয়ে ভাবিছে তাইৰ যাত্ৰাপথৰ কথা—ক'লৈ আহিছে, ক'লৈ এতিয়া তাই যাব, ইত্যাদি। যিমানেই বস্তিয়ে ভাবে তাইৰ অচিনাকি ভৱিষ্যতৰ কথা সিমানে চিনাকি অতীতৰ স্মৃতিয়ে তাইক বিহ্বল কৰি তোলে। বিভূতি আৰু কুসুমৰ কাৰণে তাইৰ প্ৰাণ কান্দি উঠে, তেওঁলোকৰ স্নেহ তাই কেনেকৈ পাহৰিব বাৰু? সেই সৰুজনীৰপৰা বস্তিক কুসুমেই তুলি-তালি ডাঙৰ-দীঘল কৰিলে। বিভূতিয়ে অৱশ্যে কুসুমৰ দৰে বস্তিৰ যত্ন লব পৰা নাছিল। তথাপি বস্তিৰ প্ৰতি বিভূতিৰ স্নেহত আছিল সৃষ্টিৰ গৌৰৱ—প্ৰকৃত পিতাৰ আনন্দ। বিভূতিয়ে বস্তিৰ আত্মা স্ৰজি দিছিল—যি আত্মাৰ জ্যোতি জিলিকি আছিল তাইৰ সৰ্ব্ব-দেহত, যি আত্মা বিকশি উঠিছিল তাইৰ সৰ্ব্ব-মনত, প্ৰাণৰ কেন্দ্ৰত, মনৰ গহন গভীৰত। কিন্তু অসমলৈ অহাৰ আগে আগে বস্তিয়ে কিয় তেওঁলোকৰ ওপৰত অনাহক খং কৰিলে, মিছাতে অভিমান কৰিলে, তেওঁলোকক ভুল বুজিলে? বস্তিয়ে অনুশোচনা কৰিবলৈ ধৰিলে। যিমানে ৰেলখন আগুৱাই আহিল সিমানে তাইৰ মন কুসুম আৰু বিভূতিৰ ফালে হে ধাবিত হ'ল। ৰাতিৰ এন্ধাৰ আৰু তন্দ্ৰাৰ পৰশত অভিভূত বস্তিৰ মনত চিন্তাৰো খেলিমেলি লাগিল। টোপনিতে তাই দেখিলে নানা অসংলগ্ন স্বপ্ন।

…ৰেলখন কোনোবা এটা ষ্টেচনত ৰ'লহি। বস্তিয়ে এইবাৰ চকু মেলি দিলে। পূব আকাশ ভালকৈয়ে পোহৰ হৈছে। বস্তু বৰুৱাই ইকাতি-সিকাতি হৈ সুধিলে—"কি ষ্টেচন অ' বস্তি?" বস্তি উঠি বহিল। ষ্টেচনৰ চাইন-ব'ৰ্ডত নামটো পঢ়ি লৈ তাই কলে—"বঙ্গাইগাঁও।"

"বঙ্গাইগাঁও পালেহি নেকি? তেন্তে অসম সোমালোঁহি বস্তি। এইখন গোৱালপাৰা জিলা, তাৰপিছত আমি কামৰূপ পামগৈ।"

গোৱালপাৰাৰ নামটো শুনি বস্তিৰ বুকুখন চিৰিংকৰে গ'ল, কিন্তু কিয় এনে হ'ল কাৰণ বিচাৰি নোপাওঁতেই এক অপূৰ্ব্ব আনন্দোল্লাসত বস্তি সজাগ হৈ উঠিল। বস্তিয়ে আকাশ-পাতাল চাৰিওফালে চালে—ইমান নিৰ্ম্মল আকাশ, ইমান সেউজীয়া ধৰণী—তাইৰ প্ৰাণত এটি ধ্বনি বাজি উঠিল যেন অনন্ত সুৰ হৈ —'এয়াই অসম, এয়াই অসম।' বস্তিৰ এই নৱোপলব্ধিতে চিন্তাৰ সকলো খেলিমেলি, তন্দ্ৰাৰ সকলো জড়িমা লোপ পালে। এতিয়া সজাগ দৃষ্টিৰে বস্তিয়ে দেখা পালে এখন মুকলি আকাশ। মুক্তমনে এইদৰে বস্তিয়ে বাহিৰলৈ চাই থাকোঁতে—এজন বুঢ়া ভদ্ৰলোকে সিহঁতৰ কম্পাৰ্টমেণ্টৰ দুৱাৰখন খুলিবলৈ যত্ন কৰিলেহি। বিভূতি বৰুৱাই ফাৰ্ষ্টক্লাচৰ দুটা 'বাৰ্থ' ৰিজাৰ্ভ কৰি দিছিল বত্ন বৰুৱা আৰু বস্তিৰ কাৰণে; বাটত ভিৰ হলে বস্তিহঁতৰ অসুবিধা হব বুলি ভাবি। সেই কম্পাৰ্টমেণ্টত আৰু দুটামান 'বাৰ্থ' আছে, কলিকতাত আৰু এটা পৰিয়াল উঠিছিল, কিন্তু কোনোবা এটা ষ্টেচনত তেওঁলোক নামি গৈছে। তাৰপিছৰপৰা বঙ্গাইগাঁৱলৈ বস্তিহঁতৰ কম্পাৰ্টমেণ্টত আন যাত্ৰী নাই।

বস্তিয়ে খিৰিকীয়েদি ভদ্ৰলোকলৈ চাই ভাবিলে—এওঁ নিশ্চয় অসমীয়া মানুহ। মানুহজনলৈ তাই ৰ-লাগি চাই আছিল—বহুদিনৰ আগৰ কোনোবা অতি আপোন মানুহৰ ৰিণিকি ৰিণিকি ছবি এটি তাইৰ চকুৰ আগত ভাহি উঠিল। আপোন মানুহ এজন ওচৰলৈ উঠি অহা যেন তাইৰ বোধ হ'ল। ভদ্ৰলোকৰ মুখত দীঘল ডাঢ়ি, ডাঢ়িকোছা বগা পৰিছে। বাৰ্দ্ধক্যই মুখৰ গঢ় ভাঙিছে যদিও সম্পূৰ্ণ সৌন্দৰ্য্য এতিয়াও হ্ৰাস কৰিব পৰা নাই। অৱশ্যে মানুহজনৰ মুখৰ ছবি দীঘল ডাঢ়িকোছাই বহুখিনি লুকাই ৰাখিছে। ভদ্ৰলোকৰ হাতত এটি টিফিন-কেৰিয়াৰ, এডাল ধুনীয়া লাঠী, এটা এয়াৰবেগ। সাজ-পাৰতো মানুহজনৰ এটা গাম্ভীৰ্য্য ফুটি ওলাইছে। অৱশ্যে ভদ্ৰলোকজনে পিন্ধিছে এটা চৌখীন পায়জামা, লগত এটা বগা পঞ্জাৱী, ডিঙিত মেৰিয়াই লৈছে মিহি সুতাৰ এখন কপাহী চাদৰ। মূৰত এটি ক'লা টুপি। ভদ্ৰলোকক দেখি ৰত্ন বৰুৱা শোৱাৰপৰা উঠি বহিল আৰু বস্তিক কলে—"যা বস্তি, মুখ-হাত ধোগৈ।" বস্তি বাথ-ৰুমত সোমাল। মানুহজনে তেওঁলোকৰ কথালৈ একো মন নকৰি এটা চুকত নিজৰ বস্তুকেইটা থিতাপি লগাই থৈ নিজেও বহি পৰিল, জোতাযোৰ খুলি থৈ ভৰি দুটা ওপৰত তুলি ললে আৰু বাহিৰলৈ চাই থাকিল। অলপ-পৰৰ পিছত এবাৰ ৰত্ন বৰুৱালৈ চাই মাতোঁ মাতোঁ কৰোঁতেই বস্তি বাথ-ৰুমৰপৰা



ওলাই আহিল। বস্তিক দেখি ভদ্ৰলোক বৈ গ'ল। বস্তিয়ে হাত-মুখ ধুই পৰিপাটি হৈ ওলাই আহিলত ৰত্ন বৰুৱাও বাথ-ৰুমত সোমাল হাত-মুখ ধুবলৈ। ৰেলে উকি দিলে, ৰেল আকৌ চলিবলৈ ধৰিলে। বস্তিয়ে দুয়োৰো বিচনা-পত্ৰ ঠিক কৰাত লাগিল। এইবাৰ বুঢ়া ভদ্ৰলোকে বস্তিৰ কাম কৰাকে চাই চাই নিজৰ জীৱনৰ বহুদিনৰ আগৰ কিছুমান কথা ভাবিবলৈ ধৰিলে, একোবাৰ হুমুনিয়াহো ছাৰিলে। কিন্তু বস্তিক চাই চাই ভদ্ৰলোকৰ ভাল লাগিল। বস্তিৰ বিষয়ে জানিবলৈও তেওঁৰ মন গ'ল। ভদ্ৰলোকজনে ভাবিল—ছোৱালীজনীৰ মুখখন ইমান সৰল আৰু পৱিত্ৰ। এনেকৈ ভাবি থাকোঁতেই ৰত্ন বৰুৱা বাথ-ৰুমৰ-পৰা ওলাই আহিল। বস্তিলৈ চাই ৰত্ন বৰুৱাই কলে—"বস্তি, চাহ এটোপা বাৰ লাগিছিল, ইহঁতে বা কেতিয়া চাহ আনে?" বৰদেউতাকৰ কথা শুনি বস্তিয়ে অলপকৈ হাঁহিলে। বস্তিৰ হাঁহিৰ অৰ্থ ৰত্ন বৰুৱাই বুজি পালে। বস্তিলৈ চাই তেওঁ কলে—"আমাৰ ইয়াত কিছুমান দিন থাকিলেই চাবি তই কিমান চাহ ভালপোৱা হব।"

"এতিয়াও মই চাহ ভাল পাওঁ বৰদেউতা।" বস্তিয়ে লাহেকৈ কৈ থলে। পিছৰ ষ্টেচনতো ডাইনিং-কাৰৰপৰা চাহ আহি নোপোৱাত বস্তিৰ লগত ৰত্ন বৰুৱাই ইটো-সিটো কথা পাতিলে—তাৰপিছত কিছুপৰ নিমাত হৈ থাকিলত ঘৰৰ নানা চিন্তাই তেওঁৰ মনত জুমুৰি দি ধৰিলেহি। বাহিৰলৈ চাই চাই তেওঁ সৰু-সুৰা চিন্তাৰ ৰাজ্যত সোমাই পৰিল। বস্তিয়েও এটা চুকত ভালকৈ বহি লৈ বাহিৰলৈ চালে, দেখিলে যেন এটি নতুন প্ৰভাত। বৰ্ষাৰ প্ৰথম বৰিষণে কেইবাবাৰো পৃথিৱী ধোৱাই নিয়াৰ পিছত বেলিৰ পোহৰ উজ্জ্বল হৈ উঠিছে—গছে-পাতে, পথাৰৰ পাৰে পাৰে। আকাশত ক'তো মেঘ নাই, এখন নীলা আকাশ। তলতো শ্যামল বন্যাৰ শেষ নাই। ৰেলখন চলিছে বেগেৰে—। দূৰণিত আঁকোৰা-পকোৰা পাহাৰৰ শাৰী, ধাননিত সেউজীয়া ধানে হালি-জালি নাচিছে।

'তুমি নিৰুপমা, হে পৃথিৱী তুমি নিৰুপমা, ইমান সৌন্দৰ্য্য ক'ত যে লুকাই থৈছিলা, তোমাৰ এই অপৰূপ ৰূপৰাশি দেখি মোৰ জীৱন সাৰ্থক হ'ল। আজিৰ এই পুৱা মোৰ সফল হ'ল—' এনে এটি অৰ্থেৰে পূৰ্ণ বহুদিনৰ আগতে শিকা গান এটিৰ সুৰ বাজি উঠিল বস্তিৰ নিভৃত প্ৰাণত। বস্তিৰ বৰকৈ মনত পৰিল পূৰ্ণিমাৰ কথা, সেই গানটি দুয়ো একেলগে শিকিছিল শান্তিনিকেতনত। এনে

অনাবিল শান্তিৰ পৰত পূৰ্ণিমাৰ সঙ্গ তাইৰ বৰ মধুৰ যেন লাগে। মুগ্ধ দৃষ্টিৰে বাহিৰলৈ চাই চাই ক্ৰমাৎ বন্তি তন্ময় হৈ পৰিল। বহুদূৰৰপৰা অহা এটি আকুল আহ্বানৰ সুৰ যেন তাই ৰিণিকি বিণিৰি শুনা পালে। সেই তন্ময়তাৰ মাজত আৰ্জিব এই নৱ-উপলব্ধিতে মহাগতিৰ স্পন্দন বুকুত তাইৰ বাজি উঠিল —সমুখলৈ নিৰ্ভয়ে তাই যাব লাগিব। ৰেলখনে উকি দিলে। সমুখতে এখন দলং আছে।

বত্ন বৰুৱাই যাত্ৰীজনৰ ফালে চকু ঘূৰাই একোবাৰ তেওঁক মাতেঁ মাতোঁকৈও মাতিব নোৱাৰিলে—কিবা এটাই যেন বাধা দিছে। মুখৰ গাম্ভীৰ্য্যতকৈও মানুহজনৰ অন্তৰত কিবা এটা আছে যাৰ কাৰণে তেওঁক যি কোনো প্ৰশ্ন কৰিব নোৱাৰি। বত্ন বৰুৱাই ইতস্ততঃ কৰি থাকোঁতেই যাত্ৰীজনেই আগ্ৰহেৰে বত্ন বৰুৱাক সুধি পেলালে—"এইটি আপোনাৰ ছোৱালী ?"

"মোৰ ভাইৰ ছোৱালী, মোৰ বুলিয়েই ধৰক।"

"আপোনাৰ ঘৰ··· ?"

"আমি তেজপুৰৰ মানুহ।"

"কলিকতাৰ ফালে গৈছিল ?"

যাত্ৰীজনে বন্তিৰ চুটকেচৰ ওপৰৰ লেবেলখনত—'কলিকতাৰপৰা তেজপুৰলৈ' বুলি লিখা কথাখিনি পঢ়ি থৈছিল।

"হয়, ভতিজা-ছোৱালীটিক লৈ আহিলোঁগৈ।"

"হোষ্টেলত থাকে হব পায় ?"

"নহয়, ঘৰতে থাকে, মোৰ ভাই আজি বহুদিন ধৰি কলিকতাতে আছে।"

"কলিকতাত আজিকালি মানুহ চাগে আৰু বাঢ়িছে নহয় নে ?"

"বাঢ়িছে, বহুত বাঢ়িছে। আজিকালি মানুহ বঢ়াৰ কথা নকব আৰু। কলিকতাত নেলাগে আমাৰ তেজপুৰলৈকে নাচায় কিয় ? আগৰ কত ঠাই এনেয়ে পৰি আছিল, সেইবোৰ উদং ঠাইত এতিয়া মানুহ ভৰি গ'ল। পৰ্ব্বতে-কন্দৰে মানুহ আজিকালি।"

"কব নালাগে আৰু। অ'ৰ মানুহ ত'লৈ গৈছে, ত'ৰ মানুহ অ'লৈ আহিছে। তথাপিও মানুহৰ শান্তি নাই।"

"হয় আজি পৃথিৱীৰ গোটেইখনতে অশান্তি। আচলতে মানুহৰ বুজিছে নে মন সলনি নহলে শান্তি কোনোপধ্যে হব নোৱাৰে।"



"এৰা, আপোনালোকৰ তেজপুৰতো বৰ হুলস্থূলেই।"

"নকব আৰু। এই তিব্বতীমখাৰ কেম্প পাতিছে মিছামাৰীত, কিনো চাব বিলৈ সিঁহতৰ। তাতে আমাৰ মানুহে একণমান কিবা এটা পাব হে লাগে —লগালে হুলস্থূলখন।" বিৰক্তিৰে ৰত্ন বৰুৱাই কলে।

"এই ভগনীয়াসকলৰ মাজত চীনা চোৰাংচোৱা অহা নাইতো ?" যাত্ৰীজনে সুধিলে।

"আহিছে যদিও কোনেনো চাইছে ? চৰকাৰে তালৈ ভ্ৰূক্ষেপ কৰিছে জানো ? জোৰ পুৰি হাত পালেহি হে আমাৰ চৰকাৰে সাৰ পাব। সেই পাকিস্তানীমখাকো তেনেকৈ ঠাই দিলে, এতিয়া গমটো পাইছে। যি দেখিছোঁ অসমৰ অৱস্থা বৰ ভাল নহয়।"

"হিন্দুস্তান পাকিস্তান কৰিয়েই আমাৰ সৰ্ব্বনাশ হ'ল। ভাৰতবৰ্ষত আকৌ হিন্দু-মুছলমানৰ কিহৰ ভাগ ভাগ হব লাগিছিল!" কথাখিনি কোৱাৰ লগে লগে যাত্ৰীজনে আকৌ এটি হুমুনিয়াহ ছাৰিলে—সেই দুখৰ শ্বাসত যেন ভাৰত-বাসীৰ ভুলৰ বাবে তেওঁ অনুতাপ কৰিলে। সেই ভুলৰ বিষ ভক্ষণৰ কাৰণে যে তেওঁ অনুশোচনাই কৰিলে এনে নহয়—তাৰপৰা পৰিত্ৰাণ বিচাৰি ৰত্ন বৰুৱাৰ মুখলৈ তেওঁ সকাতৰে চাই কলে—"মই মুছলমান কিন্তু পাকিস্তান গঠন হোৱাটোত মোৰ অলপো সমৰ্থন নাছিল।" যাত্ৰীজনে নিজকে মুছলমান বুলি পৰিচয় দিয়াত বন্তিৰ নিস্তব্ধতা ভাঙ্গি গ'ল—তাই একেথৰে ভদ্ৰলোকৰ ফালে চাই থাকিল, আৰু যাত্ৰীজনেও বন্তিলৈ চালে ভৱিষ্যতৰ আশাৰ চাৱনিৰে— অজান পৰিচয়ত যেন দুয়োৰো দৃষ্টিৰ বিনিময় ঘটিল। ৰেলখন নতুন এটা ষ্টেচনত ৰ'লহি। লগে লগে ডাইনিং-কাৰৰপৰা চাহৰ ট্ৰে আহিল, যাত্ৰীজনে হাহি মাৰি টিফিন-কেৰিয়াৰৰ বাটিটো বন্তিলৈ আগবঢ়াই দিলে। বন্তিয়ে বিনা দ্বিধাই বাটিটো খুলি লৈ কলে—"বঢ়িয়া সন্দেশ।"

"এৰা আই, এয়া সন্দেশ মই বঙ্গাইগাঁৱৰপৰা লৈ আহিছিলোঁ, তাত বৰ ভাল সন্দেশ পোৱা যায়।" বন্তিয়ে তিনিকাপ চাহ কৰি ললে—ট্ৰেত অনা কণী, কটীৰ লগত সন্দেশো ভগাই লৈ এনে এটি পৰিৱেশৰ সৃষ্টি কৰিলে যে তিনিওৰে মাজত কোনো সঙ্কোচ নাথাকিল; যদিও প্ৰথমতে যাত্ৰীজনক মুছলমান বুলি জানি ৰত্ন বৰুৱাই চঁক্ খাই উঠিছিল।

চাহৰ কাপটো হাতত লৈ ৰত্ন বৰুৱাই সুধিলে, "আপোনাৰ ঘৰ ?"

"মই গোৱালপাৰাৰ মানুহ, কিন্তু ইয়াৰ মাটি-ভেটি বিক্ৰী কৰিবলৈ ধৰিছোঁ। আজি দুবছৰমানৰপৰা চান্দমাৰীত আছোঁ। আমি বৰ দুৰ্ভগীয়া মানুহ।" ভদ্ৰলোকৰ কথা বন্ধ হ'ল, সন্দেশ আৰু চাহটোপা খোৱাত তেওঁ ব্যস্ত হৈ পৰিল, বত্ৰ বৰুৱাই ঘূৰাই আৰু একো সুধিব নোৱাৰিলে।

বস্তিয়ে এক আকুল দৃষ্টিৰে ভদ্ৰলোকৰ ফালে চাই থাকিল, তাৰপিছত তায়ো লাহে লাহে সৰু সৰু ধুনীয়া আঙুলিৰে সন্দেশ ভাঙিবলৈ ধৰিলে। কিছুপৰ তিনিও নিমাত হৈ থকাৰ পিছত যাত্ৰীজনেই আকৌ আৰম্ভ কৰিলে— "আপোনাৰ নিজৰ লৰা-ছোৱালী ?"

"আছে, আছে, ডাঙৰ লৰাটিৰ বিয়া পাতিলোঁ অলপতে। ছোৱালী এটিও আছে। তাইকো বিয়া দিয়াৰ কথা ভাবিছোঁ। মাজৰ লৰাটি হে মোৰ জীয়া-জুই হ'ল।"

বত্ৰ বৰুৱাৰ কথা শুনি অন্তৰৰ জুইকুৰা ভদ্ৰলোকৰো দপ-দপকৈ জ্বলি উঠিল খন্তেকৰ কাৰণে, তাৰপিছত দুয়ো দুয়োলৈ চাই ৰ'ল। সহানুভূতিৰে দুয়ো দুয়োৰে ভাগ্যবিপৰ্য্যয় উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে। বস্তিৰ কাতৰ প্ৰাণতো বাজি উঠিল এটি সুৰৰ ধ্বনি। অতি করুণ সেই সুৰ। শেষ ক'ত ? শেষ ক'ত ? এই তিমিৰ পথৰ শেষ ক'ত ?...ৰেলখন বেগাই চলিছে, ৰ'দ ক্ৰমাৎ চোকা হৈ আহিছে। বস্তিৰ বোধ হ'ল—অজান দেশৰ বুকুৰেদি তাই বহুদূৰ পালেহি। গোৱালপাৰা নিশ্চয় পাৰ হৈ আহিছে।

"আমাৰ নামিবৰ হবই।" বত্ৰ বৰুৱাই কলে।

"অ', আপোনালোক বঙিয়াতে নামিব নহয় ?"

"হয়। ঘৰ পাওঁতে আবেলি হবগৈ।"

"ভাত-পানী এমুঠি ?"

"ৰঙিয়াতে এবাৰ চেষ্টা কৰিম।"

"তোমাৰ নামটি সুসুধিলোঁ ইমান-পৰে আইজনী ?" বস্তিলৈ চাই মৰমৰ সুৰত বুঢ়া ভদ্ৰলোকে কলে।

"মোৰ নাম ? মোৰ নাম আকাশবস্তি বৰুৱা।" বিভূতিয়ে দিয়া নাম সেইটো। অপৰিচিত মানুহে সুধিলে পুৰাকৈ নামটো তাই উচ্চাৰণ কৰে। সেই পুৰা নামটোৰ ভিতৰত তাইৰ পৰিচয় এটি লুকাই আছে।

"বৰ ধুনীয়া নাম।" ভদ্ৰলোকে হাঁহি মাৰি কলে।



"কোনে দিছিল অ' তোৰ নামটো বস্তি ?" বত্ৰ বৰুৱাই সুধিলে।

"দেউতাই।"

"হোঁ।"

"বস্তি আইদেউ, এই সন্দেশকেইটা তুমি লৈ যোৱা দেই। বাটত ভোক লাগিলে খাবা।" টিফিন-কেৰিয়াৰৰ বাটিটো বস্তিৰ ফালে আগবঢ়াই ভদ্ৰলোকে কলে।

বাটিটো আগ্ৰহেৰে হাতত লৈ বস্তিয়ে কলে—"মই সন্দেশ খাবলৈ বৰ ভাল পাওঁ। সেইবুলি ইমান সন্দেশ খাব নোৱাৰিম। আপুনিও ঘৰলৈ নিয়ক কেইটামান।"

"মোৰ কেও নাই আই, কালৈ নিম ?" মই অকলশৰীয়া মানুহ। ৰেলত উঠাৰেপৰা তোমালৈ চাই তাকে হে ভাবিছোঁ—তোমাৰ দৰে নাতিনী এজনী মোৰো থকা হলে।" ভদ্ৰলোকৰ কথাখিনি শেষ হোৱাৰ লগে লগে ৰেলৰ বেগ কমি আহিছিল, কোঠালিটোও স্তব্ধ হৈ পৰিল খন্তেকৰ কাৰণে। এটি প্ৰশ্নসূচক দৃষ্টিৰে বত্ৰ বৰুৱাই সহযাত্ৰীজনৰ ফালে চাই থাকিল, সেই দৃষ্টিৰ অৰ্থ সহজে বুজি পাই বুঢ়া ভদ্ৰলোকে আকৌ কবলৈ ধৰিলে—"থাকোঁতে মোৰো সকলো আছিল। কিন্তু মুছলমান বুলি এদিন বৰকৈ জেদ কৰিছিলোঁ, তাৰ ফলত মই পুত্ৰহাৰা হলোঁ, মোৰ জেদৰ কাৰণেই ৰায়টত হিন্দুৰ হাতত মই মোৰ লৰাটো হেৰুৱালোঁ। যেতিয়া সময় উকলি গ'ল তেতিয়া হে বুজিলোঁ—ভাৰতবৰ্ষত হিন্দু-মুছলমানৰ খৰিয়াল মিছা। ভাৰতবৰ্ষ হে সত্য। আজি হিন্দুস্তান আৰু পাকিস্তানৰ মিলনত হে ভাৰতবৰ্ষৰো অস্তিত্ব।"

"আপুনি অন্তৰৰ গভীৰ বেদনাৰ ভিতৰেদি এই সত্য উপলব্ধি কৰিছে, কিন্তু সৰ্ব্বসাধাৰণৰ কাৰণে এই উপলব্ধি বৰ সহজ নহয়।"

"কিন্তু..." বুলিয়েই ভদ্ৰলোক ৰৈ গ'ল। বত্ৰ বৰুৱা লৰালৰিকৈ উঠি পৰিল।

"বঙিয়া পালোঁহি, বস্তি উঠ।" বত্ৰ বৰুৱা ব্যস্ত হৈ পৰিল।

"এৰা, আমি কথাতে মছগুল হৈ আছোঁ।" ভদ্ৰলোকজনেও অলপ ব্যস্ত হৈ কলে।

"ভালেই লাগিছিল।" বস্তু সামৰি সামৰি বত্ৰ বৰুৱাই কলে।

বন্তি অন্যমনস্কভাৱে প্ৰথমতে নামি গ'ল। বস্ত-বেহানি নমাই ৰত্ন বৰুৱাই তলৰপৰা হাতযোৰকৈ কলে—"আহোঁ এতিয়া। কাহানিবা তেজপুৰৰ ফালে আহিলে আমাৰ কথা নাপাহৰিব। মোৰ নাম ৰত্ন বৰুৱা।"

"নিশ্চয় যাম।" ৰেলৰ ওপৰৰপৰা ভদ্ৰলোকে প্ৰতি-নমস্কাৰ দি উত্তৰ দিলে আৰু বন্তিলৈ চাই কলে—"আইজনী, যোৱাগৈ। তোমাৰ মৰম লগা মুখখনিলৈ মোৰ মনত পৰি থাকিব।"

"আপোনাৰ নামটো নকলে নহয় ?" বন্তিয়ে সহজ হাঁহি এটিৰে সুধিলে।

"এৰা আইটি, তোমাৰ নামটি হলে সুধি ললোঁ। মোৰ নাম কিন্তু নকলোঁ।" তেনেতে ৰেলে উকি মাৰিলে, লগে লগে ৰেল চলিবলৈ ধৰিলে। ৰেলৰ ঝক্ ঝক্ শব্দৰ লগত মিহলি হৈ অহা ভদ্ৰলোকৰ নামটো বন্তিৰ কাণলৈ ভাহি আহিল—"গিয়াচুদ্দিন আহমদ।"

এৰা, এৰা সেই একেই ছবি। যেন প্ৰায় একে। কুতুবুদ্দিনৰ দৰেই মুখখন। কুতুবৰ দেউতাক গিয়াচুদ্দিন আহমদেই বা! হিন্দুৰ হাততেইতো কুতুবেও প্ৰাণ ত্যাগ কৰিছে। গিয়াচুদ্দিন আহমদো গোৱালপাৰাৰ মানুহ আছিল—

"ব'ল বন্তি।" ৰত্ন বৰুৱাই কলে।

ভাবত বিভোল হৈ থকা বন্তিয়ে ৰত্ন বৰুৱাৰ মাতত যেন সাৰ পাই উঠিল আৰু ৰত্ন বৰুৱাৰ লগে লগে ৰঙিয়া ষ্টেচনৰ ওৱেটিং-ৰুমৰ ফালে লাহে লাহে বাট বুলিবলৈ ধৰিলে।

## ॥ তেৰ ॥

হোষ্টেলৰ ডুমহলাৰ বাৰাণ্ডাত হেলনীয়া চকী এখনত বহি অজিতে হাতত ইতিহাসৰ কিতাপ এখন মেলি লৈ অণিমাৰ চিঠিখনৰ কথাকে ঘূৰাই ঘূৰাই ভাবি আছিল। আজি বহুদিনৰ মূৰত অণিমাৰপৰা চিঠি পালে অজিতে। বিয়াৰ পিছত অজিতলৈ লিখা এইখন অণিমাৰ দ্বিতীয় চিঠি, বেনাৰস পোৱাৰ



লগে লগে অজিতে ভনীয়েকৰ প্ৰথমখন চিঠি পাইছিল। বিয়া দিয়াৰ পিছত ভনীয়েকৰ প্ৰতি মৰমৰ টান আৰু দায়িত্বৰ ভাব আগতকৈ বাঢ়িছে অজিতৰ। সেয়ে পঢ়াৰ মাজে মাজে অজিতে অণিমাৰ কথা নেভাবি নোৱাৰে। পৰীক্ষালৈ অজিতৰ আৰু কেইদিনমান হে আছে। সিদিনা অধ্যাপকে দিয়া কিতাপখন পঢ়ি আজি শেষ কৰিব লাগিব। পুৱাতে পঢ়িবলৈ বহি অজিতে টয়েনবিৰ কিতাপখনৰ কেইবাটাও অধ্যায় শেষ কৰিছে আৰু দুটামান অধ্যায় শেষ কৰিলে কিতাপখনৰ থূলমূল ধাৰণা এটা পাব। কিন্তু অণিমাৰ চিঠিখন পোৱাৰ লগে লগে অজিতৰ পঢ়া বন্ধ হ'ল। দুই-তিনিবাৰ চিঠিখন পঢ়ি কিতাপৰ মাজতে থামটো থৈ অজিত গা ধুবলৈ গ'লগৈ। একেবাৰে ভাত-পানী খাই জিৰাই-সতাই অজিতে এতিয়া কিতাপখন আকৌ মেলি লৈছে মন দি পঢ়িব বুলি, কিন্তু কিতাপখন মেলাৰ লগে লগে সি আকৌ চিঠিখনৰ কথা ভাবি ভাবি থামটোৰপৰা চিঠিখন উলিয়ালে আৰু ঘূৰাই চিঠিখন পঢ়িবলৈ ধৰিলে। আগতে পঢ়ি থোৱা চিঠিখনৰ কথাবোৰে অজিতৰ মনৰ গভীৰ ফালটোলৈ যেন নতুন অৰ্থ হে বহন কৰি আনিলে। লগে লগে অজিতৰ চাৰিওফালে এক উজ্জ্বল পোহৰ উদ্ভাসি উঠিল। অজান পুলকত অজিতে পঢ়ি গ'ল—

'মৰমৰ ককাইদেউ,

বহুদিন নানা জঞ্জালৰ কাৰণে তোমালৈ চিঠি দিব পৰা নাই। আইতাৰ অসুখৰ কাৰণে কিছুমান দিন ব্যস্ত আছিলোঁ—দেউতা নথকাত, বাগিচাত বৰ হুলস্থুল লাগিছিল। সেইবোৰ এতিয়াও শাম কটা নাই। দেউতা কলিকতাৰ-পৰা ঘূৰি আহিছে, খুৰা-খুৰী নাহিল। খুৰী বোলে পঞ্জাৱলৈ যাব। বোধকৰোঁ অসমলৈ আহিবলৈ বেয়া পাইছে। খুৰা কিছুদিনৰ পিছত আহিব। অকল আকাশবন্তিক হে এতিয়া পঠাই দিছে। বৰ ভাল ছোৱালী বন্তিজনী। ইমান যে মৰমলগা মুখখন। কিন্তু আমাৰ আইতাই বৰ ভাল চকুৰে চোৱা নাই বন্তিক। খুৰী নহা দেখি আইতাৰ বৰ খং। বন্তি আহি পোৱাৰ পিছতে যিহে কথাবোৰ আইতাই শুনালে, বন্তিয়ে কান্দি পেলালে দেহি! এতিয়া হলে তেওঁ মোৰ লগত ৰং-ধেমালি কৰি থাকে। ইলাৰ লগত তোমাৰ বিয়াৰ কথা শুনাইছে বুলি কোৱাত সিদিনা তেওঁ মোৰ এলবামৰপৰা জোৰ কৰি তোমাৰ

ফ'টোবোৰ চালে, তোমাৰ প্ৰথমখন ফ'টো চায়েই কৈছে—'ইমান সুন্দৰ'। তোমাৰ বিষয়ে বহুতো কথা বন্তিক কব লগা হ'ল। বন্তিয়ে আৰু কি কলে জানা—'আপোনাৰ ককাইদেৱেৰ ইমান গুণী, চাবৰ মন যায়—'।

পৰীক্ষা শেষ হৈ গলে তুমি আহিবা—বন্তিক লগ পালে তোমাৰো ভাল লাগিব। তোমাৰ পৰীক্ষা পালেহিয়েই। ইয়াতো গৰমৰ বন্ধ শেষ হ'লহি। ইলাহঁতৰ পৰীক্ষাৰ খবৰ এতিয়াও ওলোৱা নাই। পাছ কৰিলে ইলাক পঢ়িবলৈ দেউতাই দেখোঁ কৈছে—বন্তিয়েও বোলে ইয়াতে পঢ়িব। ইলাৰ লগত একেলগে যাব হোষ্টেললৈ। তেওঁলোক গলেগৈ যে মই বৰ অকলশৰীয়া হম। তেতিয়া বাগিচালৈকে যোৱাৰ কথা ভাবিছোঁ। আজিলৈ আৰু নিলিখোঁ। সময় পালে চিঠি দিবা। মৰম লবা। ইতি—তোমাৰ মৰমৰ ভনী—

অণি।'

চিঠিখন পঢ়ি উঠি অজিতে শান্তি অনুভৱ কৰিলে—হওক তেও অণিয়ে এতিয়া এজনী ভাল লগৰীয়া পাইছে। দেউতাক ঢুকাবৰপৰা অজিত আৰু অণিমাৰ বৰ দুখ—সৰুকালতেই অজিতহঁতৰ মাক ঢুকাইছে। দেউতাকেই মাকৰ অভাৱ ইমান দিন পূৰণ কৰি আহিছিল। দেউতাক ঢুকাবৰপৰা খুৰাকে অজিতহঁতৰ অভিভাৱকত্ব কৰিছে আৰু সেই অভিভাৱকত্বত দায়িত্বৰ জোৰ নোহোৱা নহয়, কিন্তু তাৰ ভিতৰেদি অণিমাহঁতৰ মৰমৰ দাবী কিমানখিনি পূৰণ হৈছে কোনে জানে? অণিমাৰ কলেজত পঢ়াৰ বৰ ইচ্ছা আছিল কিন্তু মেট্ৰিক পাছ কৰাৰ পিছত দুবছৰ বহি থাকিল যদিও কলেজৰ শিক্ষা পাবলৈ অণিমাৰ সুযোগ নঘটিল—এই দুবছৰে দায়িত্বৰ ভাবেৰে খুৰাকে দৰাকে চালে, গাভৰু ছোৱালীক ঘৰত বেছি দিন ৰখা ভাল নহয় বুলি ভাবি। আত্মীয়-স্বজন, বন্ধু-বান্ধৱে নানা আপত্তি তোলাতো ৰমেনৰ লগত খুৰাকে বিয়া পাতিলে—একমাত্ৰ গাভৰু ছোৱালীৰ বোজা কমোৱাৰ কাৰণে। সেই কথা জানিব পাৰি অণিমাই পিতৃ-মাতৃৰ অভাৱ বেছিকৈ অনুভৱ কৰিছিল বিয়াৰ সময়ত। অণিৰ অৱস্থা দেখি অজিতো অলপ অস্থিৰ হৈ উঠিছিল, কিন্তু শহুৰেকৰ ঘৰত অণিক খবলৈ আহি অজিত বহুখিনি আশ্বস্ত হ'ল—যেতিয়া দেখিলে ভনীয়েকে নতুন ঘৰখনৰ লগত নিজকে খাপ খুৱাই লব পাৰিছে। যি দুই-এটা অণিমাৰ বিৰক্তিৰ কাৰণ আছে সিও সময়ত ঠিক হৈ যাব বুলি অজিতে ভাবি



থলে। কিন্তু বেনাৰসলৈ আহি অজিতৰ মনটো প্ৰায়ে ভনীয়েকৰ কাৰণে কুমলি উঠে আৰু পঢ়াৰ মাজে মাজে অণিমাৰ কথা নেভাবি নোৱাৰে।

আইতাক বা অণিহঁতৰ ঘৰত আৰু কিমান দিন থাকে? ধনৰ বেমাৰ বাৰু ভাল নহব নেকি? বিয়াৰ আগতে ৰমেনৰ চৰিত্ৰৰ বিষয়ে যিবোৰ গুজব শুনা গৈছিল সিবোৰ মিছা নহয় জানো? এনেবোৰ নানা প্ৰশ্নই অজিতৰ মন মাজে মাজে অস্থিৰ কৰি তোলেহি। সেয়ে আজি অণিৰ আনন্দৰ কথা জানিব পাৰি অজিতৰ মনটো বহুখিনি ফৰকাল হ'ল।

অজিতে অণিমালৈ আজিয়েই উত্তৰ দিয়াৰ কথা ভাবিলে। পৰীক্ষালৈ এসপ্তাহ আছে। ৰাতিকৈ পঢ়িও আজি কিতাপখন শেষ কৰিব পাৰিব। কিতাপখন টেবুলত থৈ আহি অজিতে অণিলৈ লিখিবলৈ বহিল। একমনে লিখি গ'ল অজিতে ক'তো খোকোজা নলগাকৈ। একেবাৰে চিঠিখন লিখা শেষ কৰি অজিতে এবাৰ ঘূৰাই পঢ়িবলৈ ধৰিলে:

'মৰমৰ অণি,

তোৰ চিঠি পাই বৰ ভাল পালোঁ। আকাশবন্তিক লগ পাই তই আনন্দত আছ বুলি জানি মোৰো ইয়াত ভাল লাগিছে।

মোৰ পৰীক্ষালৈ আৰু এসপ্তাহমান হে আছে। পঢ়া-শুনা কৰিছোঁ। নিয়ম-মতে। মাজে-সময়ে কল্পনাজনীয়ে সময় নষ্ট কৰেহি দেই। লগত ফুৰিবলৈ যাব লাগে, বৰুণা নদীৰ পাৰত আবৃত্তি শুনাব লাগে, বজাৰত গৈ বস্তু কিনিব লাগে। কি যে অদ্ভুত ছোৱালী।

পৰীক্ষা শেষ হৈ গলে তহঁতক লগ পোৱাৰ আশা ৰাখিছোঁ। ইলা আৰু বন্তিক মৰম দিবি। ইতি—

তোৰ ককাইদেউ

অজিত।'

চিঠিখন পঢ়ি উঠি অজিতে খামৰ ওপৰত ঠিকনা লিখিলে, চিঠিখন খামৰ ভিতৰত ভৰাই খামটো বন্ধ কৰিলে। চিঠিখন ওচৰতে থকা টেবুলখনৰ ওপৰত থৈ অজিতে অণিমালৈ লিখা কথাখিনি ঘূৰাই ভাবিবলৈ ধৰিলে। লগে লগে মধুৰ আনন্দই অজিতৰ মনলৈ এক শান্তি আনি দিলে আৰু সেই পৰিমল

আনন্দৰ কাৰণ বিচাৰি সি এবাৰ যেতিয়া মনৰ তলিলৈ সোমাব খুজিলে এটি গানৰ গহীন সুৰে ভিতৰৰপৰা তাৰ সকলো চেষ্টাক ব্যৰ্থ কৰি প্ৰকাশ বিচাৰিলে। সি গুণ্‌গুণাবলৈ ধৰিলে। অৱশ্যে গানৰ সুৰ আৰু কথাৰ মাজত নিজকে ধৰা পেলাই যেন অলপ লাজ পালে অজিতে। তথাপি মনৰ আনন্দত অজিতে গাই গ'ল—

'আমাৰ না বলা বাণীৰ ঘন যামিনীৰ
মাঝে তোমাৰ ভাবনা
তাৰাৰ মত বাজে।'

এনেদৰে যেতিয়া গানৰ সুৰত আপোনভোলা হৈ আছিল, তাক লগ পাবলৈ বিমল বৰ বেগাবেগিকৈ আহি চিঞৰিপৰাই সুধিলে—"কাৰ ভাবনাত, কাৰ কথা ভাবিছ ইমানকৈ ?"

"কবই নোৱাৰোঁ কাৰ কথা ভাবিছোঁ। অশৰীৰী ভূত এটা লম্ভিছে। অকাৰণ আনন্দত যেয়ে দেখোঁ মনটো উদ্বাউল হৈ উঠিছে পুৱাৰেপৰা।"

"আনন্দ যদি ইমানেই দিব পাৰিছে তেতিয়াতো সেইটো ভূত বেয়া নহয়।"

"এতিয়া শৰৎকাল নহয় নে ?"

"মনৰ ভিতৰলৈ শৰতৰ পোহৰ আহিছে যদি এতিয়া শৰৎকাল বুলিয়েই কব পাৰ, কাৰণ বৰ্ষা শেষ হবলৈ বেছি দিন নাই। বৰ্ষা শেষ বুলি ভাবিব পাৰ এতিয়া।"

"আজি দিনটো বৰ উজ্জ্বল। পুৱাতেই শৰৎকালৰ পুৱা যেন লাগিছে।"

"আচলতে তই কবি হব হে লাগিছিল অ'।" বিমলৰ কথা শুনি হো-হো কৈ হাঁহিলে অজিতে। অজিতৰ খোলা হাঁহি দেখি বিমলৰ আজি বৰ ভাল লাগিল। কিবা এটা আনন্দত অজিত মগ্ন হৈ আছে বুলি বিমলৰ বোধ হ'ল। থামটোলৈ চাই বিমলে সুধিলে—"কালৈনো চিঠি লিখিছ ? ইলালৈ নেকি ?"

"অণিলৈ হে লিখিছোঁ, পুৱাতে আজি অণিৰ চিঠি পালোঁ।"

"হয় নেকি ? ভাল নে অণিৰ ?"

"আছে ভালে, মনৰ আনন্দত দিন কটাইছে বুলি লিখিছে।"

"মই নকৈছিলোঁ তোক ? বিয়াৰ আগৰ খং ছোৱালীৰ বিয়াৰ পিছত ক'ত থাকে ? ভাল পালোঁ অণিৰ খবৰ শুনি। বাৰু ইলাই পাছ কৰিলে নে ?"



"খবৰ ওলোৱা নাই বুলি অণিয়ে লিখিছে।"

"এবা অণিবু চিন্তিত ইলাৰ খবৰ থাকিব লাগিব, সেয়ে হে আকাশখন পোহৰ হৈছে পুৱাতে আজি।"

"তয়ো দেখোঁ কবিৰ শাৰীলৈকে উঠিছ নাহে নাহে ?" দুয়োঁ হাঁহিলে একেলগে।

"এটা খবৰ আনিছোঁ তোলৈ।" বিমলে কলে।

"কি ?"

"কল্পনাই আজি তোক যেনে তেনে লগ পাব খুজিছে।"

"হয়তো, আজি কেবাদিনো কল্পনাক লগ পোৱা নাই। পঢ়া-শুনাত ব্যস্ত আছোঁ বুলি সিদিনা কৈ আহিছিলোঁ। মাতিছে যেতিয়া আকৌ বা মুৰত কি কথাই খেলিছে !"

"কল্পনা ইয়াৰপৰা একেবাৰে যাবলৈ ওলাইছে।"

"কিয় ?" আচৰিত হৈ অজিতে সুধিলে।

"শান্তিনিকেতনত নাচ শিকিবলৈ যাব, অসম গভৰ্ণমেণ্টৰ বৃত্তি পাইছে। মোমাইদেৰে ঠিক কৰি দিছে।"

"ছোৱালীজনীৰ একোতে স্থিৰতা নাই। লক্ষ্ণৌত শিকিলে গান, বোম্বেলৈ গ'ল আৰ্কিটেক্‌চাৰ পঢ়িবলৈ, এতিয়া ওলাইছে আকৌ নাচ শিকিবলৈ।"

"কিয়বা তেনে কৰিছে নাজানো। কিন্তু অস্থিৰতা মানুহৰ বহু ৰকমৰ আছে অ'। কিবা এটা বিচাৰি ফুৰিছে ছোৱালীজনীয়ে।"

"কি নো ?"

"মনটো লগাই ৰাখিব পৰা কিবা এটা আধাৰ। কল্পনাৰ মনটো কিন্তু বৰ উপকৰা নহয়।"

"টেষ্ট আছে ছোৱালীজনীৰ।" বিমলৰ কথাতে যেন সমৰ্থন জনালে অজিতে। "হোঁ, ব'ল এতিয়া। ক'ত বা দেখা কৰিব লাগিব ?"

"ঘৰলৈকে যাওঁ ব'ল। আজি আৰু গঙ্গাৰ পাৰলৈ কল্পনা ক'ত যাব ? ছোৱালী মানুহৰ কথা, সাজ-পাৰ বহুতো সামৰিব লাগিব চাগে।"

"ব'ল," বুলি অজিত ভিতৰলৈ গ'ল। পায়জামা-পঞ্জাৱী অজিতে পিন্ধি আছিল। তাকেই অকণমান জাৰি-জোকাৰি লৈ মূৰটো ওপৰে ওপৰে ফণিয়াই

ললে আৰু চোলাৰ জেপত অণিমালৈ লিখি থোৱা চিঠিখন ভৰাই লৈ বিমলৰ পাছে পাছে ওলাই গ'ল।

"কীৰ্ত্তি শৰ্ম্মাৰ ঘৰ অজিতহঁতৰ হোষ্টেলৰপৰা বেছি দূৰ নহয়। শৰ্ম্মাৰ ঘৰতে বহে মাজে মাজে সাংস্কৃতিক মেলা, সেই মেলাত বেনাৰসত থকা অসমীয়া লোকসকলে যোগদান কৰে। অসমীয়া শিল্পীৰ উপৰিও বাহিৰৰ শিল্পীসকলকো মেললৈ মতা হয়। কেতিয়াবা অজিতক বিশেষ নিমন্ত্ৰণ দিয়া হয় কবিতা আবৃত্তিৰ কাৰণে। আজি তিনি-চাৰি মাহ কল্পনায়ো এই মেলত অংশ গ্ৰহণ কৰিছে গায়িকা হিচাপে।

বোম্বেত পঢ়িবলৈ গৈ কল্পনা মাত্ৰ দুমাহমান হে থাকিল, পঢ়া এৰি আহি কল্পনা পেহাকৰ ঘৰত আছিলহি, তাতে কল্পনাৰ লগত অজিতৰ পৰিচয় ঘটিছিল। কল্পনাৰ দেউতাক কাকজান অঞ্চলৰ মানুহ। তেওঁলোকৰ আৰ্থিক অৱস্থা স্বচ্ছল নাছিল। কিন্তু কল্পনাৰ সৰুৰেপৰা পঢ়া-শুনাৰ বৰ আগ্ৰহ দেখি আত্মীয়-স্বজন দুই-এজনে পঢ়া-শুনাত কল্পনাক সহায় কৰিছিল আৰু সেই সহায়ৰ বলত হে কল্পনাই আই. এ. পাছ কৰিলে। সৰুতে কিছুদিন মোমায়েকে কল্পনাক শান্তিনিকেতনতো থৈছিল, কিন্তু পিছত মোমায়েকে খৰচ দিব নোৱাৰাত কল্পনা শান্তিনিকেতনৰপৰা গুচি আহিব লগা হ'ল যদিও পঢ়া-শুনা কল্পনাই নেৰিলে। নিজৰ চেষ্টাৰ বলত কল্পনাই আই. এ. পাছ কৰি বালিকা স্কুল এখনত কাম কৰিছিল আৰু স্কুলীয়া লৰা-ছোৱালীৰ 'প্ৰাইভেট্ টিউচন' কৰি কিছু টকা সংগ্ৰহ কৰি কল্পনা অসমৰ বাহিৰ ওলাল। ভিতৰৰ শিল্পী-প্ৰাণটোৱে কল্পনাৰ প্ৰকাশ বিচাৰিলে। কিন্তু কোনো অনুষ্ঠানতে তাই থিতাপি লাগি শিক্ষা লব পৰা নাই। আৰ্থিক অভাৱে তাইৰ সকলো চেষ্টা ব্যৰ্থ কৰি দিয়েহি। গাভৰু হোৱাৰেপৰা কল্পনাক আৰ্থিক সহায় দিবলৈ আপোন মানুহসকলেও আগৰ দৰে সাহস নকৰে। এইবাৰ অৱশ্যে পেহাকৰ চেষ্টাত এটা চৰকাৰী বৃত্তি পাইছে কল্পনাই শান্তিনিকেতনত পঢ়িবলৈ। শান্তিনিকেতনলৈ যোৱাৰ আগতে অজিতক লগ পোৱা কল্পনাৰ বিশেষ আৱশ্যক।

বাটত অজিতে কল্পনাৰ কথা নেভাবি নোৱাৰিলে যদিও অণিমাৰ চিঠি পোৱাৰ পিছত সি ওচৰৰ সকলো কথাকে পাহৰি সুদূৰৰ আনন্দত বিভোৰ হৈ থাকিবলৈ বিচাৰিলে। আকাশলৈ চাই চাই নানা কথা অজিতে আজি কল্পনা কৰিবলৈ বিচাৰিলে। সেয়ে অজিতে অণিৰ চিঠিখনৰ কথাবোৰ অকৌ এবাৰ



জুকিয়ালে। মৰমলগা মুখ বন্তিৰ, আনক আনন্দ দিব পাৰে বন্তিয়ে। নতুন কথা জানিবলৈ আগ্ৰহ আছে বন্তিৰ, বন্তিয়ে অসমত পঢ়িব। বন্তিৰ বিষয়ে এইখিনি আণিৰপৰা পোৱা খবৰ। অজিতে কল্পনা কৰিলে নজনা ফালটো বন্তিৰ কিজানি আৰু গভীৰ। আনক পোহৰ দিব পৰা বন্তিজনী নিশ্চয় ধীৰ আৰু ধুনীয়া। কিন্তু কল্পনা ইমান অস্থিৰ কিয়? কি বস্তু কল্পনাই বিচাৰি ফুৰিছে? কি বস্তুৱে তাইৰ মনক ধৃতি দিব পাৰিব?

"কি ভাবিছ অ'?" বিমলে অজিতলৈ নোচোৱাকৈ সুধিলে।

"একো ভবা নাই।"

"তেন্তে ব'ল বেগাই, সোনকালে আহি পঢ়িবহি লাগিব।"

"ব'ল।" দুয়ো সজাগ হৈ খৰকৈ খোজ ললে কীৰ্ত্তি শৰ্ম্মাৰ ঘৰৰ ফালে। যেতিয়া দুয়ো বন্ধু শৰ্ম্মাৰ পদুলি-মুখ পালেগৈ দেখিলে কল্পনাই নীলা শাৰী এখন পিন্ধি থিয় হৈ আছে বাৰাণ্ডাত।"

"আহক শইকীয়া।" হাঁহি হাঁহি কল্পনাই তেওঁলোকক মাতিলে। অজিতহঁতক বাহিৰৰ কোঠালিত বহিবলৈ দি কলে—"আপনালোকক আৰু আমনি নকৰোঁ। কালিলৈ পুৱাতেই যামগৈ।"

"অঁ, শুনিলোঁতো।" লাহেকৈ অজিতে কলে।

"বহুত দিনৰপৰা চেষ্টা কৰি বৃত্তি এটা পালোঁ। এইবাৰ অলপ মন দি সাধনা কৰিম।"

প্ৰতিজ্ঞাৰ সুৰত কোৱা কল্পনাৰ কথাখিনিয়ে অজিতৰ বুকুত খুন্দিয়ালে। লগে লগে বন্ধু বিমলে কোৱা কথাষাৰ সি সুঁৱৰিবলৈ ধৰিলে, অস্থিৰতা মানুহৰ বহু ৰকমৰ। মনৰ প্ৰবল বাসনাক চেপি ৰখা বাধাৰ প্ৰাচীৰ ভাঙিবলৈ কল্পনাই সংগ্ৰাম চলাই আহিছে যে এই কথাটো বুজিব নোৱাৰি অজিতে কল্পনাৰ বিষয়ে বহুত ভুল ধাৰণা কৰি আহিছিল ইমান দিনে। এতিয়া তাকে ভাবি অজিতৰ বৰ বেয়া লাগিল। কোমল সুৰত সি ফুটাই কলে, "আপোনাৰ এইবোৰ চেষ্টা-প্ৰচেষ্টাৰ কথা দেখোঁ আমাক কোৱাই নাছিল?"

"সেইবোৰ তুচ্ছ কথা। আপোনালোকে কি শুনিব?"

কল্পনাৰ কথা শুনি অজিতে ভাবিলে—ইমান দিনে কল্পনাই অজিতৰ কথা হে শুনিলে। নিজৰ কথা তেনেকৈ একোৱেই কোৱা নাই। সাধনাৰ পথত কত বাধাই বা পাইছে কল্পনাই, কিন্তু ক'তো কাৰো প্ৰতি অভিযোগ

নাই কল্পনাৰ! কোনো মানুহৰ প্ৰতি অশ্ৰদ্ধা প্ৰকাশ কৰা নাই কল্পনাই! ছোৱালীবোৰ অদ্ভুত! নিজকে ইমান লুকুৱাই ৰাখিব পাৰে! এনেকৈ অজিতে ভাবি থাকোঁতেই বিমলে কল্পনাৰ ফালে চাই কলে—"অজিতক কিয় মাতিছিলা কোৱা এতিয়া।"

"কলিকতাত আপোনাৰ কোনোবা চিনাকি মানুহ আছে নেকি?" অজিতৰ ফালে চাই কল্পনাই সুধিলে।

"কলিকতাত চিনাকি মানুহ, কেনেকুৱা চিনাকি বা?"

"মই ইয়াৰপৰা গৈ কলিকতাত থাকিব লাগিব, হোঁটেলবোৰত থাকিব খোজা নাই। অকলে যামতো—অকলে হোটেলত থাকিবলৈ ভয় লাগে।"

"এঘৰ মানুহৰ কথা কব পাৰোঁ। মোৰ ভনী অণিমাৰ খুৰা-শহুৰেক বিভূতি বৰুৱা। পিছে তেওঁলোক বা এতিয়া কলিকতাত আছে নে নাই সঠিক নাজানো।"

"অঁ, কি হ'ল কথাটো, অণিমাৰ শহুৰেকে আনিবলৈ গৈছিল নহয় তেওঁলোকক? অণিমাই একো লিখা নাই?" বিমলে মাজতে সুধিলে।

"তেওঁলোক নাহিল বুলি লিখিছে, আকাশবন্তিক হে হেনো পঠিয়াই দিছে। বন্তিয়ে বোলে এতিয়া অসমতে পঢ়িব।"

"অ'—" বুলি বিমলে অজিতৰ মুখলৈ স্তব্ধ হৈ চাই থাকিল। এক অনাবিল শান্তি অজিতৰ মুখখনত বিয়পি আছে। মুগ্ধ-মনৰ দৃষ্টিৰে যেন তাৰ চকুযুৰিয়ে দূৰলৈ চাই আছে। অজিতৰ আজি অকাৰণ আনন্দৰ কাৰণটো বিমলৰ বুজিব পৰা যেন লাগি গ'ল। আনন্দতে থিয় দি বিমলে কৈ উঠিল—"ঠিক আছে, তুমি গৈ বিভূতি বৰুৱাৰ ঘৰতে উঠিবা আৰু, অণিমা আৰু ৰমেনৰ কথা কবা। এবাতিৰ কথা হে, একো অসুবিধা নহয়।"

বিভূতি বৰুৱাৰ ঠিকনাটো অজিতৰ মনত আছিল। এডোখৰ কাগজত ঠিকনাটো লিখি কল্পনাৰ ফালে আগবঢ়াই দিলে। কল্পনাই নোট-বুকখন আনি ঠিকনাটো লিখিবলৈ লৈ কলে—"এইঘৰ মানুহক মই অলপ জানো। কিন্তু কেতিয়াও তেওঁলোকৰ ঘৰলৈ মই যোৱা নাই। আকাশবন্তিয়ে মোক কেবাবাৰো মাতিছিল তেওঁলোকৰ ঘৰলৈ।"

কল্পনাই ইমান সহজভাৱে বন্তিৰ নাম কোৱা দেখি দুয়ো বন্ধুৱে আচৰিত হৈ কল্পনাৰ ফালে চাবলৈ ধৰিলে। কল্পনাই অজিতক লক্ষ্য কৰি সুধিলে—"আকাশবন্তি তেন্তে আপোনাৰ ভনীয়েকৰ নন্দেক হব নহয়?"



"হয়।"

"তুমি কেনেকৈ চিনি পালা হে আকাশবন্তিক?" বিমলে আচৰিত হৈ কল্পনাক সুধিলে।

"আকাশবন্তি মোৰ ভনীৰ নিচিনা আছিল। আমি দুয়ো ওসময়ত শান্তিনিকেতনত পঢ়িছিলোঁ, অৱশ্যে বন্তি মোতকৈ বহু সৰু আছিল। বন্তিয়ে বৰ ভাল ৰবীন্দ্ৰ সঙ্গীত গাব পাৰিছিল। সৰল ব্যৱহাৰৰ কাৰণে সকলোৱে বন্তিক মৰম কৰিছিল। বন্তিক অৱশ্যে মই তেতিয়া ছমাহমান হে লগ পালোঁ শান্তিনিকেতনত। লক্ষ্ণৌৰপৰা এবাৰ মই শান্তিনিকেতনলৈ যাওঁতে বন্তিক আকৌ লগ পাইছিলোঁ, কলিকতাৰপৰা তেওঁ শান্তিনিকেতনলৈ 'পৌষ-পাৰ্ব্বন' চাবলৈ আহিছিল। প্ৰত্যেক বছৰে প্ৰায় তেওঁ 'পৌষ-পাৰ্ব্বন'ৰ সময়ত শান্তিনিকেতনলৈ আহে। তেতিয়াও বন্তিয়ে মোক তেওঁলোকৰ ঘৰলৈ মাতিছিল, কিন্তু যাব নোৱাৰিলোঁ।"

"তেন্তে ঠিকেই আছে। এইবাৰ থাকিবা আকাশবন্তিৰ ঘৰত।" বিমলে কলে।"

"বন্তি যে নাই এতিয়া?" অজিতে কলে।

"পিছে কি হ'ল? বন্তিৰ কথা কৈ তেওঁ থাকিব, তোৰ কথা নকলেও হব।" বিমলৰ কথাত আটাইকেইজনে বৰকৈ হাঁহিলে।

"তেন্তে মোক মাতি আনিছিলি কিয়?" বিমলৰ ফালে চাই অজিতে সুধিলে।

"বাৰু ঠিকেই আছে, বন্তি আৰু অজিতৰ দুয়োৰে কথা কবা হে একেলগে বিভূতি বৰুৱাক।" আকৌ তিনিও হাঁহিলে।

"ঠিক আছে।" কল্পনাই কলে। কল্পনাই এইবাৰ দুষ্টামিৰ হাঁহি এটা মাৰি কলে—"মোৰ মনত কিন্তু এটা কথা খেলাইছে দেই। বন্তিও এখেতৰ দৰে বৰ শান্ত, এখেতৰ গাত যিবোৰ গুণ আছে বন্তিৰো আছে—দুয়োৰো বৰ মিল আছে স্বভাৱৰ কিন্তু!"

"কি ডাঙৰ কথাটো হ'ল?—দুজন মানুহ একে স্বভাৱৰ থাকিব নোৱাৰে নে?" এইবুলি কৈ অজিত উঠি পৰিল, লগে লগে হাঁহি মাৰি বিমলো উঠিল।

"কল্পনা, লৰা দুটাক চাহ দুকাপ ইমান-পৰে দিব পৰা নাই?" পেহীয়েকে ভিতৰৰপৰা মাত লগালে।

"অ' দিওঁ, দিওঁ।" কল্পনাই কলে।

"আজি চাহ নালাগে দেই। আমি সোনকালে হোষ্টেল সোমাবগৈ লাগে।" অজিতে কলে।

"মামীদেউ, আজি আমি চাহ নাখাওঁ।" বাহিৰৰপৰা বিমলে মাতিলে। লগে লগে বিমল যাবলৈ প্ৰস্তুত হ'ল। কল্পনালৈ চাই অজিতে কলে—"আপুনি তেন্তে কালিলৈ যাবগৈ? কেতিয়াবা আকৌ দেখা হ'ব।"

"নিশ্চয়।"

অজিত আৰু বিমল যাবলৈ ওলাল। কল্পনা নিশ্চল হৈ ৰৈ থাকিল বাৰাণ্ডাৰ খুঁটা এটাত ধৰি। আকাশখনো যেন বিষণ্ণ হৈ পৰিল।

## ॥ ছৈধ্য ॥

ওচৰ-চুবুৰীয়া মানুহে মন কৰিছে যে বিভূতি বৰুৱাৰ ঘৰত কিবা এটা অথন্তৰ ঘটিছে। সিদিনা ইমানবিলাক পুলিচ আহি বিভূতি বৰুৱাৰ ঘৰ খানাতালাচ কৰাৰ কথা কেইবাটাও 'ফ্লেটৰ' মানুহে জানিব পাৰিছে। বিভূতি বৰুৱাৰ গাভৰু ছোৱালীজনী তাৰপিছতে নোহাৱা হ'ল কিয়? সেইদিনা বা পুলিচে কি গুং-সূত্ৰ উলিয়াবলৈ বিভূতিৰ ঘৰত সোমাইছিল, পুলিচ অহাৰ সময়ত ছোৱালীজনী ঘৰত নাছিল দেখোন? সন্ধিয়ালৈকে ক'ৰবাত লুকাই আছিলগৈ নেকি? কালীবাবু, দেবেনবাবু, আৰু নিৰ্ম্মল দাসো বিভূতি বৰুৱাৰ ঘৰলৈ অহা-যোৱা কৰিছিল। ওচৰৰ দুই-এজনে নিৰ্ম্মল দাসক চিনি পায়। নিৰ্ম্মল দাসৰ আড্ডাৰ কথাও দুই-এজনে জানে। নিৰ্ম্মলহঁতৰ লগত বিভূতিৰ নিচিনা মানুহজনৰ পৰিচয় ঘটিল কেনেকৈ? কি কাৰণে বাৰু নিৰ্ম্মল দাস বিভূতি বৰুৱাৰ ঘৰলৈ সঘনে অহা হৈছিল? সেই সন্দেহ তেওঁলোকৰ বেছি হ'ল যিদিনা বিভূতি বৰুৱাক পুলিচে আহি গ্ৰেপ্তাৰ কৰি লৈ গ'লহি। কি দোষত বা বিভূতি বৰুৱাক গ্ৰেপ্তাৰ কৰা হ'ল? মানুহজনৰ বোলে চাকৰি-বাকৰি নাই। এই মহানগৰত চলে বাৰু কেনেকৈ? ব্যৱসায় কৰে বুলি শুনিছে, কিন্তু কিবা বেয়া ব্যৱসায়ত



নামিছে নেকি? আৰ্থিক অভাৱত পৰি কেতিয়াবা সৎ মানুহো বেয়া কামত লিপ্ত হয়। আজি দুদিনমানৰপৰা ঘৰৰ মালিকৰ মনতো বিভূতিহঁতৰ বিষয়ে খু-দুৱনি বাঢ়িছে। মাহৰ পোন্ধৰ তাৰিখ কেতিয়াবাই পাৰ হৈ গ'ল। বিভূতি বৰুৱাৰ 'ফ্লেট'ৰ ভাৰাটো এতিয়ালৈকে অহা নাই। ভাৰা দিয়াত অৱশ্যে বিভূতি বৰুৱাই আগতে কেতিয়াও অৱহেলা নকৰে। আজি অত বছৰ প্ৰত্যেক মাহৰ পোন্ধৰ তাৰিখৰ আগতে কুৰিটা ফ্লেটৰ ভিতৰত সৰ্ব্বপ্ৰথমে তেওঁ বিভূতি বৰুৱাৰপৰাই ভাৰা পাই আহিছে। এই মাহত ভাৰাটো দিয়া দেৰি হ'লত ঘৰত গৈ খুজিবলৈও মালিকৰ সত যোৱা নাই। নুখুজিলেও জানোচা ভাৰাটো মৰা পৰে! বিভূতি বৰুৱা এতিয়া ঘৰত নাই, পুলিচে এৰি দিয়া নাই চাগে। ছোৱালীজনীক আপোন মানুহে লৈ গৈছেহি বুলি সিদিনা কাম-কৰা মানুহজনীয়ে কৈছিল। তাই বা ভয়ে ভয়ে কি কলে? তাইয়ো দেখোন আজি দুদিনমানৰপৰা নোহোৱা হ'ল। কিবা এটা বাৰুকৈয়ে অঘটন ঘটিছে। ছোৱালীজনীক বা এনেকৈ হঠাতে পঠাই দিলে কিয়? এতিয়া বিভূতি বৰুৱাৰ ঘৰত ওলাই-সোমাই ফুৰা সেইজন কোন মানুহ বাৰু?

এইদৰে ঘৰৰ পঞ্জাবী মালিকজনে চাৰিমহলাৰ ওপৰত আগফালৰ কোঠালিত বহি বহি চিন্তা কৰি থাকোঁতেই তেওঁৰ দুৱাৰত টক্-টক্ শব্দ পৰিল। তেওঁ দুৱাৰখন খুলি দি অলপ আচৰিত হ'ল। আগতে কাহানিও নহা মানুহগৰাকী আজি তেওঁৰ ঘৰলৈ আহিছে। বিভূতি বৰুৱাৰ স্ত্ৰী। হাতত তেওঁৰ খালী খাম এটা। ওফন্দি থকা খামটো দেখি মালিকৰ বুজিবলৈ বাকী নাথাকিল যে ভাৰাটো আনিছে।

আগতে এনেকৈ সদায় খাম এটাৰ ভিতৰত ঘৰৰ ভাৰাৰ টকাকেইটা লৈ আহে বিভূতি বৰুৱাই। মালিকে আনন্দতে অলপকৈ হাঁহিলে আৰু ব্যস্ত হৈ চকী এখন আগবঢ়াই দি কুসুমক কলে—"বহক, আপুনি কেতিয়াও আমাৰ ঘৰলৈ অহা নাই।" মালিকে কুসুমলৈ একেবাহে চাই ৰ'ল।

"ঘৰত নানা অথন্তৰ হোৱা গতিকে ভাৰাটো দিয়া এইবাৰ বহু বেলি হৈ গ'ল।" থিয় হৈ থাকিয়েই কুসুমে কলে, আৰু খামটো পেটুলা মানুহজনলৈ আগবঢ়াই দিলে।

বিনয় সহকাৰে খামটো লৈ মালিকে কলে—"কি হ'ল? আপুনি থিয় হৈ থাকিল, বহকচোন বাৰু।"

কুসুম এইবাৰ সহজভাৱে বহি পৰিল।

"তেখেতক হঠাতে দেখোঁ পুলিচে গ্ৰেপ্তাৰ কৰি লৈ গ'ল। আপুনি মোলৈকে এটা খবৰ দিব পাৰিলহেঁতেন। তেখেতক জামিনত অনাৰ ব্যৱস্থা কৰিব লাগিছিল। মই নিজে গৈ খবৰ কৰিবলৈও অসুবিধা হয়—বাবুতো এনেয়ে বৰ ভাল মানুহ।"

"নাই নিদিয়ে নহয় জামিনত। এতিয়া তেখেতক কিছুদিন জে'লত ৰাখিব, তাৰপিছত বিচাৰ হলে হে এৰি দিয়াৰ কথা উঠিব।"

"কি গোলমালতনো বাবু পৰি গ'ল?"

"সেইবোৰ বহুতো কথা। নানা পলিটিকেল কথাত তেখেত জড়িত হৈ আছেতো।"

"আপোনাৰ ছোৱালীটি দেখা নাইচোন, ছোৱালীটিক লৈ কিবা গোলমাল হোৱা নাইতো? কিবা হলেও মোক কোৱা হলে আমি চব ঠিক-ঠাক কৰি দিব পাৰিলোহেঁতেন, মোৰ হাতত মানুহ আছে, কলিকতা চহৰত কত ঘৰত এনে ঘটনা ঘটে?"

"নাই নাই, তাইক লৈ একো হোৱা নাই, আপুনি এইবোৰ কি কৈছে?"

কুসুম অলপ অস্থিৰ হৈ চকীখনৰপৰা উঠি পৰিল, চঁক্ খোৱা মানুহৰ দৰে কুসুমৰ গাটো জিকাৰ খাই গ'ল। মালিকে এইবাৰ হাঁহি মাৰি ঠাট্টাৰ সুৰত সুধিলে—"আপোনাৰ ছোৱালী বোলে অসম পালেগৈ!"

"হয়, বৰদেউতাকে তাইক লৈ গৈছে।"

"বাবুতো কেতিয়াও অসমলৈ যোৱা নাই?"

"হয়, বহুদিন যোৱা নাছিল।"

তাৰপিছত কুসুম বৈ গ'ল আৰু তেওঁৰ মুখৰপৰা এষাৰো কথা নোলাল। মালিকেও কিছুসময় একো নকলে। সন্দেহৰ এখন অন্ধকাৰ আৱৰণৰ মাজেদি যেন দুয়ো দুয়োকে জানিবলৈ চেষ্টা কৰিলে। কুসুমে ভাবিলে—এই মানুহজনে বিভূতিৰ ঘৰৰ সকলো কথা জানে, বস্তি যে কুসুমৰ ছোৱালী নহয় সেই কথাও কেনেবাকৈ গম পাইছে, কোনে দিলে বাৰু এই গোপন খবৰটো? বস্তিৰ মাৰু বুলি মিছাকৈয়ে মানুহক জানিবলৈ দিয়াৰ লাজ আৰু অপমানত কুসুম মৰি যোৱা যেন হ'ল। আৰু কুসুমলৈ চাই মালিকে ভাবিলে—এই ভদ্ৰমহিলাই তেওঁৰপৰা প্ৰকৃত ঘটনা লুকুৱাব খুজিছে। তেওঁলোকৰ গাভৰু ছোৱালীজনীক



লৈ কিবা এটা নিশ্চয় কেলেঙ্কাৰী হৈছে, নিৰ্মল দাসে হয়তো এই ঘটনাৰ লগত জড়িত হৈ আছে। যি হে দগাবাজ সি, সিতো দাগী, আৰু বহুতো কথা...। মহানগৰীত গাভৰু ছোৱালীক লৈ ঘটিব পৰা বহুতো বিচিত্ৰ ছবি নিজৰ মনতে নিজে কল্পনা কৰি গ'ল ভদ্ৰলোকে।

"মই এটা বিশেষ কথা আপোনাক জনাবলৈ হে আহিলোঁ। অহা-মাহৰ এক তাৰিখৰপৰা ঘৰটো এৰি দিব খুজিছোঁ।" মালিকৰ ঘৰলৈ অহা আচল উদ্দেশ্যটোলৈ মনত পেলাই কুসুমে কলে।

"কিয়?"

"মই ইয়াৰপৰা অন্য ঠাইলৈ যাব খুজিছোঁ।"

"হয় নেকি? আজিতো ২১ আগষ্ট, তাৰ মানে এক চেপ্টেম্বৰত ঘৰটো এৰিব খুজিছে?"

"হয়।"

"নোটিচ দিয়াটো বহু পলম হৈ গ'ল। ঘৰ এৰি দিলে অন্ততঃ এমাহৰ আগতে নোটিচ দিব লাগে। আপোনালোক তেৰ-চৈধ্য বছৰ এটা ঘৰতে থাকিল।"

"কথাটো হয়, কিন্তু নানা গণ্ডগোলৰ মাজত ঠিক কৰিব পৰা নাছিলোঁ।"

"আপোনাৰ ঘৰত কোনোবা এজনক দেখা যেন পাইছোঁ।" আকৌ হাঁহি মাৰি মালিকে সুধিলে।

"তেওঁ মোৰ ভাই।"

"ক'ত থাকেনো?"

"বোম্বেত।"

"বোম্বেলৈ যাবগৈ, বাবুক জে'লতে এৰি?"

"বোম্বেলৈ নাযাওঁ। কলিকতাতে থাকিম।"

"তেন্তে ঘৰ এৰে কিয়?"

"এই ঘৰত থাকিলে অলপ অসুবিধা হব। নাচিং-হ'মত চাকৰি কৰিব লাগিব, অলপ ওচৰতে থাকিলে ভাল হয়।"

"অ' আপুনি পহিলা নাচিং-হ'মত কাম কৰিছিল নহয়?"

"হয়, পিছত এৰি দিছিলোঁ। এতিয়া আকৌ তাকে কৰিম বুলি ভাবিছোঁ।"

"বাবুৱে আপোনাক বহু দিগদাৰত পেলাই দিলে—আপোনাৰ টকাৰ

অসুবিধা হলে কিছুমান দিন মোক ভাৰা নিদিলেও হব। আপুনি ইয়াৰপৰা নগলে যদি হয় ভাবি চাওক।"

"ভাৰা নিদিলে কেনেকৈ হব? ভাৰা মই দিব পাৰিম, ইয়াৰপৰা টকাৰ অসুবিধাত যাবলৈ ওলোৱা নাই নহয়।"

"জানো, আপোনাৰ ইয়াত বহুত অসুবিধা হৈছে বুলি, ইয়াৰ বহুতো মানুহে আপোনালোকৰ ঘৰৰ কথাবোৰ জানি গৈছেতো। কিন্তু মানুহে আপোনাক দোষ নিদিয়ে, আপোনাৰতো দোষ নাই। যত কাণ্ড বাবুৱে কৰিছে।"

মালিকে কি ইঙ্গিত কৰিছে কুসুমে ভালকৈ বুজিব নোৱাৰিলেও ভদ্ৰলোকৰ কথাখিনিয়ে তেওঁক বৰকৈ বিন্ধিলে। "এতিয়া যাওঁ" বুলি তেওঁ কোনো কথালৈ অপেক্ষা নকৰি সো-সো কৰে চিৰিয়েদি নামি আহিল—চাৰি মহলাৰপৰা দুই মহলালৈ। নিজৰ কোঠালিত সোমাই কুসুমে যেতিয়া বিচনাখনত ভাগৰি বহি পৰিল, জেম্‌চে মন কৰিলে বায়েকৰ মুখত এক তীব্ৰ বেদনাৰ ছাঁ পৰি আছে। সেই বেদনাৰ লগত অস্থিৰতা আৰু অশান্তি মিহলি হৈ আছে বুলিও জেম্‌চৰ বোধ হ'ল।

"ভাৰা দিলা বাইদেউ?"

"অঁ, এটা কথা অ' জেম্‌চ। তই আজি ৰাতি যাব নালাগে। মই আগতে কালিলৈ পুৱা ওলাই যাওঁ, তাৰপিছত তই যাবিগৈ।"

"কিয়? মোৰ ছুটীয়ে হুকুলাবগৈ নহয়। হঠাতে তোমাৰ কি হ'ল?"

"নাই নাই, এই ঘৰত আৰু থাকিব নোৱাৰি। ভিনিহিয়েৰে বন্তিক অসময়লৈ পঠাই বৰ ভাল কাম কৰিছে। এই মহানগৰত গাভৰু ছোৱালী কেনেকৈ অকলে থাকিব?"

"হঠাতে তোমাৰ কি হ'ল?"

"একো হোৱা নাই" বুলি কুসুমে কলে যদিও জেম্‌চে বুজিলে কোনোবাই বাইদেৱেকক নকৰলগীয়া কথা কৈছে। জেম্‌চে মিলিটাৰী বিভাগত কাম কৰে। এই কামে মনটো তাৰ ক্ৰমাৎ কঠোৰ কৰি আনিছে, কিন্তু আজি তাৰ মৰমৰ বায়েকৰ কথা ভাবি তাৰ মনটো কুমলি পৰিল। তথাপি বায়েকক আৰু সি একো নুসুধি কলে—"ঠিক আছে, মই বাৰু কালিলৈকে যাম। কিন্তু তুমি পুৱাতেই ওলাব লাগিব। তোমাৰ বস্তু-বেহানিবোৰ নিয়াৰ কি ব্যৱস্থা হ'ব?"



"মই কালিলৈ একো নিনিওঁ। মাত্ৰ বাকচ দুটা আৰু বিচনাখন লৈ যাম। এই মাহৰ কেইবাদিনো আছে—বাকী বস্তুখিনি পিছতো লৈ যাব পাৰিম।"

"অ' সেইটো কৰিব পাৰিবা। বাৰু ঠিক আছে।" বুলি কৈ জেম্‌চ বহাৰপৰা থিয় হ'ল। ইফালে-সিফালে কোঠালিটোতে ঘূৰিবলৈ ধৰিলে। কুসুম বিষণ্ণ মনেৰে বহি থাকিল। বায়েকৰ নিমাত মুখলৈ চাই জেম্‌চে আকৌ কলে—"আজি গোটেই দিনটো সোমাই আছোঁ, অলপ ফুৰি আহোঁ বাইদেউ। জেম্‌চ যাবলৈ প্ৰস্তুত হ'ল। কুসুম বহিয়েই থাকিল। জেম্‌চ ওলাই গ'ল। জেম্‌চ যোৱাৰ পিছত আগফালৰ মুকলি দুৱাৰখন বন্ধ কৰিবলৈও আজি কুসুমৰ মনত পৰা নাই। মনত পৰিছে কুসুমৰ বিভূতিলৈ। দুটোপাল চকুপানী কুসুমৰ নিগৰি আহিল সেই সুকোমল স্মৃতিৰ লগত। হায়, হায়, জে'লত বা বিভূতিয়ে এতিয়া কেনেকৈ সময় কটাইছে? বন্তিৰ মৰম-লগা মুখখনিৰ কথাও কুসুমে নেভাবি নোৱাৰিলে। এখন পৰিপূৰ্ণ সংসাৰৰ সকলো আনন্দ মানুহৰ কেনেকৈ খন্তেকতে নিঃশেষ হৈ যায় বাৰু? এই সংসাৰৰ মাজত কুসুমে পাহৰি গৈছিল নিজৰ বাই-ভনী, পাহৰি গৈছিল আপোন ঠাইৰ সকলো মায়া, এৰি দিছিল এদিন জীৱিকাৰ উপায়। সকলো থানবান হৈ গ'ল খন্তেকতে, আকৌ সেই কামটোকে কৰিব লাগিব। আজি আগষ্টৰ ২১ তাৰিখ। আৰু ন-দহ দিনৰ পিছত তেওঁ আৰম্ভ কৰিব সেৱিকাৰ জীৱন। ডাক্তৰ মিত্ৰই তেওঁক আকৌ সেৱিকাৰ কামত নিয়োগ কৰিলে বুলি হে।

এসময়ত কুসুমে নাৰ্চৰ কাম কৰি যথেষ্ট আয় কৰিছিল—কিন্তু বন্তিৰ লালন-পালনত অসুবিধা হোৱা কাৰণেই তেওঁ এদিন সেই কাম এৰি দিলে। লগে লগে বন্তিক কেন্দ্ৰ কৰি সংসাৰ ৰক্ষা কৰিবলৈ ব্যৱসায়ত অনভিজ্ঞ বিভূতিয়ে সন্ন্যাসী বাবাৰপৰা মূলধন লৈ ব্যৱসায়ত নামিছিল আৰু নিৰ্মল দাসৰ পাক-লগা ব্যৱসায়-ৰাজ্যত সোমাই পৰিছিল। ব্যৱসায়ত সোমালেও বিভূতিয়ে নিজৰ আদৰ্শ এৰি দিয়া নাছিল। এটা বিপ্লৱী প্ৰাণ লৈ বিভূতিয়ে জন্মগ্ৰহণ কৰিছিল। সমাজক সুন্দৰ কৰাৰ প্ৰেৰণাই তেওঁৰ প্ৰাণ উদ্বাউল কৰি ৰাখিছিল আৰু সেই প্ৰেৰণাৰ বলত তেওঁ কেবাবাৰো দুঃসাহসিক কামত সোমাইছিল, আৰু তাৰ কাৰণে ইংৰাজ চৰকাৰৰ কঢ়া নজৰতো পৰিছিল। এদিন জে'ল ভাঙি ওলাই নাহিলে বিভূতি ৰকৱা হয়তো ফাঁচিশালতো উঠিব লগা হ'লহেঁতেন। কিন্তু দেশ পৰাধীন হৈ থকা কালত তেওঁ আৰু ধৰা নপৰিল। আজি দেশৰ

মুক্তি হ'ল যদিও সেই মুক্তিত বিভূতি বৰুৱাৰ দৰে কিছুমান বিপ্লৱী প্ৰাণ সন্তুষ্ট হোৱা নাই। দেশৰ মুক্তিৰ লগতে তেওঁলোকে বিচাৰিছে জনগণৰ মুক্তিও, আৰু সেই মুক্তিৰ কাৰণে বিভূতি বৰুৱাহঁতে যি পথ বাছি লৈছে, সেই পথো দেশৰ চৰকাৰে মানি লব নোৱাৰে। সেয়ে আজি চৰকাৰে বিভূতি বৰুৱাক জে'লত ৰাখিছে। কিন্তু এই কথাটো ঘৰৰ মালিকে যে বুজি পোৱা নাই তাকেই ভাবি আছিল কুসুমে, আৰু এনেকৈ অকলে বহি ভাবি থাকোঁতেই কোনোবাই বাহিৰৰপৰা মাতিলে—"মিচেচ্ বৰুৱা ?"

মাতটো অচিনাকি। সন্ধ্যা ঘনাই আহিছে। চাকি জলোৱাৰ সময় হ'ল, কোন বা আহিল এই সময়ত? আতঙ্কিত হৈ দুৱাৰ খুলিবলৈ গ'ল কুসুম। কিন্তু দুৱাৰ মুকলি হৈয়ে আছে আৰু সেই মানুহজন যিজন মানুহে অলপ সময়ৰ আগতে কুসুমৰ মনলৈ আনিছিল ঘৃণা আৰু বিৰক্তি, আকৌ সেই মানুহজনে বাহিৰৰ কোঠালিত থিয় হৈ আছে।

"আপুনি কিয় আহিছে বুজা নাই!" কুসুমে কলে।

"কেনেকৈ বুজিব, আপুনিতো মোৰ মনৰ কথা নাজানে।" চকী এখনত বহি লৈ ঘৰৰ মালিকে উত্তৰ দিলে।

"কি কথানো?"

"আপুনি ইয়াতে থাকক। ভাৰাটো দিব নালাগে। এটা ফ্লেটৰ ভাৰা নাপালে মোৰ একো লোকচান নহয়।"

"আপোনাৰ লোকচান নহব পাৰে, কিন্তু মোৰ লোকচান হব।" অলপ বিৰক্তিৰে কুসুমে উত্তৰ দিলে।

"মোৰ লাভৰ কথাও ভাবকচোন। বাবু এতিয়া নাই। আপোনাৰ ছোৱালীও আঁতৰি গৈছে। আপুনি এতিয়া কাৰ কথা ভাবি থাকিব?"

মালিকৰ কথাৰ কোনো উত্তৰ নিদিলে কুসুমে আৰু ভাবিলে—সন্ধ্যা সময়ত এইবোৰ কি কথা কবলৈ আহিছে মানুহজনে? কুসুমৰ মনটো বেয়া লাগি গ'ল। কুসুমে একো নোকোৱা দেখি মালিকে হাঁহি হাঁহি কলে—"আপুনি থিয় হৈ থাকিল, বহক।" কুসুম নবহিল। এই কাল সন্ধিয়া ঘৰ-ভৰা বোৱাৰী-জীয়াৰী, নাতি-নাতিনী এৰি বিপদৰ সুযোগ লৈ পৰৰ তিৰোতাৰ লগত ধেমালি পাতিবলৈ আহিছে যেতিয়া ঘৰৰ মালিকে অলপ উপযুক্ত কামকে কৰক বুলি ভাবি একেবাৰে দুৱাৰৰ কাষলৈ গৈ কুসুমে কলে—



"মোৰ কাম-কৰা মানুহজনী নাই। মই অলপ বজাৰৰপৰা আহোঁ। আপুনি বহক" বুলি কৈ মালিকৰ কোনো কথালৈ অপেক্ষা নকৰি কুসুম ওলাই গ'ল। একো বুজিব নোৱাৰি মালিক কিছুসময় বহি থাকিল, ঘৰৰ মালিক যদিও মানুহ নোহোৱা ফ্লেটটোত আজি তেওঁৰ নিজকে অপৰাধী যেন লাগিল। তাৰ-পিছত এক তীব্ৰ আক্ৰোশত বাহিৰৰপৰা দুৱাৰখন জপাই তেওঁ বিভূতি বৰুৱাৰ ফ্লেটৰপৰা লাহে লাহে ওলাই গ'ল।

## ॥ পোন্ধৰ ॥

অলপ এন্ধাৰ কোঠালি এটাত ৰত্ন বৰুৱা অকলে বহি কিবা ভাবি আছে। পদ্মাৱতীয়ে আলেঙে আলেঙে চাই গ'ল। পদ্মাৱতীয়ে মন কৰিছে আজি কেবাদিনৰপৰাই ৰত্ন বৰুৱা এইদৰে গম্ভীৰ হৈ পৰিছে। কলিকতাৰপৰা অহাৰ পিছতে কিন্তু ৰত্ন বৰুৱাৰ মন এনেদৰে এন্ধাৰে আগুৰি ধৰা নাছিল—ইমান দিনৰ মূৰত বিভূতিক দেখা পোৱাৰ আনন্দ ৰত্ন বৰুৱাৰ কথাই-বতৰাই ফুটি ওলাইছিল। বিভূতিক চাবলৈ অহা মানুহৰ লগত হাঁহি-মাতি ৰত্ন বৰুৱাই কথা পাতিছিল—এইকেইবছৰতে মহানগৰী কিমান সলনি হ'ল, তাত কত মানুহ বাঢ়িছে, মানুহতকৈ যে বহু-বেছিকৈ বাঢ়িছে মানুহৰ ব্যস্ততা, কত নতুন নতুন কথা আৰম্ভ হৈছে—এই সকলোবোৰ সাধুকথাৰ দৰে ৰত্ন বৰুৱাই বিৰৰি কৈছিল বিভূতিক চাবলৈ অহা আত্মীয়-স্বজনৰ আগত। বিভূতিক নেদেখি কিছুমান লোক হতাশ হ'ল, কিছুমানে আকৌ ৰত্ন বৰুৱাৰ কথা শুনিয়েই আনন্দ পালে, বহুতে আকৌ বিভূতিক নেদেখি বস্তিকে চাই গুচি গ'ল। দেখাই-শুনাই বস্তি চকুত-লগা, তাতে ৰত্ন বৰুৱাৰ মুখত বস্তিৰ সজগুণৰ প্ৰশংসা শুনি বহুলোকে সঁচাকৈয়ে ৰং পালে। তাৰ মাজতে অৱশ্যে দুই-এজনে বস্তিৰ পঞ্জাৰী মাকৰ কথা উলিয়াই মনে মনে ইতিকিং নকৰাকৈ থকা নাই। আজি চাৰি-পাঁচ দিনৰপৰা ৰত্ন বৰুৱাৰ ঘৰলৈ মানুহ অহা কমিছে। সেই বুলিয়েই ৰত্ন বৰুৱা অস্বাভাৱিক ধৰণে গম্ভীৰ হৈ যাব নে? বয়েনে আজি

পুৱাতে আইতাকক কৈছিল বাগিচাৰ গণ্ডগোলৰ কাৰণেই হয়তো দেউতাক এইদৰে চিন্তিত হৈ পৰিছে। কিন্তু পদ্মাৱতীৰ মনে মন গোন্ধাইছে—নহয়, নহয়, বাগিচাৰ গণ্ডগোলৰ কাৰণে নহয়। ক'ৰবাত কিবা এটা কেৰোণ লাগিছে, নহলে বত্ৰ এইদৰে ভাবি-চিন্তি বহি থকা মানুহ নহয়। বত্ৰ বৰুৱাই সিদিনা পেহীয়েকক কৈছিল বিভূতিৰ আকৌ এখন চিঠি অহা বুলি। সেই চিঠিত বিভূতিয়ে বোলে তেজপুৰলৈ নাহে বুলি খাটাংকৈ লিখিছে। বস্তিক গুৱাহাটীত পঢ়াবলৈ লিখিছে যে তাকো বত্ৰ বৰুৱাই পদ্মাৱতীক কৈছে। কিন্তু কিয় বাৰু বত্ৰ বৰুৱাই আগৰ দৰে চিঠিখন তেওঁক পঢ়ি নুশুনালে? লগতে আকৌ কলে—'পেহী, আৰু কথা আছে, তোমাক পিছে-পৰেও কম বাৰু! তুমি কিন্তু ক'তো সেই কথা উলিয়াব নোৱাৰা, আনকি নাহৰাম মোমাইদেউকো কব নোৱাৰা।' ক'তা আজি তিনি-চাৰিদিন পাৰ হৈ গ'ল বত্ৰ বৰুৱাই পদ্মাৱতীক একো নকলে দেখোন। নোকোৱা কথাখিনি জানিবলৈকে পদ্মাৱতীয়ে ছেগ চাই ফুৰিছে। কিন্তু উপযাচি পদ্মাৱতীয়ে সেই বিষয়ে বত্ৰ বৰুৱাক একো সোধা নাই। কিনো কথা ইমানকৈ লুকুৱাব লাগে? নকলে নকব। এইদৰে ভাবি থলে যদিও পদ্মাৱতীৰ মন কিন্তু উচপিচাই আছে। তথাপি নিজক সংযত কৰিয়েই এইকেইদিন বত্ৰ বৰুৱাক তেওঁ একো নোসোধাকৈ থাকিল। আজি কিন্তু পদ্মাৱতীয়ে নোৱাৰিলে, দুই-এবাৰ কোঠালিটোৰ আশে-পাশে ঘূৰি বত্ৰ বৰুৱাৰ ওচৰ পালেগৈ।

"কি হ'ল অ' বত্ৰ? তই দেখোঁ কিবা গুণা-গঁথা কৰি বহি আছ?" পদ্মাৱতীয়ে সুধিলে।

"অ' কিবা এটা ভাবিছোঁ ৰবা।"

"তই মোক কম বোলা কথাটো নকলি নহয়?"

'তাকেই ভাবিছোঁ।"

"কিনো হ'ল কচোন।"

"তেনেকৈ একো হোৱা নাই, কথা হ'ল বিভূতি নাহে।"

"মই জানিছিলোঁ সি নাহে বুলি, তাক আৰু ক'ত আহিবলৈ দিব তাই?"

"সি নিজেই নাহে। সি আহিব নোৱাৰে। তাৰ বহুতো জঞ্জাল

"জানো, কি জঞ্জালৰ কথা কৈছ তই?"



"ময়ো তেনেকৈ একো নাজানো তাৰ এইবোৰ জঞ্জাল কিহৰ কাৰণে হ'ল। তাক মুঠতে পুলিচে ধৰি নিছে চাগৈ এতিয়ামানে।"

"কিয়?" বুলি পদ্মাৱতীয়ে আতঙ্কিত হ'ল।

"সেইবোৰ বহুত কথা পেহী!"

"এৰি দিব নে নিদিয়ে এতিয়া?"

"কব নোৱাৰোঁ। আৰু এটা কথা এই বস্তিক লৈ।"

"এৰা, ছোৱালীজনীকো তেনেহলে ভাল ডিঙিত লগাই দিলে দে।"

"তাৰ নিজৰ ছোৱালী হলে দিয়কেইচোন।"

"এইবোৰ তই কি কৈছ বত্ৰ? বস্তি বিভূতিৰ ছোৱালী নহয় নেকি?" আচৰিত হৈ পদ্মাৱতীয়ে সুধিলে।

"হয়ো নহয়ো। তোলনীয়া বুলি হে লিখিছে দেখোন সি এতিয়া।"

"সেয়ে হে।"

"আৰু এটা ডাঙৰ কথা নহয় পেহী, তাৰ ভাগৰ সম্পত্তি বস্তিৰ নামত উইল কৰি পঠাইছে।"

"কিহৰ উইল অ'? নেলাগে নেলাগে সেইবোৰ লেঠা লগাই লব। এনেয়ে আঁটিছে। তাইক আকৌ পঠাই দিয়াৰ ব্যৱস্থা কৰ বুজিছ?"

"কিন্তু বিভূতিৰ কথা পেলাম কেনেকৈ? সি আছে চাগে জে'লত। বোৱাৰীকো নিজৰ দেশলৈ পঠাই দিয়াৰ কথা লিখিছে। এই গাভৰু ছোৱালী-জনী কলিকতাত গৈ অকলে থাকিব কেনেকৈ?"

"তইনো এতিয়া কেনেকৈ ৰাখ তাইক? জাতি-কুল একো নাজান।"

"তোলনীয়া হলেও বিভূতিয়ে তুলি লৈছে যেতিয়া তাইক আমাৰ কুলৰে বুলি ভাবি লব লাগিব। তাতে বস্তিক নিচেই সকৰেপৰা সিহঁতে তুলি লৈছে বোলে।"

"তাইৰ নিজা মাক-বাপেকৰ বা আঁতি-গুৰি কি? কিবা লিখিছে জানো?"

"নাই লিখা।"

"তেনেহলে? তাইক আমাৰ ঘৰৰ ছোৱালী ভাবি ৰাখ কেনেকৈ কচোন বাৰু?"

"গুৱাহাটীলৈকে পঢ়িবলৈ পঠাই দিওঁ বুলি ভাবিছোঁ। হোষ্টেলত থাকিব। খৰচ যি পৰে পৰিব।"

"যি ভাল দেখিছ কৰ। ভাল লেঠা লাগিল দে এইখন। ইমান দিনে লুকাই থাকিল, এতিয়া ভুতুংকৈ অকণমান-পৰলৈ ওলাল তোৰ ডিঙিত জঞ্জাল লগাই দিবলৈ হে। বিভূতিৰ এইবোৰ কথা মই ভাল বুলিব নোৱাৰোঁ।"

"কপালৰ' জিখন কোনে খণ্ডাব পেহী? ময়ো আচৰিত হৈছোঁ। কলিকতাত থাকোঁতে বুজিব পৰা নাছিলোঁ—বন্তি যে তাৰ নিজৰ ছোৱালী নহয়। অৱশ্যে মাজে মাজে হলে কিবা এটা ক'ৰবাত ৰহস্য আছে বুলি উমান পাইছিলোঁ।"

"হেঁ—" বুলি পদ্মাৱতী যাবলৈ ওলালত বত্ন বৰুৱাই বুঢ়ীক সুধিলে—"যোৱা নেকি পেহী?"

"যাওঁ দে। আৰু জানো কিবা কথা আছে?"

"তেনেকৈ একো নাই, কিন্তু তুমি এইবিলাক কথা কাৰো আগত নকবা।"

"কবলৈ কি আছে? কাৰ আগত কম কোনে পতিয়াব, যাৰ আগত কওঁ সেয়ে নঠিয়াব। তয়ো কিন্তু সেইজনীক বিভূতিৰ ছোৱালী বুলি বেছিকৈ হুলস্থুল নকৰিবি।"

বত্ন বৰুৱাক সতৰ্ক কৰি পদ্মাৱতী ওলাই গ'ল। প্ৰত্যেকটো খোজতে বুঢ়ীয়ে এটা নতুন কল্পনাৰ আঁত বিচাৰি বিচাৰি লাহে লাহে ভিতৰ সোমাল। ৰত্ন বৰুৱা একেদৰেই বহি থাকিল।

বাহিৰৰ এটা এন্ধাৰ কোঠালিত অন্ধকাৰে যেতিয়া ৰত্ন বৰুৱাৰ মন এইদৰে আগুৰি ধৰিছে, ভিতৰত ফুলেশ্বৰীৰ মনত তেতিয়া এক বিমল পোহৰ পৰিছে। ধনৰ কোঠালিলৈ আজিকালি নতুন পৰিৱৰ্ত্তন আহিছে। আগতকৈ বহুতখিনি পৰিষ্কাৰ হ'ল ধনৰ কোঠালিটো। দুৱাৰ-খিৰিকীবোৰ দিনৰ বেলিকা মুকলি হৈ থকা হ'ল। ধনৰ গাৰ ওপৰত উৰি ফুৰা মাখিবোৰ নোহোৱা হৈ আহিছে। আজি কিছুদিনৰপৰা সেই কোঠালিত আনন্দ আৰু পোহৰে যেন একেলগে উমলি ফুৰে। ধনৰ মুখত হাঁহি দেখি ফুলেশ্বৰীৰ মৰহি যোৱা মনটো অকণমান-পৰলৈ বিকশি উঠে। ফুলেশ্বৰীয়ে হঠাতে বহুতো কথা ভাবিব পৰা হৈ যায়। বন্তিৰ লগত ফুলেশ্বৰীৰ হৃদয়ৰ সম্বন্ধ স্থাপন হৈছে। পদ্মাৱতীলৈ বন্তিয়ে বৰ ভয় কৰে। অনিমাৰ লগতো প্ৰাণ-খুলি কথা পাতিব নোৱাৰে পদ্মাৱতীৰ ভয়তে। ৰত্ন বৰুৱাৰ ওচৰলৈ যোৱাটো বন্তিয়ে কমাই আনিছে। কিন্তু ধনৰ আলপৈচান ধৰি তাই দিনটোৰ বহুখিনি সময় তাৰ



লেতেৰা কোঠালিটোত কটাই দিয়ে। ধন আৰু বন্তিৰ কথা-বতৰা শুনি মনৰ আনন্দত ফুলেশ্বৰীয়ে হাঁহিব পৰা হৈ যায়। সোণৰ কাঠীৰ পৰশত হে যেন ৰুদ্ধ দুৱাৰ মুকলি হৈ পৰে!

"বাৰু বন্তি বাইদেউ, তুমি ইয়াত কিমান দিন থাকিবা।" একেথৰে বন্তিৰ মুখলৈ চাই ধনে সোধে। ধন বন্তিৰ সমনীয়া, কিন্তু নিজকে পৃথিৱীৰ এটা সৰু প্ৰাণী বুলি ধনৰ বোধ হয়। কেতিয়াবা কেতিয়াবা সি ইনাবো বাধ্য হৈ পৰে এটি নিচেই সৰু শিশুৰ দৰে। বন্তিয়ে বুজি পাইছে ধন অস্বাভাৱিক মনৰ বুলি। বন্তিয়ে এই কথাটোও বুজি পাইছে যে ধন আৰু ফুলেশ্বৰী ঘৰখনত বেছি ধৰণে অৱহেলিত। ধনৰ কাপোৰ-কানিবোৰ জাপি-কুচি বন্তিয়ে কলে—"আৰু বেছি দিন থাকিব নোৱাৰিম।"

"তুমি গলেগৈ মোৰ বেয়া লাগিব।"

"বন্ধত আহি থাকিম নহয়? মাজে মাজে চিঠি দিম।"

"আখৰবোৰ তুমি গোট-গোটকৈ লিখিবা দেই! নহলে মই পঢ়িব নোৱাৰিম।"

"তুমিও মোলৈ লিখিবা।"

"মই আখৰ লিখিবলৈ পাহৰি গৈছোঁ, বন্তি বাইদেউ।"

"তই কত দিন লিখা নাই!" হুমুনিয়াহ পেলাই ফুলেশ্বৰীয়ে কলে।

"লিখিবলৈ অভ্যাস কৰিবা আকৌ।" বন্তিয়ে কলে।

"অজিত ককাইদেৱে মোক লিখিবলৈ দিছিল, মই অলপ অলপ লিখিব পাৰিছিলোঁ।"

"তেনেহলে তুমি এতিয়াও পাৰিবা।"

"বাৰু বন্তি বাইদেউ, তুমি অজিত ককাইদেউক চিনি পোৱা?"

"নাপাওঁ। তেওঁৰ নাম হে শুনিছোঁ।"

"তোমাৰ দৰেই তেওঁ মোক মৰম কৰিছিল।"

"হয় নেকি!" বুলি বন্তিয়ে হাঁহিলে। বন্তিৰ হাঁহিত কোঠালিটো উদ্ভাসিত হৈ উঠিল। ধনেও হাঁহিলে আনন্দত। ফুলেশ্বৰীৰ মাতৃ-প্ৰাণ পৰিতৃপ্ত হ'ল। লগতে তেওঁ ভাবিলে অজিতৰ লগত বন্তিৰ সঁচাকৈয়ে মিল আছে। ধনৰ কথাষাৰ ভুল হোৱা নাই। বহুত কথাতেই অজিত আৰু বন্তি মিলিব। কিন্তু অজিতৰ লগত ইলাৰ হে বিয়াৰ কথা ওলাইছে বুলি ফুলেশ্বৰীয়ে শুনিছে। ফুলেশ্বৰীয়ে একো নমতা দেখি বন্তিয়ে সুধিলে—"কি ভাবিছে বৰ-মা?"

"তোৰ কথা।"

"কিনো?"

"তই গলেগৈ আমাৰ দুয়োৰো আকৌ সেই আগৰ অৱস্থা হব। আকৌ সেই মন-মাৰি ঘৰৰ ভিতৰতে বহি থাকিব লাগিব।"

"কিয় মন-মাৰি থাকিব লাগিছে? বং মনে থাকিব। অলপতে বৰ-মা, ৰমেন দাদা আৰু নবৌ বাগিচালৈ যাব, মোক আৰু ইলাকো বৰদেউতাই যাবলৈ কৈছে। আপুনিও ব'লক বৰ-মা আমাৰ লগত।"

বন্তিৰ অনুৰোধত ফুলেশ্বৰী এইবাৰ গহীন হৈ পৰিল, ভিতৰফালটো ফুলেশ্বৰীৰ ভাঙি পৰিব খুজিছিল। তথাপি নিজক সংযত কৰি কলে—"মই নাযাওঁ, তইঁতেই যা।"

বন্তিয়ে কিবা এটা কব খুজিছিল। কবলৈ নৌপাওঁতেই ইলা সেই কোঠালিলৈ খৰধৰকৈ সোমাই আহি কলে—"বন্তি বাইদেউ, তোমাক দেউতাই মাতিছে।"

বিভূতিৰ চিঠি অহা বুলি বত্ৰ বৰুৱাই বন্তিক কোৱা নাছিল। পুলিচ ইনস্পেক্টৰ মুখাৰ্জ্জীয়ে বিভূতি বৰুৱাক গ্ৰেপ্তাৰ কৰি লৈ যোৱাৰ আগে আগে তেওঁ ককাইদেৰেকলৈ লিখিছিল :

ককাইদেউ,

নানা অপৰাধৰ কাৰণে মই জে'লত থাকিব লাগিব। আপোনাৰ লগত আৰু হয়তো দেখা নহব, কুসুম দুই-এদিনতে নিজৰ ঠাইলৈ যাবগৈ। আপোনাৰ ওচৰত মোৰ এটা শেষ অনুৰোধ আছে—বন্তিক আপুনি মোৰ হৈ চাব আৰু তাইৰ যাতে পঢ়া-শুনা হয় তাৰবাবে চকু দিব। কুসুমৰ বিষয়ে আপোনাক সকলো কৈছোঁ, কিন্তু বন্তিৰ বিষয়ে সকলো কথা কোৱা নহ'ল। সেইবাবে ক্ষমা কৰিব। বন্তি মোৰ তোলনীয়া জী হে। তিনি বছৰ বয়সতে বন্তিক পাইছিলোঁ। বন্তিয়ে মোৰ জীৱন পোহৰ কৰি ৰাখিছিল। পৈত্ৰিক সম্পত্তি হিচাপে যদি মোৰ কিবা পাব লগা থাকে, তেন্তে সেইখিনিৰ উত্তৰাধিকাৰী হব বন্তি। 'উইল'খন লগতে পঠালোঁ। গুৱাহাটীত পঢ়িবলৈ বন্তিক যেনে তেনেই পঠাব ইয়াৰ অন্যথা নকৰে যেন। ইতি—

বিভূতি।



এইকেইদিন বত্ৰ বৰুৱাই বিভূতিৰ চিঠিখনৰ কথাই চিন্তা কৰিছে আৰু কাক কি কব ঠিক কৰি লৈছে। অহা-সপ্তাহত বন্তি গুৱাহাটী অভিমুখে যাত্ৰা কৰিব লাগিব। বত্ৰ বৰুৱাই নিজেই গৈ বন্তিক গুৱাহাটীত থৈ অহাৰ কথা। বত্ৰ বৰুৱাই মতা বুলি ইলাৰ মুখত থবৰ পালত—"অ' যাওঁ," বুলি ইলাৰ লগে লগে বন্তি ওলাই গ'ল। ধনৰ কোঠালিটো ক্ৰমাত নিজম পৰি আহিল। খন্তেকতে ধনৰ টোপনি আহিল। টোপনিতে ধনে মাজে মাজে হাঁহিবলৈ ধৰিলে। হয়তো ধনে সপোন দেখিছে। ধনৰ মুখত সেই বিকৃত হাঁহি দেখি ফুলেশ্বৰীৰ মনটোও ক্ৰমাত এন্ধাৰ হৈ আহিল।

## ॥ ষোল ॥

অজিত আৰু বিমলৰ পৰীক্ষা শেষ হৈ গ'ল—তেওঁলোক দুয়ো এইবাৰ শেষবাৰলৈ বেনাৰস এৰিব, লগে লগে শেষ হব দুয়োজনৰে ছাত্ৰ-জীৱন। বন্ধুত্বৰ পাশত বান্ধ খাই দুয়োজনে বেনাৰসত কেইবাবছৰো কটালে। আজি দুয়ো দুয়োকো এৰাৰ সময় পালেহি, কিন্তু দুয়ো বন্ধুৰ ইজনে সিজনৰ মাজত নিজকে সম্পূৰ্ণ বিচাৰি পোৱাৰ আনন্দই বিচ্ছেদৰ বিষাদকো যেন ম্লান কৰি দিছেহি। সেই আনন্দতে দুয়ো বন্ধু আজি কলিকতালৈ যাবলৈ ওলাইছে, কলিকতালৈ যোৱাৰ প্ৰস্তাৱটো প্ৰথমতে অজিতেই কৰিছিল।

পৰীক্ষা শেষ হোৱাৰ লগে লগে অজিতে অণিমাৰপৰা আৰু এখন চিঠি পাইছে। সেই চিঠিত অণিয়ে লিখিছিল তেওঁলোক অলপতে বাগিচালৈ যাব বুলি—লগত ইলা আৰু বন্তিও যাব। নাহৰাম হাজৰিকাৰো কেতিয়াবাই চতিয়ালৈ যোৱাৰ কথা আছিল, কিন্তু নানা কাৰণত পদ্মাৱতীয়ে তেওঁক যাবলৈ দিয়া নাই। অহা আঘোণতে অজিতৰো বিয়া পতাৰ যো-জা চলিছে যে এই বিশেষ খবৰটো বিশেষভাৱে দিবলৈ অণিমাই পাহৰা নাই। বিমলে মন কৰিছে—অণিমাৰ চিঠি পোৱাৰ পিছৰেপৰা অজিতে মনটো মাৰি আছে। অজিতৰ মনৰ পৰিবৰ্ত্তন দেখি বিমলে ভাবিলে—পৰীক্ষা দি উঠাৰ লগে লগে

ইমান ততাতৈয়াকৈ বিয়াৰ হুলস্থূলটো লগাই দিয়া খুবাকইঁতৰ উচিত হোৱা নাই। নিজৰ বিয়াৰ বিষয়ে অজিতে বা কি ভাৱি থৈছে ? মনৰ কথাবোৰতো সি সহজে আনৰ আগত প্ৰকাশ নকৰে। অজিতৰ বিষয়ে এনেদৰে ভাবি বিমলে তাৰ লগত কলিকতালৈ যাবলৈ আপত্তি নকৰিলে। এবাৰ ফুৰি-চাকি আহিলে অজিতৰ মনটো অলপ ফৰকাল হব বুলি বিমলে ভাবি থলে। কিন্তু কলিকতা নোপোৱালৈকে বিমলে অজিতক সুধিব নোৱাৰিলে—প্ৰথমতে অজিত শান্তিনিকেতনলৈ যাব নে বিভূতি বৰুৱাক দেখা কৰিব। কাৰণ সি কলিকতালৈ যোৱাৰ সংক্ৰান্তত পোনপটীয়াকৈ কল্পনা আৰু বস্তিৰ কথা উলিওৱা নাই। তথাপি বিমলে বুজিলে শান্তিনিকেতন চাবলৈ যোৱাৰ লগত কল্পনাক দেখা পোৱাৰ ইচ্ছা অজিতৰ জড়িত হৈ আছে আৰু বিভূতি বৰুৱাক দেখা কৰাৰ উদ্দেশ্য হয়তো আকাশবস্তি। কিন্তু এই দুয়োটাৰ ভিতৰত কোনটো কথাই অজিতৰ মনত বেছিকৈ প্ৰাধান্য দিছে বিমলে ভাবি উলিয়াব পৰা নাই। সেয়ে হাওৰা ষ্টেচনত ৰেলৰপৰা নামিয়েই বিমলে অজিতক সুধিলে—"এতিয়া ক ক'লৈ যাবি, বোলপুৰলৈ নে বালিগঞ্জলৈ ?"

"বালিগঞ্জলৈকে যাওঁ ব'ল। প্ৰথমতে বিভূতি বৰুৱাক লগ পোৱাৰ দৰকাৰ।"

"হেঁ।" বুলি বিমলে টেক্সিৰ সন্ধানত গ'ল। অজিতে দুয়োৰো যাৱতীয় বস্তুখিনি ৰখি থাকিল।"

...বেড ৰোড। ইমান হুলস্থুল। কিহৰ গণ্ডগোল বিমল আৰু অজিতে ঠিক ধৰিব পৰা নাই। মহানগৰীত এনে ধৰণৰ গণ্ডগোল হৈয়েই থাকে। ৰাজপথত এক বিৰাট সমদল। সমুখত উত্তেজিত জনতা দেখি ড্ৰাইভাৰে টেক্সিৰ গতি থমাব লগা হ'ল।

"আজি বালিগঞ্জত বাবু বহুত গোলমাল। আপোনালোকে আকৌ তালৈকে যাবলৈ ওলাল নহয় ?"

"কি হৈছেনো ?" ড্ৰাইভাৰৰ কথা শুনি আচৰিত হৈ বিমলে সুধিলে।

"কেইদিনমানৰপৰা বহুত মানুহক পুলিচে এৰেষ্ট কৰি আছে। পুলিচ-বিলাকো একেবাৰে পগলা হৈ গৈছে। যাকে-তাকে ধৰে। অৱশ্যে দুই-এদিনৰ-পৰা আমাৰ মানুহেও তলে তলে গণ্ডগোল কৰি আছিল। আজি পুৱাতে কিছুমান মানুহে কেইবাখনো বাচ-ট্ৰাম জ্বলাই দিলে। টেলিফোনৰ লাইন



কাটিছে, চৰকাৰী অফিচবোৰত লুটপাত কৰিছে।" ড্ৰাইভাৰে ষ্টিয়েৰিঙৰ ওপৰত হাতখন থৈ কলে।

"কাৰণটো কি ?"

"কাৰণটো হ'ল বাবু, দুখীয়া মানুহৰ কষ্ট দিনে দিনে বাঢ়িছে! খোৱা-বোৱা, চলা-ফুৰা সকলোতে কষ্টৰ সীমা নাই। মানুহে আৰু কিমান সহ্য কৰিব ?"

"হয়" বুলি বিমলে শলাগি খন্তেক বৈ আকৌ সুধিলে—"গণ্ডগোল কলিকতাৰ সকলো ঠাইতে হৈছে নে ?"

"চব ঠাইতে এতিয়াও হোৱা নাই, কিন্তু গণ্ডগোল বিয়পিবলৈ কিমান সময় লাগে ? বালিগঞ্জত হলে হাতবোমা কৰা বহুত মানুহ ধৰা পৰিছে।"

বিমলে হাতৰ ঘড়ীটোলৈ চালে, প্ৰায় এঘাৰ বাজে। ইমান-পৰে বা বালিগঞ্জতেই কি ৰূপ ধাৰণ কৰিছে ?

"আমাকো ধৰে বা—" বুলি বিমলে হাঁহিলে।

"ঠিক নাই, ধৰিব পাৰে।" বুলি ড্ৰাইভাৰে আকৌ গাড়ী ষ্টাৰ্ট দিলে।

"ধৰিলে ধৰিব। ধৰিলেও এসেকা দিম।" সমুখেদি যোৱা বিৰাট সমদলৰে নিজকো এজন বুলি ভাবি বিমলে যে কথাষাৰ কলে অজিতে তাক মন কৰিলে।

"দেশখন হে স্বাধীন হ'ল, কিন্তু স্বাধীনতাৰ আশীৰ্ব্বাদ ৰাইজে পোৱা নাই। সাধাৰণ মানুহ চৰকাৰৰ ওপৰত যথেষ্ট অসন্তুষ্ট হৈয়ে আছে। এনেকুৱাবিলাক গণ্ডগোল সেয়ে হৈ আছে দেশত মাজে মাজে।" মনৰ কথাখিনি বিমলে লাহে লাহে কলে। টেক্সিৰ গতিও ধীৰ আছিল, বাটত অ'ত ত'ত মানুহৰ জুম। ঠায়ে ঠায়ে হাতত লাঠী আৰু বন্দুক লোৱা পুলিচৰ তৎপৰতা। কিন্তু 'শিশু-ঘাতী', 'নাৰী ঘাতী' বুলি কিবাকিবি বহুতো কৈ উত্তেজিত জনতাই শ্লোগান দি আছে।

"কিছুমান মানুহৰ স্বভাৱেই সেইটো, গোলমাল কৰি ভাল পায়। গোলমাল কৰাতকৈ কাম কৰিওতো দেশখন সুন্দৰ কৰিব পাৰি।" অজিতে কলে।

"তই বুজা নাই। আচল কাম কৰিবলৈ গলে তোক কাম কৰিবলৈ নিদিব নহয় ? বাটৰ বাধা বহুত আছে।" বিমলে উত্তৰ দিলে।

"প্ৰকৃত কামৰ ভিতৰত বাটৰ বাধা নিৰ্ম্মূল কৰাৰ শক্তিও থাকে।"

"সেইবোৰ কামত গণ্ডগোল হোৱাৰো সম্ভাৱনা। গোলমালবোৰো বাধা নির্মূল হোৱাৰ চিন।"

"অনাহকতে বহুতে আমাৰ দেশত দায়িত্বহীন মানুহৰ দৰে চিঞৰ-বাখৰ কৰে, এতিয়া আৰু হাতবোমা তৈয়াৰ কৰা দিন নাই বুজিছ?"

"অৱশ্যে দেশত ৰাজনীতিৰ খেলা যে চলিছে ঠিকেই।"

"সেইবোৰ মই কি বুজোঁ? তই বেছি বুজিবি। নুবুজোঁ কাৰণে নাভাবোঁও মই বেছিকৈ।"

"গোটেই জীৱনটো তেনেকৈ নাভাবোঁ বুলিলে কেনেকৈ চলিব? ৰাজনীতিৰ শক্তিসমূহে কৰ নোৱাৰাকৈ তোক দূৰৰপৰা চলাই থাকিব। তেতিয়া? তই সেইবোৰ অদৃশ্যশক্তিৰ কথা নাভাবোঁ বুলিলে এতিয়া আৰু গা এৰাই চলিব নোৱাৰিবি।"

বিমলৰ কথাত অজিত অলপ সতর্ক হৈ পৰিল, গাড়ীৰ ভিতৰত গাটো পোনাই বহিল। লগে লগে টেক্সিখনো ৰাসবিহাৰী এভিন্যুৰ বিৰাট চাৰি-মহলীয়া ঘৰটোৰ কাষত ৰ'লহি। ড্ৰাইভাৰক বিমলে ঘৰৰ নম্বৰ দি ক'ত নমাব লাগিব আগতেই নির্দেশ দি থৈছিল।

বিমলে টেক্সিৱালাক পইচা দি বিদায় দিবলৈ গৈ অলপ থমকি ৰ'ল আৰু কলে—"তুমি পইচা লোৱা বাৰু, কিন্তু অলপ ৰব পাৰা? আমি আকৌ ঘূৰিব পাৰোঁ।"

"আচ্ছা" বুলি ড্ৰাইভাৰে সন্মতি জনালে।

"কিয় বিভূতি বৰুৱাৰ ঘৰত অলপ নৰবি জানো?" বিমলৰ কথা শুনি অজিতে সুধিলে।

"কলিকতাত আছে কি নাই এতিয়া তেওঁবিলাক?" বিমলে গহীনাই উত্তৰ দিলে।

"আছে আছে" বুলি অজিত চিৰিয়েদি তুমহলালৈ উঠি গ'ল। বিমলে বাটত দেখি অহা জনতাৰ হুলস্থুলৰ কথা ভাবি ভাবি অজিতৰ পাছে পাছে গৈ থাকিল।

তুমহলালৈ উঠি অজিতে দেখিলে—এটা ফ্লেটৰ কাষত কেইটামান পুলিচে ঘূৰা-পকা কৰি আছে, লগতে আনবোৰ ফ্লেটৰ কিছুমান মানুহ আহি জমা হৈছেহি। অলপ আগবাঢ়ি গৈ অজিতে দেখিলে যিটো ফ্লেটৰ কাষত মানুহ



জমা হৈছে, সেইটোৰ দুৱাৰতে দেখোঁ বিভূতি বৰুৱাৰ ফ্লেট-নম্বৰ। অজিতে মানুহ এজনলৈ লক্ষ্য কৰি সুধিলে—"এইটো বিভূতি বৰুৱাৰ ঘৰ নহয় জানো?"

বিমলে ততালিকে এই দৃষ্টিৰ লগত বাটৰ হুলস্থুলক সাঙোৰ খুৱাবলৈ চেষ্টা কৰি ভাবিলে—'বিভূতি বৰুৱাৰ ঘৰতো হাতবোমা ওলাইছে নেকি?'

মানুহজনৰপৰা সঠিক উত্তৰ নোপাওঁতেই পুলিচ এজনে অজিতকে ঘূৰাই প্ৰশ্ন কৰিলে—"আপোনালোক আহিছে ক'ৰপৰা?"

"বেনাৰসৰপৰা।" এইবাৰ আগবাঢ়ি গৈ বিমলে উত্তৰ দিলে।

"বোমাৰ বাৰুদ বেনাৰসৰপৰাও আহে নেকি?" এজন পুলিচক গুণগুণাই কোৱা বিমলে নিজ-কাণে শুনিলে। অনুমান বিমলৰ সঁচা হোৱা যেন লাগিল। পুলিচ ইন্‌স্পেক্টৰ বিভূতিৰ ফ্লেটটোৰপৰা ওলাই আহিল। মুখাৰ্জীৰ নির্দ্দেশত পুলিচকেইজন তেওঁৰ পাছে পাছে তললৈ নামি গ'ল। দুই-এজন পুলিচে অজিত আৰু বিমললৈ কেৰাহিকৈ চাই চাই গৈছিল।

পুলিচকেইজন গুচি যোৱাৰ পিছত বিভূতি বৰুৱাৰ ফ্লেটৰ সমুখত জুম খোৱা মানুহৰ মাজৰপৰা এজনে সহানুভূতিশীল হৈ অজিতক সুধিলে—"কাক বিচাৰিছেনো?"

"বিভূতি বৰুৱাক।"

"বিভূতি বৰুৱাতো জে'লত আছে।"

"কিয়?"

"এৰেষ্ট কৰি তেওঁক পুলিচে লৈ গৈছে, আমি কাৰণটো ঠিক নাজানো। মই বাৰু ঘৰৰ মালিকক মাতি দিওঁ, তেওঁ আপোনালোকক বুজাই কব পাৰিব।"

"কি বুজাই কব লাগে? কোনবিলাক মানুহ জে'লত থাকে? জুৱাচোৰ বদমাচবিলাকেইতো জে'লত থাকে।" তেওঁলোকৰ মাজৰপৰা আন এজনে কলে। কথাখিনি কৈ মানুহজনে আমোদ পোৱা যেন লাগিল।

"ভাল মানুহো কেতিয়াবা জে'লত থাকিব লগা হয়।" বুলি কৈ ইজন মানুহ খৰধৰকৈ মালিকক মাতিবলৈ তললৈ গ'ল।

"যা যা, ভাল মানুহ! নিজৰ ছোৱালী লৈ কাৰবাৰ কৰা মানুহ আকৌ ভাল মানুহ।" কথাখিনি শুনাই মানুহজন ওচৰৰ ফ্লেট এটালৈ গুণগুণাই সোমাই গ'ল, আনবিলাক মানুহো দিহাদিহি যাবলৈ ধৰিলে। অজিত আৰু বিমল হতভম্ব হৈ থিয় হৈ থাকিল। এজন শকত মানুহক লগত লৈ

অলপ আগতে অজিতহঁতৰ লগত কথা কোৱা ভদ্ৰলোকজন উভতি আহিল। শকত মানুহজনেই ঘৰৰ মালিক বুলি বিমলে বুজি পালে। এইজন মানুহেই পুলিচ ইন্‌স্পেক্টৰৰ লগত বিভূতি বৰুৱাৰ ফ্লেটৰ ভিতৰৰপৰা ওলাই আহিছিল আৰু ইন্‌স্পেক্টৰক আগবঢ়াই দিবলৈ তললৈ নামি গৈছিল। অজিতহঁতক লক্ষ্য কৰি ঘৰৰ মালিকে সুধিলে—"আপোনালোকে কাক বিচাৰিছে ?"

"বিভূতি বৰুৱাক।"

"বৰুৱাৰ আত্মীয় হব পায় ?"

"তেনেকুৱাই।"

মালিকে বিমল আৰু অজিতক বিভূতি বৰুৱাৰ ফ্লেটৰ ভিতৰলৈ লৈ গ'ল—। আহল-বহল কোঠালিটো। সাজ-সৰঞ্জাম বৰ বেছি নাই, মাজত কেইখনমান সাধাৰণ চকী-মেজ। এটা চুকত আইনাৰ আল্‌মাৰি, আৰু এটা চুকত এখন পঢ়াৰ টেবুল, কিন্তু দেৱালৰ চেল্‌ফত শাৰী শাৰী কিতাপ সজোৱা আছে। আৰু দেৱালৰ ওপৰত আৰি থোৱা আছে দুখনমান ধুনীয়া ধুনীয়া দৃশ্যৰ ছবি—হাতে-অঁকা। তেওঁলোকক বহিবলৈ দি মালিক কলে—"এয়া বিভূতি বৰুৱাৰ ঘৰ। মানুহজন নাই। বস্তুবোৰ পৰি আছে। বৰুৱাবাবু মোৰ ঘৰত থকা তেৰ-চৈধ্য বছৰ হ'ল আৰু এই তেৰ-চৈধ্য বছৰে মই তেওঁক ভাল মানুহ বুলি জানিছিলোঁ। কিন্তু আজি প্ৰায় কুৰি দিনমান হ'ল তেওঁক পুলিচে ধৰি নিছে, মিচেচ্ বৰুৱাও ক'ৰবালৈ গুচি গৈছে। ছোৱালীজনীক অসমলৈ পঠাই দিলে।"

"আমি জানো।" অজিতে কলে।

"জানে বিভূতি বৰুৱাক এৰেষ্ট কৰি নিছে বুলি ? মিচেচ্ বৰুৱা পলাইছে বুলি ?"

"নাজানো সেইবিলাক। ছোৱালীজনী অসমলৈ পঠাই দিছে বুলি জানো।"

"আপোনালোকে আচল কথা একো নাজানে, মোক কবলৈ দিয়ক। কালিলৈ এক তাৰিখ। মই নতুন মানুহক ঘৰ ভাৰা দিব লাগে, কিন্তু চাওক ঘৰ মোৰ বন্ধ হৈ আছে। তেওঁলোকৰ বস্তু-বেহানি পৰি থাকিল। কিন্তু থাকক, মই কালিলৈ নতুন মানুহক লৈ আহিম। তেওঁলোকৰ যদি কিবা গণ্ডগোল হোৱা নাই তেনেহলে এনেকুৱা হব কিয় ?" উত্তেজিত হৈ ঘৰৰ মালিকে কথাখিনি কলে যদিও দুই বন্ধুৱে তেওঁৰ কথালৈ সিমান



মনোযোগ নিদিলে। বিমলে তেতিয়া হাতবোমাৰ কথাই গভীৰভাৱে চিন্তা কৰিছিল।

"হোঁ," বুলি কৌতূহলভাৱেৰে অজিত আল্‌মাৰিটোৰ কাষলৈ উঠি গ'ল—দেখিলে আল্‌মাৰিৰ ভিতৰত সাগৰৰ কিছুমান সৰু সৰু শঙ্খ, শামুক, মাটিৰ চৰাই, হাঁহ আৰু কিছুমান জিকমিকাই থকা কাপ পৰিপাটিকৈ সজোৱা আছে। কাপবোৰ বন্তিয়ে কলেজৰ প্ৰতিযোগিতাত পোৱা—ৰচনা, গল্প, আবৃত্তি আদিত। লাহে লাহে তাৰপৰা অজিত ইটো চুক পালেগৈ। পঢ়া টেবুল-খনৰ ওপৰত থকা কিতাপবোৰ অজিতৰ পৰিচিত। বহীবোৰৰ ওপৰত ধুনীয়া আখৰেৰে বন্তিৰ নাম লিখা আছে। এখন বহী মেলি অজিতে পঢ়ি গ'ল—শেলীৰ কবিতাৰ সমালোচনা, কথাখিনি বৰ সুন্দৰ। কিন্তু সেইখিনি বন্তিৰ নিজৰ ৰচনা কি প্ৰফেচাৰৰ নোট অজিতে ধৰিব নোৱাৰিলে। তাৰপিছত অজিতে টেবুলত ওভোতাকৈ পৰি থকা ফ'টো এখন চালে—এজনী ধুনীয়া ছোৱালী, অজিতে বুজি পালে—সেয়াই বন্তি।

"কি চাইছ অ'।" বিমলে সুধিলে।

"চাইছোঁ ৰ কিবা এটা।"

"সেইখন তেওঁৰ ছোৱালীৰ ছবি। সেই সুন্দৰী জীয়েকক লৈ বাবু গণ্ডগোলত পৰি গ'ল, মাকৰ দৰেই জীয়েক হৈছে। মাকোতো কোনোবা কোনোবা মানুহৰ লগত ঘূৰি ফুৰে—এনেয়ে বাবু বৰ ভাল মানুহ।"

অজিতে মালিকৰ কথালৈ তেতিয়াও কাণ দিয়া নাছিল। বন্তিৰ চকুযুৰিৰ গভীৰ দৃষ্টিত অজিতে দেখা পালে বেদনাসিক্ত অসীম কল্পনা আৰু এখন পৱিত্ৰ হৃদয়ৰ উৎসৰ্গা। অলপ-পৰৰ পিছত সচেতন হৈ অজিত যেতিয়া মালিক আৰু বিমলৰ কথাৰ মাজলৈ আহিব খুজিলে, মালিকে কলে—"চালে নহয় ?"

"হয়।"

"চাওঁ।" বুলি বিমলেও বন্তিৰ ফ'টোখন চাবলৈ বিচাৰি উঠিব খুজিছিল। মালিকে কলে—"মই লৈ আহোঁ আপুনি বহক।" বন্তিৰ ফ'টোখন মালিকে লৈ আহিলগৈ। বিমলক ফ'টোখন দেখুৱাই মালিকে কলে—"অলপ আগতে পুলিচ ইন্‌স্পেক্টৰক প্ৰমাণ দেখুৱাবলৈ ভিতৰৰপৰা এইখন লৈ আহিছিলোঁ।"

"কি ঘটনা কওকচোন, কি কাৰণে পুলিচে বিভূতি বৰুৱাক ধৰি নিছে ?" অস্থিৰ হৈ অজিতে সুধিলে।

"পুলিচেতো কয় কিবা পলিটিকেল কাৰণত বাবুক ধৰিছে বুলি।"

"তেনেকুৱাইতো লাগে। কাৰণ বাহিৰতো বহুত গণ্ডগোল নহয় আজি?" বিমলে কলে।

"কলিকতা চহৰত সেইবিলাক হৰ্দম হৈ থাকে। আমিতো কলিকতাৰ 'ঘুঘু'। আমি চব বুজি পাওঁ। ইয়াত মানুহ বেয়া হবলৈ কিমান সময় লাগে? পইচা নহলে ইয়াত চলিব কেনেকৈ? আৰু পইচাৰ অভাৱতে বেয়া ব্যৱসায়ত নামি গ'ল বাবু।"

"কি ব্যৱসায়?" অজিতে এইবাৰ উত্তেজিত হৈ সুধিলে।

"কি ব্যৱসায় কৰিব? বাবুৱে সুন্দৰী জীয়েকক লৈ ব্যৱসায় চলাইছে—আপোনালোকৰ নিচিনা বহু ডেকা মানুহক বাবুৱে হাত কৰি লৈছে। এতিয়া কেলেঙ্কাৰী হৈছে আৰু চব কথা ঢাকিবৰ কাৰণে জীয়েকক অসমলৈ পঠাই দিলে।"

মালিকৰ কথা শুনি দুয়ো বন্ধুৰ মুখ বিবৰ্ণ হ'ল। কোনেও কালৈ চাব নোৱাৰিলে। তললৈ মুখ কৰিয়েই অজিতে কলে—"ব'ল যাওঁগৈ বিমল। টেক্সিখন ৰৈ আছে চাগৈ।"

"ব'ল।" বুলি বিমল উঠি পৰিল। দুয়ো তললৈ নামি আহি দেখিলে টেক্সিখন নাই। হয়তো পুলিচৰ ভয়ত পলাইছে।

বাটলৈ আহি দুয়ো ভাদ মাহৰ চোকা ব'দত ইফালে-সিফালে চালে, ভৰ-দুপৰীয়া, বাটত মানুহ-দুনুহ তেনেকৈ নাই। কেৱল ট্ৰামৰ ঘৰ্ঘৰ্ শব্দই বিমলক আমনি দিলে। অজিতৰ মনটো তেতিয়া ভাঙি পৰিছে। বৰ ডাঙৰ বিপদত পৰা মানুহৰ দৰে উপায়হীন হৈ বিমলৰ কান্ধত হাত থৈ সুধিলে—"এতিয়া ক'লৈ যাবি?"

"বাচত উঠি ৰয়েল হোটেললৈ যাওঁ ব'ল। ভোকো লাগিছে। হোটেলত ভাত খাই শান্তিনিকেতনলৈ যামগৈ।"

"ব'ল।"

দুয়ো বাচ-ষ্টপেজলৈ আগবাঢ়ি গ'ল।



## ॥ সোতৰ ॥

সন্ধিয়াৰ সুবাস যেন উৰি ফুৰিছে শান্তিনিকেতনৰ কেউপাশে। সূৰুযৰ শেষ ৰশ্মিকণে কাক জানো কি কবলৈ বিচাৰি গছৰ পাতে পাতে জিলিকিছে—সেই জিলিঙনিৰ জেউতি যে ক্ৰমাত ম্লান হৈ আহিছে তাক লক্ষ্য কৰিছে কল্পনাই। কল্পনাই নতুন বান্ধৱী মাধৱীৰ কাষত বহি গান শুনিছিল—"ওগো শেফালি তোমাৰ মাঝে বাজে আমাৰ করুণ ভূপালি।" প্ৰকৃতিৰ শাৰদীয় ৰূপক বন্দনা জনাবলৈ শান্তিনিকেতন মুখৰ হৈ উঠিছে। চাৰিওফালে উৎসৱৰ আয়োজন। সেই ব্যস্ততাৰ মাজে মাজে ধ্বনিত হৈছে আগমনীৰ সুৰ, গুৰুদেৱৰ শৰৎ বন্দনাৰ গীতি শান্তিনিকেতনৰ প্ৰাঙ্গণত।

'অজিত আৰু বিমল নাহিল দেখোন? তেওঁলোক দুপৰীয়াই আহি পোৱাৰ কথা। সন্ধিয়া হ'লহি, মানুহ দুজনৰ দেখা-দেখি নাই?' মাধৱীৰ গান শুনি শুনি কল্পনাই বিমল আৰু অজিতৰ কথাকে এনেদৰে ভাবি আছিল। তেওঁলোক আহিব আহিব বুলি দুপৰীয়াৰপৰা কল্পনাই বাট চাই আছে। প্ৰতীক্ষাৰ মুহূৰ্ত্তবোৰ আজি মধুৰ হৈ উঠিছিল কল্পনাৰ বাবে আৰু এক মধুৰ আবেসতে কল্পনাই ভাবিছিল—শান্তিনিকেতনৰ প্ৰশান্ত পৰিবেশৰ মাজত অজিতৰ সঙ্গ সঁচাকৈয়ে স্পৃহনীয়, কিন্তু অজিতহঁত নাহিল কিয় বাৰু? মাধৱীয়ে গোৱা শৰৎ সন্ধিয়াৰ করুণ ভূপালি যেন চাৰিওফালে এতিয়া ধ্বনিত হব খুজিছে। লগে লগে মনটো উদাসীন হৈ বহুদূৰলৈ উৰি যাব খোজোঁতেই কল্পনা থমকি ৰ'ল—

"আপোনাৰ ভিজিটৰ আহিছে, কল্পনা বাইদেউ।" এজনী সৰু ছোৱালীয়ে খবৰটো দি লৰ মাৰি গুচি গ'ল—কল্পনাই ছোৱালীজনীক কিবা এটা সুধিব খুজিছিল, কিন্তু তাইৰ যেন ৰবৰ সময় নাই। কল্পনাই বুজিলে তাই উৎসৱত নাচিব—নৃত্যৰ য'ত আখৰা চলিছে তালৈকে তাই লৰ মাৰিছে। সেই সৰু ছোৱালীজনীৰ লৰি যোৱা ভঙ্গিমাটিয়ে মাত্ৰ সোঁৱৰাই দিব খুজিছে—কোনোবা আহিছে, আমি জনাব লাগিব তেওঁক প্ৰাণৰ সম্ভাষণ। শাৰদোৎসৱত শিশুৰ আনন্দই বেছিকৈ উপভোগ কৰিছিল গুৰুদেৱে।

ছোৱালীজনী নোৰোৱা দেখি কল্পনা একেজাপেই মাধৱীৰ কাষৰপৰা উঠি

গ'ল। মাধৱীৰ গান বন্ধ হ'ল। থিয় হৈ মাধৱীয়ে দেখিলে কল্পনা বৰ বেগা-বেগিকৈ গৈছে অতিথিশালাৰ ফালে। পশ্চিম আকাশত তেতিয়া ৰঙচুৰা বোল লাগিছে। মাধৱীয়ে অলপ বৈ কল্পনাক নেদেখা হোৱালৈকে চাই থাকিল। আৰু ভাবিলে—এই অস্থিৰ কল্পনাজনী—একোটা সময়ত কেনেকৈ ইমান শান্ত হব পাৰে বাৰু? ভিতৰ আৰু বাহিৰ ফাল দুটা কল্পনাৰ যেন দুজন ঈশ্বৰে হে গঢ়িলে—ভাবি ভাবি মাধৱী গৈ থাকিল শেৱালি ফুলৰ তলে তলে। ভৰি ভৰি ফুল ফুলাৰ আয়োজন শেৱালি কেইজুপিত। কিন্তু দূৰত শাল আৰু আমলখিৰ ডালবোৰক বৰ অকলশৰীয়া যেন লাগিল মাধৱীৰ। সুৰৰ ইমান গুঞ্জন, উছৱৰ পূৰ্ণ পয়োভৰৰ মাজতো সেইবোৰ পুৰণি বৃক্ষই শান্তিনিকেতনত মাথোঁ ৰিঙিয়াই কব লাগিছে—'তেওঁ নাই, তেওঁ নাই।'

শান্তিনিকেতনৰ সমুখৰ সৰু ঘৰটোত অজিত আৰু বিমল বহি আছিল। কল্পনাক অহা দেখি দুয়ো বন্ধু বহাৰপৰা উঠিল। কল্পনাই কিবা এটা কব খোজোঁতেই বিমলে সুধিলে—"অজিতৰ চিঠি ঠিক সময়তে পাইছিলা নে?"

"অঁ, পাইছিলোঁ।"

"তেতিয়া হলে আমাৰ থকা-মেলাৰ বন্দৱস্ত কৰা আছে?"

"অঁ, সকলো ঠিক আছে, কিন্তু ইমান দেৰি কৰিলা কিয়?"

"দেৰি ইচ্ছা কৰি কৰা নাই। মহানগৰীৰ বাটত নানা অসুবিধা হে।"

"ঈস্," বুলি কল্পনাই অজিতৰ ফালে চালে।

"আপোনাৰ অসুখ হৈছিল নেকি বাৰু? ইমান খীণাইছে?" কল্পনাই অজিতক সুধিলে।

"ওহোঁ, ক'তা অসুখতো হোৱা নাই।"

"পৰীক্ষাত বৰ কষ্ট হ'ল চাগে?"

"কষ্টই দিব নোৱাৰিলে পৰীক্ষা আকৌ পৰীক্ষা হব কেনেকৈ?"

"পিছত উজ্জ্বল সফলতাই আনন্দ দিব নহয়?" অজিতে হাঁহিলে, উত্তৰ একো নিদিলে। কল্পনাই মন কৰিলে সেই হাঁহি বৰ শেঁতা, অজিতৰ চিনাকি মুখখন ইমান অপৰিচিতৰ দৰে লাগিছে কল্পনাৰ। অজিতৰ কি হৈছে বাৰু? এই এমাহতে ইমান সলনি হৈ গ'ল নে মানুহজন? কল্পনা আৰু অজিতে দুয়ো থৰ হৈ ভাবি থকা দেখি বিমলে কল্পনালৈ চাই কলে—"ব'লা ইয়াৰপৰা যাওঁ, হাত-মুখ ধুব লাগিছিল।"



"ব'লা, তোমালোকক একেবাৰে থকা ঠাইলৈকে লৈ যাওঁ।" কল্পনাই কলে।

"ব'লা।" বিমল বহা চকীখনৰপৰা উঠি কল্পনাৰ লগত দুখোজমান আগবাঢ়ি গ'ল। অজিতে বহি থাকিয়েই কলে—"এটা কথা।" অজিতৰ গহীন কথাষাৰলৈ মন কৰি কল্পনা আৰু বিমলে উভতি চালে অজিতে কি কয় শুনিবলৈ। একো নোকোৱা দেখি বিমলে অজিতৰ ফালে চাই কলে—"নকৰ কিয়?"

"কওঁ ৰবি। আমি কালিলৈ পুৱাতেই যামগৈ দেই।"

"কিয়? আপোনাৰ ইয়াত ভাল লগা নাই?" কল্পনাই সুধিলে।

"ভাল লগা-নলগাৰ কথা নহয়, মই পৰহিলৈ ঘৰলৈ যাত্ৰা কৰিবই লাগিব।"

"তেনেহলে আহিছিল কিয়?"

"আহিছিলোঁ আপোনাক লগ পাম বুলি। পালোঁ নহয়?"

তিনিও হাঁহিলে।

"ৰাতিটো থাকিবতো?" কল্পনাই সুধিলে।

"নিশ্চয়।"

"মোক লগ পালে যেতিয়া এতিয়াই যায় বা?"

"এতিয়া আৰু কিয় যাম? ব'লক যাওঁ ইয়াৰপৰা। বৰ ভাগৰ লাগিছে অলপ জিৰাওঁগৈ।"

"আহক।" কল্পনাৰ পাছে পাছে দুয়ো বন্ধু গৈ থাকিল এটি সজ্জিত সৰু বাটেদি।

এয়া শান্তিনিকেতন—প্ৰকৃতি আৰু মানুহৰ সংযুক্ত সৌন্দৰ্য্যই ইয়াত এটি মুকলি পৰিবেশ গঢ়ি তুলিব পাৰিছে। গছে-পাতে চাৰিওফালে মুক্তিৰ আভাস আৰু উচ্ছ্বাস। ইয়াত থাকিলে মানুহৰ মন বাৰু সুন্দৰ নহব কিয়? ভালেই কৰিছে কল্পনা ইয়ালৈ আহি। যাওঁতে বাটত এনেদৰে ভাবি গ'ল বিমলে হে। অজিতৰ মন আজি গভীৰভাৱে নীৰৱ হৈ পৰিছিল। শান্তিনিকেতনৰ অৱকাশে যেন অজিতৰ মনটো শূন্যতাৰে হে ভৰাই দিলেহি—জীৱনৰ নানা প্ৰশ্ন আৰু দিনটোৰ অৱসাদেও যেন অজিতৰ বুকুত জিৰাবলৈ হে বিচাৰিছিল। কিন্তু কত দিনৰপৰা আশা কৰিছিল অজিতে এই শান্তিনিকেতন চাবলৈ, এই শান্তিনিকেতনৰ বিষয়ে জানিবলৈ। যিখন ঠাই আছিল কবি ৰবীন্দ্ৰনাথৰ জীৱন

জেউতিৰ কেন্দ্ৰ স্বৰূপ, য'ত ৰবীন্দ্ৰনাথৰ ৰাশি ৰাশি সৃষ্টি-সম্ভাৰ সফল হৈ উঠিছিল, সেইখন ঠাইৰ বিষয়ে কত ধৰণে অজিতে কল্পনা কৰিছিল ইমান দিনে। কিন্তু অজিতৰ প্ৰাণত এতিয়া কোনো কৌতূহল নাই। শান্তিনিকেতনৰ শিল্প-সৌন্দৰ্য্যৰ বিষয়ে জানিবলৈ অজিতৰ আজি কোনো ব্যগ্ৰতা নাই। কল্পনাৰ লগতো আজি অজিতে মুকলিমনে কথা পাতিব নোৱাৰিলে। দুই বন্ধুক অতিথি-গৃহলৈ লৈ গৈ তেওঁলোকৰ থকা-মেলা আৰু খোৱা-বোৱাৰ সকলো সুবিধা কৰি দি কল্পনায়ো তেওঁলোকৰপৰা সোনকালে বিদায় ললে—শাৰদোৎসৱত কল্পনাই অংশ গ্ৰহণ কৰিব। নৃত্যৰ আখৰালৈ সোনকালে যাব লাগে বুলি এজনে ইয়াৰ মাজতে কল্পনাক খবৰ দি গ'লহি। কল্পনা গুচি গ'ল। কোনো মন্তব্য নকৰাকৈ অজিতে সামান্য আহাৰ কৰি শুই পৰিল। বিচনাত পৰি বিমলে ভাবিলে—কলিকতাত ঘৰৰ মালিকৰ মুখত বিভূতি বৰুৱাৰ কথা শুনি অজিতে মনত বৰকৈ আঘাত পাইছে—বস্তিৰ বিষয়ে সি বৰ উচ্চ আশা পোষণ কৰি আছিল—ইমান দিনে।

...পুৱা পোহৰ হৈ আহিছে মাত্ৰ। অজিতে সাৰ পাই শুনিলে শান্তিনিকেতনৰ প্ৰভাতী সঙ্গীত। সেই ভৈৰৱী সুৰৰ সংস্পৰ্শত অজিতৰ মনটো ফৰকাল হৈ পৰিল। অজিত বিচনাৰপৰা উঠি গ'ল। বাৰাণ্ডাত থিয় হৈ দেখিলে—প্ৰকৃতিৰ কি অভিনৱ ৰূপ। ইমান আপোনভাৱে প্ৰকৃতিয়ে মানুহৰ সঙ্গ পাবলৈ বিচাৰিছে। শান্তি আৰু আনন্দ ঢালি দিবলৈকে যেন প্ৰকৃতিয়ে মানুহক নিজৰ কক্ষলৈ লৈ যাবলৈ বিচাৰিছে। ইয়াত কাৰো সাধ্য নাই প্ৰকৃতিৰ এই আহ্বান উপেক্ষা কৰাৰ। বাৰাণ্ডাৰপৰা নামি অজিত কেইখোজমান আগবাঢ়ি গ'ল—শেৱালি-তল ফুলেৰে ভৰা, বননিত অলপ অলপ নিয়ৰ, দূৰলৈ চাই দেখে শাৰী শাৰী শালবন, সৌৱা সেই আম্ৰকুঞ্জ। আমলখিৰ ডালে ডালে ধ্বনিত হৈছে বিহঙ্গৰ প্ৰভাতী গান। অজিতে আৰু আগবাঢ়িব খুজিছিল—কিন্তু পাছফালৰপৰা কোনোবাই মাতিলে—

"শইকীয়া ?" অজিত বৈ গ'ল, ঘূৰি চাই দেখে কল্পনা।

"অ' আপুনি ?

"মই উপাসনালৈ যাওঁ, আপোনাক কথা এষাৰ কওঁ বুলি এইফালে আহিলোঁ। আপোনালোকৰ হাত-মুখ ধোৱাৰ ব্যৱস্থা সকলো ঠিক আছে—চাহ সময়মতে আহিব। আপোনালোকে খাই-বৈ বহিব, মই উপাসনাৰ কাম শেষ কৰি



আপোনালোকৰ লগত কথা হমহি। আৰু যি পাৰোঁ দেখুৱাম।" অজিতে শলাগিলে আৰু শুদ্ধ হৈ কল্পনা গুচি যোৱালৈ চাই থাকিল। হাতত এথাল শুভ্ৰ ফুল, পিন্ধিছেও শুভ্ৰ বসন। গা ধুই উঠি চুলিকোছা বন্ধা নাই কল্পনাই। তিতা চুলিকোছা শুকাবলৈ মেলি থৈছে, কিন্তু চাদৰৰ আগটোৰে ঢাকি লৈছে। পূজাৰিণী কল্পনাৰ এই স্নিগ্ধ ৰূপ অজিতে আগতে কাহানিও দেখা নাই। বেনাৰসত থাকোঁতে কল্পনাৰ সাজ-পাৰৰ কটুৰূপ এটা হে অজিতৰ মনত পৰে। অকল কল্পনাৰে নহয়, শান্তিনিকেতনৰ চাৰিওফালে এই স্নিগ্ধ ৰূপটিয়ে অজিতৰ মনৰ সকলো গ্লানি আৰু ঘৃণা ধুই নিলে—মানুহৰ প্ৰতি অজিত কালি ক্ৰোধান্বিত হৈ উঠিছিল। মহানগৰীৰ বুকুত ঘটি থকা পাপ আৰু অপৰাধৰ কাৰণে অজিতৰ মনত মানুহৰ প্ৰতি ঘৃণা উপজিছিল, অবিশ্বাসৰ এক ক'লা ডাৱৰে মনৰ আকাশখন ওন্দোলাই পেলাইছিল—বস্তিক অজিতে কোনো দিনে দেখা নাই, কিন্তু বস্তিৰ প্ৰতি হোৱা এক তীব্ৰ বেদনাই গোটেই দিনটো অজিতক জুৰুলা কৰিছিল। শান্তিনিকেতনলৈ আহিও কালি অজিতে শান্তি পোৱা নাছিল। ৰাতিৰ গভীৰ নিদ্ৰাই অৱশ্যে সেইবোৰ অশান্তি কিছু আঁতৰাই নিছে—পুৱাৰ পোহৰে এতিয়া অজিতৰ মনত নতুন আশাৰ বেঙনি পেলাব পাৰিছে।

## ॥ ওঠৰ ॥

মানুহক সুন্দৰকৈ ভাবিবলৈ অজিতৰ আকৌ মন গৈছে। অজিত নিজৰ কোঠালিলৈ সোমাই গ'ল—গীতৰ গুণগুণনিত নিজকে আকৌ এৰি দিলে। বিমলে বিচনাৰপৰা মাতিলে—

"কেনেকুৱা লাগিছে অ' ইয়াত ?"

"বেয়া নহয়।"

"তেন্তে যোৱাৰ কি কৰিলি ?"

"উঠচোন প্ৰথমতে। শুই শুই যোৱাৰ কথা ভাবিলে কি হব ?"

"আজি নাযাৰ যদি আৰু অলপ শোওঁ ?"

"যাম, উঠ।"

"তেন্তে আৰু কথা নাই—" বুলি বিমল উঠি পৰিল ঘপহকৈ।

দুয়ো বন্ধুৱে চাহ খাই উঠাৰ লগে লগে অজিতক কোৱামতে কল্পনা আহি তেওঁলোকৰ কোঠালিত উপস্থিত হ'লহি। বাহিৰৰ শৰতৰ পোহৰে তেতিয়া গছে-পাতে সোণৰ বৰণ ধৰি উমলি ফুৰিছে—অজিতহঁতৰ কোঠালিটোও বহুখিনি উজ্জ্বল হৈ উঠিছে। কল্পনাই অজিতলৈ চাই সুধিলে—"আজি পুৱাতে ফুৰিলে নহয়, কেনেকুৱা লাগিল ?"

"বৰ সুন্দৰ, কিন্তু আটাইতকৈ ভাল লাগিল আপোনাক দেখি। পূজাৰিণীৰ বেশত আপোনাক আগতে কেতিয়াও দেখা নাইতো ?"

"ঈস্" বুলি কল্পনাই অলপ লাজ পাই বিমলৰ ফালে চাই কলে।

"সেইকণেই ইয়াৰ বাধ্য-বাধকতা। নকৰিলে নহয়।"

"কৰাটো দৰকাৰ। ইয়াত মানুহৰ সেইকণ উৎসৰ্গাই প্ৰকৃতিৰ উন্মুক্ত পৰিৱেশ আৰু সুন্দৰ কৰি তুলিব পাৰিছে। প্ৰকৃতিৰ লগে লগে মানুহে যোগ নিদিলে ইয়াৰ সৌন্দৰ্য্য ইমান গভীৰ হৈ নুঠিলহেঁতেন।" অজিতে কলে।

"সেইকাৰণেই কৈছিলোঁ—ইয়াত দুদিনমান থাকিলে আপোনালোকে বৰ আনন্দ পালেহেঁতেন।"

"দুদিনমান থকাৰ কথাইতো আছিল।" বিমলে কলে।

"নাথাকা কিয় তেন্তে ?"

"কালিলৈ পুৱাই ঘৰলৈ যাত্ৰা কৰিব লাগিব। খাই-বৈ উঠি ইয়াৰপৰা যাম।" অজিতে উত্তৰ দিলে।

"ইমান লৰালৰি।"

"ইমান লৰালৰি কিয় তুমি নাজানা নহয় ? অজিতৰ বিয়া পাতিছে বুজিছা ?" বিমলে কলে।

"হয় নেকি শইকীয়া ? বৰ ভাল খবৰ।" কৈ কৈ কল্পনাই হাঁহিবলৈ চেষ্টা কৰিলে।

"হয়।" অজিতে কলে।

"এটা কথা কিন্তু। আপোনালোকৰ লগত মযো কলিকতালৈ যাম।" অলপ গহীন সুৰত কল্পনাই কলে।



"কিবা সকাম আছে ?" বিমলে সুধিলে।

"সকাম মানে মই অলপ বজাৰ কৰিব লাগে। লগ নাই কাৰণে বহুতো দৰকাৰী বস্তু অনা হোৱা নাই।"

"ইয়াত অতবোৰ বন্ধু-বান্ধৱ থাকোঁতে তোমাৰ লগ নোহোৱা হ'ল ?"

"আছে, কিন্তু—"

"আমাৰ লগতে যাব দিয়ক, ওলাওক। বেনাৰসত থাকোঁতে জুলুম কৰি মাৰিছিল।" অজিতে কলে।

"নাযাওঁ তেন্তে ?"

"যাব লাগিব। অজিতে তোমাৰ লগত ধেমালি কৰিছে। তোমাক কলিকতালৈ আমাৰ লগত লৈ যোৱাৰ কথা আমি আহোঁতেই ভাবি আহিছোঁ।" বিমলে কলে।

"হয়। আপোনাৰ লগত বহুত কথা আছে।" অজিতে কলে।

"কি কথা ?" উচাপ খাই কল্পনাই সুধিলে।

"এতিয়া ইয়াত নকওঁ। মহনগৰীৰ কথা মহানগৰীত কম।"

অজিতৰ মুখখন ক্ৰমাত ইমান কঠোৰ হৈ আহিছে যে বিমলে মন কৰি কলে—"বাৰু হব দিয়া। ব'লা এতিয়া অলপ ফুৰি আহোঁগৈ, অজিত এয়ে প্ৰথম শান্তিনিকেতনলৈ আহিছে।"

"ব'লা" বুলি কল্পনা উঠিল। লগে লগে বিমল আৰু অজিতো যাবলৈ সাজু হ'ল।

......কলেজ ষ্ট্ৰীটত বাহিৰে বাহিৰে বজাৰ কৰি অজিত আৰু কল্পনা যেতিয়া বয়েল হোটেল পালেহি তেতিয়া বেলি লহিয়াইছে। লৰালৰিকৈ কল্পনাক বিদায় দিবলৈ বুলি চাহৰ খবৰ কৰিবলৈ যাওঁতে হোটেলৰ মেনেজাৰজনে অজিতক সতৰ্ক কৰি দিলে—যাতে তেওঁলোক আৰু বাহিৰলৈ ওলাই নেযায়। আজি কলিকতাৰ কোনো কোনো অঞ্চলত বৰ গণ্ডগোল চলিছে—দুই-এঠাইত পুলিচৰ গুলিবৰ্ষণ পৰ্য্যন্ত হৈছেগৈ। মেনেজাৰৰ সতৰ্কবাণী শুনি অজিত অলপ চিন্তিত হ'ল—কল্পনা শান্তিনিকেতনলৈ আজিয়েই উভতি যাব লাগিব। মহানগৰীত এনে ঘটনা মাজে-সময়ে ঘটি থাকে যদিও—আজি কল্পনাক এই গণ্ডগোলৰ মাজত অকলে যাবলৈ দিব নোৱাৰি। ষ্টেচনৰপৰাই বিমলতো তাৰ কোনোবা চিনাকি মানুহৰ ঘৰত মাত দিবলৈ গ'লগৈ।

এতিয়ালৈকে ঘূৰি নাহিল, নহলে বিমলেই কল্পনাক থৈ আহিব পাৰিলেহেঁতেন। বিমল সোনকালে ঘূৰি নাহিলে কল্পনাক আজি হোটেলতে ৰাখিব লাগিব। তেওঁলোক দুই বন্ধুৰ কাৰণে হে চিট্ ৰিজাৰ্ভ কৰি থৈ গৈছিল। এতিয়া হোটেলৰ মেনেজাৰক কৈ-মেলি কল্পনাৰ কাৰণেও কিবা এটা কৰিব লাগিব। কল্পনায়ো শান্তিনিকেতনলৈ ঘূৰি যোৱাৰ কথা চিন্তা কৰিবলৈ ধৰিলে। আজি নগলেই নহব। কল্পনাৰ চিন্তিত মুখখনলৈ চাই অজিতে কলে—"আপুনি আজি যাব নোৱাৰিব। ইয়াতে থাকিব লাগিব। হোটেলত থাকিবলৈতো আজি ভয় নকৰে? মই আছোঁ নহয়?" কল্পনালৈ চাই অজিতে মিচিকিয়াই হাঁহিলে।

"ভয়ৰ কথা একো নাই। কিন্তু মই তাত কৈ নাহিলোঁ নহয়? অনুমতি নোলোৱাকৈ এনেকৈ বাহিৰত থকাৰ নিয়ম নাই।"

"আতুৰতো নিয়ম নাই! কলিকতাৰ কথা তেওঁলোকে শুনিবই। বিপদৰ কথা বুজাই কলে বুজি পাব। কালিলৈ লাগে আমিও লগতে গৈ বুজাই কৈ আহিম।"

"কিন্তু কালিলৈ আপুনি ঘৰলৈ যাব লাগিব যে।"

"সময়টো বেয়া হ'ল। আপোনাক এনেকৈ অসুবিধাত পেলাই কেনেকৈ যাম?"

"জানো আপোনালোকে কি মোক কম বোলা কথাওতো ইমানপৰে নকলে?"

"কম, সময় উকলি যোৱা নাই।"

"নাইতো। পিছে—" বুলি কিবা এটা সুধিব খোজোঁতেই কল্পনা ৰৈ গ'ল—সক লৰা এটাই চাহ লৈ কোঠালিটোৰ ভিতৰলৈ সোমাই আহিল। লৰাটোৱে অজিতক হোটেলৰ মেনেজাৰে অলপ পিছত লগ পাব খুজিছে বুলি কোৱাত—অজিতে লৰালৰিকৈ চাহ খোৱা শেষ কৰি কোঠালিটোৰপৰা ওলাই গ'ল। কল্পনা বিমোৰত পৰি চিন্তা কৰি থাকিল।

……মেনেজাৰৰ নিৰ্দ্দেশমতে কল্পনা অজিতহঁতৰ কোঠালিত থকাটোৱেই ঠিক হ'ল—আন আন কোঠালিবোৰত মানুহ ভৰি আছে। তাতে কল্পনাই অলপ ভয়ো কৰিছে আন কোঠালিত অকলশৰীয়াকৈ থাকিবলৈ, কিন্তু কোঠালিটোত আন এখন বিচনা পাতিবলৈ ঠাই নাই—সেয়ে ঠিক হ'ল এখন



বিচনা কল্পনাই লব, আনখনত বিমল আৰু অজিত দুয়ো একেলগে শুব। এইখিনি ঠিক কৰি মেনেজাৰৰ লগতে অজিত তললৈ গ'ল—যাওঁতে অজিতে কল্পনাক কৈ গ'ল—"আপুনি অলপ বহক—মই আহিম অলপ পিছতে।"

…ৰাতি বহুখিনি পৰলৈকে বিমল ঘূৰি নাহিল। অজিত এবাৰ তললৈ আহে, এবাৰ ওপৰলৈ গৈ কল্পনাৰ লগত ইটো-সিটো কথা পাতে—বিমলৰ কাৰণে মনৰ ভিতৰত যথেষ্ট অশান্তি হৈছিল যদিও অজিতে বাহিৰত অলপো প্ৰকাশ নকৰিলে, কিন্তু কল্পনাই কেইবাবাৰো অনুৰোধ কৰাতো অজিত ভাত খাবলৈ মান্তি নহ'ল। টেবুলতে তিনিওৰে ভাত ঢকা আছে। অজিতে আগৰ দৰেই হাঁহি-মাতি কল্পনাৰ লগত কথা পাতি থাকিল, কিন্তু দুয়োৰে মাজত কোনো ৰকম গুৰুত্বপূৰ্ণ কথা-বতৰা নচলিল। শেষত নিজেই এবাৰ অজিতে কলে—"ইমানপৰে নাহিল যেতিয়া বিমল আৰু এতিয়া অহাৰ সময় নাই, পুৱাতে ওলাবহি।"

"ময়ো তাকেই ভাবিছোঁ।"—বুলি কল্পনাই হাতৰ ঘড়ীটোলৈ চালে।

"ৰাতি বহুখিনি হ'লহি—খাই-বৈ শুই থকা যাওক।"—বুলি অজিত খোৱা টেবুলৰ কাষ পালেগৈ। কল্পনাই ভাত বাঢ়ি দিলে। ভাতৰ পাতত বহি অজিতে কলে—"আপুনিও লওক। ৰাতি বহুখিনি হৈছে। এতিয়া আৰু অপেক্ষা কৰি লাভ নাই।"

"লওঁ" বুলি কল্পনা ওচৰৰ চকীখনত বহিল। ভাতৰ পাততো তেওঁলোকে বিশেষ কথা নাপাতিলে। মহানগৰী নিস্তব্ধ হোৱাৰ লগে লগে হোটেলটোও নিজম পৰি আহিছিল। খোৱা-বোৱা শেষ কৰি কল্পনা আৰু অজিত যেতিয়া শুবলৈ গ'ল—ৰাতি বাৰ বাজি পাৰ হৈ গৈছে। বিচনাত উঠি অজিতে কলে—"এতিয়া শুই পৰক, চিন্তা কৰি একো লাভ নাই, চাব সি কালিলৈ পুৱাই ওলাবহি।"

"মই নিজৰ কথা হে চিন্তা কৰিছোঁ।" কল্পনাই আনখন বিচনাৰপৰা কলে।

"নিজৰ কথাও চিন্তা কৰিব নালাগে। একো নহয়। কালিলৈ আমি আকৌ আপোনাৰ লগত গৈ সকলো বুজাই কৈ আহিম। ৰাতি বহুতো হ'ল—এতিয়া শুই থাকক।"

"ৰাতি হ'ল কাৰণে বহু কথা মনলৈ আহিছে।" দুয়ো কিছুপৰ নীৰৱ হৈ

থকাৰ পিছত কল্পনাই আকৌ কলে—"বাৰু শইকীয়া, আপোনাৰ বিয়া পাতিছে, সেই বিষয়ে মোক এদিনো এষাৰ কথাও নকলে ?"

কল্পনাৰ কথা শুনি অজিতৰ সঁচাকৈয়ে আজি নিজকে অপৰাধী যেন লাগিল, হাতৰ কিলাকুটিত ভৰ দি অজিতে দোষ স্বীকাৰ কৰি কলে—"এৰা, এই বিষয়ে আপোনাক একো কোৱা হোৱা নাই। খুৰাই মোৰ বিয়া পাতিবলৈ আজি বহুদিনৰপৰা চেষ্টা চলাইছে, কিন্তু সেই বিয়া মোৰ নহয়।"

"আপুনি বিয়াৰ কাৰণেইচোন বৰ লৰালৰি কৰিছে ?"

"লৰালৰি কৰিছোঁ বিয়া পাতিবলৈ নহয়, বিয়া ভাঙিবলৈ হে।"

"কিয় ?"

"কব নোৱাৰোঁ।"

"কাৰোবাৰ প্ৰেমত পৰি আছে ?"

"ঈস্! ৰাতি বহুতো হৈছে। সকলো শুইছে এতিয়া।"

"হোঁ।" বুলি কল্পনাই বিচনাতে বাগৰ সলালে।

"সৌ চকীখন আনি ওচৰলৈ আহক, লাহে লাহে কওঁ বাৰু, আপোনাক কব লগা কিছু কথা আছে।"

কল্পনা নিজৰ বিচনাৰপৰা উঠি আহিল। টেবুলৰ কাষৰপৰা চকী এখন লাহেকৈ তুলি আনি অজিতৰ বিচনাৰ কাষত বহি পৰিল। অজিতে আঁঠুৰাৰ ভিতৰৰপৰা মূৰটো উলিয়াই কলে—"ভাবিছিলোঁ বিয়া কৰিব লগা হলে প্ৰেমত পৰি বিয়া কৰোৱাই ভাল হব। কিন্তু প্ৰেমত পৰিব খুজি বৈ গলোঁ—মোৰ ভুল হৈছিল।"

"কোন তেওঁ? কাৰ প্ৰেমত পৰিব খুজিছিল ?" অলপ অস্থিৰভাৱে কল্পনাই সুধিলে।

কল্পনাৰ অস্থিৰতা অজিতৰ চকুত পৰিছিল। তথাপি অজিতে উত্তৰ দিলে লাহে লাহে শান্তভাৱে, ভাবত অভিভূত হৈ। "নাম নজনা প্ৰিয়া মোৰ বিস্তৃত হৈ আছিল আকাশৰ নীলিমাৰ স'তে, পুৱাৰ অৰুণিমা হৈ মিলি আছিল পৃথিৱীৰ বং আৰু সুৰভিৰ লগত। কিন্তু সেয়া মোৰ অবাস্তৱ কল্পনা—মোৰ ভুল হৈছিল। আপোনাক মই বন্ধু বুলি ভাবোঁ, আপোনাৰপৰা মই মোৰ কোনো কথাই গোপন কৰিব নেপায়। সেয়ে আজি পুৱাতে শান্তিনিকেতনত আপোনাক কৈছিলোঁ—কিবাকিবি কম বুলি।"



"কিন্তু মই একো ধৰিব পৰা নাই।"

"বিমলে আপোনাক বুজাই কব। ৰাতি হ'ল শুই থাকক গৈ বাওক।"

"এৰা, ৰাতি বহুতো হ'ল।" মহানগৰীৰ ব্যস্ত কেন্দ্ৰবোৰ যেন গভীৰ নীৰৱতাই আৱৰি ধৰিছে। ৰয়েল হোটেলৰ কোঠালিবোৰত এতিয়া কোনো শব্দ নাই। হোটেলৰ অতিথিসকল সকলো নিঃপালি দি শুইছে। কিন্তু অজিতৰ নিৰ্দ্দেশমতে কল্পনা শুবলৈ উঠি নগ'ল। তললৈ মূৰকৈ নীৰৱে বহি থাকিল। দুই হাতেৰে কল্পনাই নিজৰ মুখ ঢাকি ধৰা দেখি অজিতে অলপ জুপি চাই আচৰিত হ'ল—কল্পনাই উচুপিবলৈ উপক্ৰম কৰিছে।

"কি হৈছে আপোনাৰ ?" অজিতৰ কথাত কল্পনাই উচুপিবলৈ ধৰিলে। অজিত বিমোৰত পৰি বিচনাৰপৰা নামি আহিল। কল্পনাৰ কাষত থিয় হৈ অজিতে আকৌ সুধিলে—"কি হৈছে কওক, মোৰ কথাত কিবা আঘাত পালে নেকি ?"

"নাই, নাই, আপোনাৰ কথাত একো আঘাত পোৱা নাই—" বুলি কল্পনাই বেছিকৈ উচুপিবলৈ ধৰিলে।

অজিতে বিমূঢ় হৈ কল্পনাৰ হাত দুখন মুখৰপৰা আঁতৰাবলৈ চেষ্টা কৰি কলে—"তেন্তে এনেদৰে কান্দিছে কিয় ? মানুহে কি বুলিব ?"

কল্পনাই অজিতৰ হাতখন নিজৰ দুই হাতৰ মাজত সুমুৱাই কিছুসময় বৈ থাকিল। অজিতে কল্পনাৰ চুলিৰ ওপৰত আনখন হাত বুলাই সুধিলে—"হঠাতে আপোনাৰ কি হ'ল মই একো বুজা নাই।"

"মোৰো ভুল হৈছিল—" বুলি কৈ অলপ শান্ত হৈ থকা কল্পনাই আকৌ উচুপিবলৈ ধৰিলে। অজিতে এইবাৰ কল্পনাক শান্ত কৰিবৰ মনেৰে লাহে লাহে চকীখনৰপৰা তুলি নি নিজৰ বিচনাখনত বহুৱালে আৰু নিজেও কাষত বহি যিমানেই কল্পনাক শাত পেলাবলৈ বিচাৰিলে সিমানেই কল্পনা অজিতৰ বুকুৰ মাজলৈ সোমাই গ'ল। কল্পনাৰ একোটি দীঘলীয়া নিশ্বাসৰ শব্দত অজিত সজাগ হৈ উঠিল। নীৰৱ নিশা, অপৰিচিত অকলশৰীয়া কোঠালিটোত্ত কল্পনাৰ এই সান্নিধ্যই অজিতক যেন বুজাই দিলে—কল্পনাৰ কি ভুল হৈছিল। মহানগৰীৰ গণ্ডগোলৰ কাৰণে কল্পনা অজিতৰ লগত থাকিব লগা হ'ল, কিন্তু আজিৰ এই অৱস্থাৰ কাৰণে অজিত প্ৰস্তুত নাছিল, সেয়ে অজিত বিচলিত হ'ল। তথাপি অজিতে কল্পনাৰ মূৰত হাত বুলাই বুলাই বিচনাখনত শুৱাই

দিলে আৰু নিজে কাষতে বহি থাকিল। কিছুসময়ৰ পিছত কল্পনাৰ টোপনি আহিল। কিন্তু টোপনিৰ মাজতো যে একোৱাৰ কল্পনাই উচুপি উঠিছে অজিতে তাক মন কৰিলে, লগে লগে কল্পনাৰ দেহৰ ওপৰেদি অজিতে চকু ফুৰাই গ'ল। অজিত কঁপি উঠিল। কল্পনাই জীৱনত প্ৰথমবাৰৰ কাৰণে এদিন অজিতৰ মনটো জোকাৰি দিছিল। এই কল্পনাৰ সংস্পৰ্শতে মনৰ এখন নতুন দেশত সোমাই নাম নজনা ফুলৰ গোন্ধ লৈ অজিত যেন আকুল হৈ ঘূৰি ফুৰিছিল। ভাবি ভাবি অজিত থিয় হ'ল, লাহে লাহে কোঠালিটোত ঘূৰিবলৈ ধৰিলে। খুপি খুপি খোজ কাঢ়োঁতে ভৰিৰ প্ৰতিটো শব্দত অজিত চমকি উঠিছিল। প্ৰতিটো খোজতে অজিতৰ চেতনাই নতুন সুৰ উপলব্ধি কৰিছিল। হাতৰ ঘড়ীটোলৈ চাই অজিতে দেখিলে প্ৰায় দুই বাজে—তেনেতে হোটেলৰ বাবাগুইদি দুজনমানে কথা পাতি আহি থকা যেন অজিতে গম পালে আৰু এজনে আহি অজিতৰ দুৱাৰত টকিয়ালে। সতৰ্ক আৰু সাৱধান হৈ অজিতে মাতিলে—"কোন?"

"মই, দুৱাৰ খোল।"

দুৱাৰ খুলি অজিতে বিমলক দেখি কলে—"আহিলি? কিবা অসুবিধাত—"

"তেনেকৈ একো হোৱা নাই, কিন্তু আহিবলৈকে একো সুবিধা নাই। কোনো টেক্সিৱালা আহিব নোখোজে। শেষত যেনিবা এখন পোৱা গ'ল।"

হোটেলৰ মেনেজাৰ বাহিৰৰপৰাই গ'লগৈ। বিমলে দুৱাৰখন বন্ধ কৰি লৈ কোঠালিটোৰ আন আন বস্তুৰ মাজৰপৰা নিজৰ বেগটো বিচাৰি আনিলে পিন্ধা কাপোৰ এযোৰ উলিয়াবলৈ।

"তইঁত শুইছিলি?" বেগটোৰপৰা কাপোৰযোৰ উলিয়াই বিমলে সুধিলে।

"অঁ।" অন্যমনস্ক হৈ অজিতে উত্তৰ দিলে।

"কল্পনাৰ টোপনি আহিল?"

"অঁ। তেওঁক আজি ৰাখিব লগা হ'ল।"

"ভালেই কৰিলি। মই মেনেজাৰৰ মুখত সকলো শুনিছোঁ।"

"কালিলৈ থৈ অহাৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব।"

"হব দে কিবা এটা। এতিয়া শোওঁগৈ, ব'ল।" কাপোৰযোৰ সলাই লৈ বিমলে কলে।

"খোৱা-বোৱা?"



"খাই আহিছোঁ।" বিমল বিচনাত উঠিল। আঁঠুৱাখন পেলাবলৈ ওলাই বিমলে আকৌ কলে—"তই হবলা আঁঠুৱাখন নতৰাকৈ শুই আছিলি?"

"অঁ।"

"কল্পনাই আজি এইৰূপ তদাৰকিও কৰিব নোৱাৰিলে?"

অজিতে উত্তৰত একো মাতিব নোৱাৰিলে। বিমলৰ আঁঠুৱাখন লগাই লোৱা হ'লত অজিতে লাইটৰ চুইচটো টিপি লাহেকৈ বিমলৰ বিচনাত উঠি পৰিল।

## ॥ ঊঁনৈশ ॥

সিদিনা তেজপুৰৰ বামুণী পাহাৰ, ভোমোৰাগুৰি আদি দুখনমান ইতিহাস প্ৰসিদ্ধ ঠাই বস্তিক দেখুৱাই ৰমেনহঁতে শইকীয়া চুবুৰিৰ পুৰণি মাটিডৰাৰ কাষত গাড়ী ৰখালেহি। আলিটোৰ কাষৰেপৰা বিস্তৃত পথাৰখনৰ দিগন্তলৈকে যেন শেষ নাই। বেলি তেতিয়া লহিয়াইছিল। ঠাইখিনিত এক গভীৰ নীৰৱতা বিৰাজি আছিল। কাৰণ যিসকল খেতিয়কে কপালৰ ঘাম পেলাই সেউজী ধানেৰে এইখন পথাৰ সজীৱ কৰি তুলিছে, তেওঁলোকক এতিয়া ইয়াত বেছিকৈ দেখিবলৈ পোৱা নাযায়। খেতিয়কসকলৰ ধান-খেতিৰ কাম কিছুদিনলৈ শেষ হৈছে, সেইবুলিয়েই জানো তেওঁলোকৰ জিৰণি আছে। দুবেলা দুসন্ধ্যা খাবলৈ গোহালিত গৰু-গাই চোৱাৰেপৰা বাৰীৰ বাঁহ-কাঠ কটালৈকে কতবোৰ কামত তেওঁলোকে ব্যস্ত থাকিব লাগে। অৱশ্যে গাঁৱৰ দুই-এজন বৃদ্ধলোকে তেতিয়া আলিৰ কাষত বহি জীৱনৰ নিতান্ত সৰু-সুৰা ইটো-সিটো কথা পাতি সময় কটাইছিল। তেওঁলোকক দেখিলে ভাব হয় যেন এক অবাধ মুক্তি আকাশ আৰু পৃথিৱী জোৰা শান্তিৰ শীতল ছায়াৰ লগত মিলি গৈছে। বস্তি, ইলা, ৰমেন আৰু অণিমা আটাইকেইজনেই গাড়ীৰপৰা নামিল। আলিৰ কাষৰ পনীয়লজোপাৰ তলত বহুদিনীয়া শিল এচটা আছিল, ৰমেন আৰু অণিমা শিলটোৰ ওপৰতে বহিল। বস্তি আৰু ইলা অলপ দূৰত থিয় হ'লগৈ।

বস্তিয়ে ৰ লাগি পথাৰলৈ চালে। চাৰিওফালে ধানগছবোৰ নহপহকৈ বাঢ়ি আহিছে। বস্তিৰ প্ৰাণ আনন্দেৰে ভৰি পৰিল। কিন্তু অলপ-পৰৰ পিছতে এজাক বগলী আকাশেদি উৰি যোৱা দেখি বস্তি ক্ৰমাত উদাসী হৈ উঠিল।

"সৌ বহু দূৰলৈকে এইখন পথাৰ আমাৰ আছিল, জানা বস্তি বাইদেউ!" দূৰলৈ আঙুলিয়াই ইলাই বস্তিক কলে।

"এতিয়া কাৰ?" বস্তিয়ে অলপ অন্যমনস্ক হৈ সুধিলে।

"ভাগ ভাগকৈ কেবাজনো ডাঙৰ ব্যৱসায়ীয়ে দেউতাৰপৰা কিনি ললে। বালিপাৰা বাগিচাখন কিনিবৰ সময়ত দেউতাৰ বহুখিনি টকাৰ প্ৰয়োজন হ'ল।"

"অঁ, অঁ, বৰদেউতাই কলিকতাত আমাৰ দেউতাক তেনেকুৱা কিবা এটা কৈছিল হয়।" বস্তিয়ে কলে।

"কি কৈছিল—" বুলি ৰমেনে আহি দুয়োৰো মাজত থিয় হ'লহি।

"মাটি বেচাৰ কথাটো যে দেউতাক সুধিব নোৱাৰিলে।"

"এৰা, এই মাটিত খুৰাৰো অংশ আছিল। অৱশ্যে ৰাগিচাৰ অংশ পাব খুৰাই।" ৰমেনে অলপ গম্ভীৰভাৱে কলে।

"বস্তি বাইদেউ, বাগিচাৰ আধা অংশ কিন্তু তোমাৰ। আধা হে মোৰ আৰু দাদাৰ। আমাৰ ভিতৰত এতিয়া তুমিয়েই প্ৰবল, কি কোৱা নবৌ!" বুলি ইলাই হাঁহি হাঁহি নবৌৱেকৰ মুখলৈ চালে। লগতে অণিমায়ো হাঁহিলে।

"ইলাই যে কি কোৱা!"—বুলি বস্তিয়ে পনীয়লজোপাৰ ওপৰলৈ চালে।

"গছজোপা হে আছে। পনীয়ল নাই। ব'লা যাওঁগৈ।" বুলি ৰমেনে গাড়ীত উঠিলগৈ। আটাইকেইজনীয়ে হাঁহি-ধেমালি কৰি ৰমেনৰ পাছে পাছে গ'ল।

আজি কেইদিনমানৰপৰা এনেধৰণৰ ৰং-ধেমালিৰ মাজতে বস্তিৰ সময় কাটিছে। পদ্মাৱতীৰ ব্যৱহাৰ যিমানেই কঠোৰ নহওক লাগে বস্তিয়ে এক নতুন আনন্দৰ মাজত সকলো কষ্ট পাহৰি যাবলৈ চেষ্টা কৰিছে। অসমৰ ঐতিহ্য আৰু শোণিতপুৰৰ ইতিহাসে বস্তিৰ মন মুগ্ধ কৰি পেলাইছে। এই অসম তাইৰ অতি আপোন বুলি ভাবি তাই মনটো মুক্ত কৰি দিবলৈ চেষ্টা কৰিছে। তাতে সিদিনা অণিমায়ো কৈছিল—'আইতাৰ স্বভাৱেই তেনে। ডেকা-কালত বৰ কষ্ট পালেতো। জীয়ৰী-কালতে বিধৱা হোৱাৰ পিছত শহুৰেকৰ ঘৰত জীয়াতু খাই আমাৰ এইখন ঘৰলৈ বোলে আকৌ থাকিবলৈ



আহিছিল—ককাদেউতাই থাকিবলৈতো নিদিলে। তাৰে হে হোৰ তুলিছে যেন পাওঁ আমাৰ ওপৰত এতিয়া।' পদ্মাৱতীৰ জীৱনৰ সেইছোৱা কাহিনী জানিব পাৰি বস্তিৰো বৰ বেয়া লাগিল।

কিন্তু দুদিনমানৰ ভিতৰতে বস্তিয়ে মন কৰিছে ঘৰখনত কিবা এটা হৈছে। বত্ৰ বৰুৱাই বস্তিক দেখিলেও নেদেখাৰ ভাও জোৰে। ইলা আৰু অণিমাৰ ব্যৱহাৰতো বহুখিনি তাৰতম্য ঘটিছে। ইলা হঠাতে বস্তিৰ প্ৰতি ইমান কৰ্কশ হৈ উঠিল কিয়?

আজিও পদ্মাৱতীৰ শোৱনি-কোঠাত হাঁহিৰ কিৰীলি উঠিছে। এইমাত্ৰ নাতুৰামে বত্ৰ বৰুৱাক বিভূতিৰ উইল সম্বন্ধে এটা নতুন পৰামৰ্শ আগবঢ়াই উলাহতে ভিতৰ সোমাই আহিছিল পদ্মাৱতীক লগ পাবৰ মনেৰে। নাতুৰামে থমকি ৰৈ পদ্মাৱতীৰ কোঠালিলৈ জুপি চালে। বুঢ়ীয়ে ইলা আৰু অণিমাৰ লগত ৰগৰ কৰিছে। কিহৰ বা ৰগৰ? নাতুৰামে হাঁহি এটি মাৰি মূৰ খজুৱাই খজুৱাই অন্য ফালে গ'লগৈ।

পদ্মাৱতীয়ে বত্ৰ বৰুৱাক বস্তিৰ বিষয়ে কাকো একো নকওঁ বুলি কথা দিছিল যদিও এতিয়া ইকাণ-সিকাণকৈ ওচৰ-চুবুৰীয়া শইকীয়ানীহঁতে বস্তি বিভূতিৰ নিজৰ ছোৱালী নহয় বুলি জানিব পাৰিছে। সেয়ে ঘৰৰ দহোবন কাটি কৰি থৈ শইকীয়ানীয়ে অসময়ত পদ্মাৱতীৰ লগত কথা-বতৰা পাতি মনৰ খু-দুৱনি মাৰিবলৈ আহিছে। ইলা আৰু অণিমায়ো আজি আনন্দমনে তেওঁলোকৰ কথোপকথনত যোগ দিছে। অণিমাৰ প্ৰতি পদ্মাৱতীৰ বিৰূপ ভাব কেইদিন-মানৰ ভিতৰতে বহুখিনি কমি গৈছে। এতিয়া আকৌ উঠোঁতে-বহোঁতে নানা দিহা-পৰামৰ্শ দি বুঢ়ীয়ে কেইবাদিনৰপৰা অণিমাক সতৰ্ক কৰি হে আছে।

"বোৱাৰী, তই লৰাটোৰ ওপৰত চকু ৰাখিবি মোৰ আই। তাৰ যিহে লুতুৰা স্বভাৱ, তাইলৈকো মন মেলিব আকৌ।" তামোলৰ বটাটোৰ ওপৰত চূণৰ টেমাটো গত লগাই থৈ পদ্মাৱতীয়ে আজিও একেটা কথাকে কলে।

"চিকৌ!" বুলি শইকীয়ানীয়ে নাক কোঁচাই বটাটো গাৰ ফালে আগবঢ়াই আনি বুঢ়া তামোল এটা চকলিয়াবলৈ ধৰিলে।

"আইতাৰো কথা!" বুলি ইলা হাঁহি হাঁহি বাগৰি পৰিল। অণিমায়ো ইলাৰ লগতে হাঁহিলে যদিও ভিতৰে ভিতৰে বুঢ়ীৰ কথাৰ সত্যতা গমি নোচোৱা নহয়।

"সেই বেমাৰী লৰাটোৰ কোঠাত তাই দিনৰ দিনটো কি কৰে ? তাকো এতিয়া বলিয়া কৰিব।" বুঢ়ীৰ কথা শুনি আকৌ হাঁহিৰ জাউৰি উঠে। বন্তিয়ে ধনৰ কোঠালিৰপৰা ইলাৰ হাঁহিৰ শব্দ শুনিবলৈ পালে। সেই হাঁহিত যোগ দিবলৈ আগবাঢ়ি আহি পদ্মাৱতীক দেখিলত বন্তি ৰৈ গ'ল দুৱাৰ-মুখতে আৰু দুৱাৰ-মুখৰপৰা বন্তিয়ে স্পষ্ট শুনিবলৈ পালে অনিমাই কোৱা—"বন্তিক যিমান অজলা বুলি ভাবিছিলোঁ সিমান অজলা নহয় দেই।"

"হেঁ, অজলা ? ক'ৰ বা আছিল মাক-বাপেক, কোন সাতঘাটৰ পানী খোৱা !" পদ্মাৱতীয়ে কলে।

"ইলা সেইদিনা দেখা নাছিলা, তুমি বাগিচাৰ কথা কওঁতে বন্তিয়ে কেনেকুৱা কৰিছিল।" অনিমাই ইলালৈ চাই কলে।

"অঁ, পাই।" ইলাই শলাগিলে।

"ঈস্, বাগিচাৰ অংশ লাগে ? নালাগে কি ? কুলী-মালীৰ লগত বন্তুই দেহা মাৰিলে। বিভূতিক ওপৰতে লাগে এতিয়া, যদি লাগিছিলেই সা-সম্পত্তি তেনেহলে ইমানদিনে বুৰ মাৰি আছিল কিয় ?" পদ্মাৱতীয়ে কলে।

"আমাৰ আইতাই কিন্তু মানুহ চিনি পায়।" অনিমাই লাহে লাহে কলে।

"তুমি হে এনেয়ে আইতাৰ কথাত দুখ কৰা। আইতাই মোৰ আগত যিবোৰ কথা কৈছিল, সেইবোৰ এতিয়া এটা এটাকৈ সকলোবোৰ সত্য হবলৈ ধৰিছে।" ইলাই কলে।

"নেপাব নে চিনি। মানুহ চিনি চিনিয়েই বুঢ়া হ'লহি।" এইবাৰ শইকীয়ানীয়ে মাত লগালে।

"ন-বোৱাৰী, অজিত বোপালৈ তই যিহকে-তিহকে নিলিখিবি। সিহঁত হেজাৰ হলেও পুৰুষ। ধুনীয়া ছোৱালী দেখিলে সিহঁতে সহজে ভোল যায়।" পদ্মাৱতীয়ে কলে।

"আমাৰ ককাইদেউ তেনেকুৱা নহয়। ককাইদেউ অহাৰ আগে আগে দেউতাই বন্তিক গুৱাহাটীত থৈ আহিলেই হয় দেখোঁ।" অনিমাই কলে।

"তাতকৈ একেবাৰে কলিকতালৈকে আকৌ পঠাই দিলে সকলো লেঠা ছিগে।" ইলাই কলে।

"ইমান ডাঙৰ মিছা কথা এটা ইমান সহজে ঢাকিব পাৰিছে যেতিয়া পিছত



ঘৰৰ ভিতৰত সোমাই আৰু বা কি কৰে!" অনিমাৰ ভৱিষ্যৎ ইঙ্গিত শুনি পদ্মাৱতীয়ে গোৰগোৰাই কলে।

"বন্তুই আনিছেগৈ যেনেকৈ পোহক তেনেকৈ কালসাপ এতিয়া।"

বন্তি আৰু ৰব নোৱাৰিলে। ক'ৰবাত গৈ মুখ লুকুৱাবলৈ চেষ্টা কৰিলে। ধাৰাসাৰে বৈ অহা চকুপানী মচি মচি বন্তি ইলাৰ কোঠালিলৈ বেগা-বেগিকৈ সোমাই গ'ল, নিজৰ বিচনাখনত মূৰ গুজি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। গোটেই আবেলিটো কেনেকৈ কাটি গ'ল বন্তিয়ে তাৰপিছত আৰু একো কব নোৱাৰিলে। সন্ধিয়া সময়ত এবাৰ বন্তিয়ে ভাবিলে কালিলৈ বাগিচালৈ যোৱাৰ কথা, কিন্তু ইলা আৰু অনিমাৰ লগত কি সতে বন্তি বাগিচালৈ যাব ! আৰু নগলে ইয়াতেই বা থাকিব কেনেকৈ—পদ্মাৱতীয়ে সুখেৰে এৰিব নে ? উপায়বিহীন হ'ল বন্তি। ৰাতিলৈকে বন্তি তেনেকৈয়ে পৰি থাকিল। ইলা আৰু অনিমাই ভাত খাবৰ পৰত বন্তিক মাতিছিলহি। কিন্তু বন্তিয়ে যাবৰ মন নকৰিলে।

"ভাল নগৰত জগৰ লাগিল।"—বুলি পদ্মাৱতীয়ে কিছুসময় বন্তিৰ কোঠালিত ছট্‌ফটাই ফুৰি ওলাই গ'ল। যাওঁতে কৈ গ'ল—"আহ, আহ তইঁতে ভাত খাই লহি। তেখেত ৰোহ-ঘৰত পৰিছে, কোনে ৰোহ ভাঙে ভাঙকহি।" পদ্মাৱতীৰ পাছে পাছে বৌৱেক-নন্দেক হাঁহি-খিকিন্দালি কৰি ৰান্ধনি-ঘৰলৈ বুলি খোজ ললে।

অলপ আগতে ৰমেনে ভাত খাই উঠি তামোল চোবাই বাৰাণ্ডাতে বহি আছিল। বন্তি ভাত খাবলৈ নোযোৱা দেখি ৰমেনে বন্তিক মাতিলেহি। ৰমেনক দেখি বন্তি উঠি বহিল। বন্তিৰ কাষতে বহি ৰমেনে কলে—"ব'লা বন্তি ভাত খোৱাগৈ।"

"নাখাওঁ দাদা, আজি গাটো ভাল লগা নাই। আপোনালোকে খাওকগৈ যাওক।"

"জ্বৰ উঠিছে নেকি ?"—বুলি ৰমেনে বন্তিৰ কপালত হাত দিলে। তাৰপিছত বন্তিৰ পিঠিত হাত বুলাই মৰম কৰিলে। বন্তিয়ে এন্ধাৰৰ মাজত যেন অকণমান পোহৰ দেখিলে।

কিন্তু মুহূৰ্ত্ততে ই-কি ঘটিল ? এয়াতো মৰম নহয়, এয়া সহানুভূতি নহয়। ছিঃ ছিঃ এয়া পুৰুষৰ আক্ৰমণ, জঘন্য আক্ৰমণ নাৰীৰ ওপৰত ! দৈহিক শক্তিত

দুৰ্ব্বল হলেও নাৰীৰ অন্তৰত থাকে পুৰুষৰ এনে আক্ৰমণৰপৰা নিজক ৰক্ষা কৰাৰ এক শক্তিশালী প্ৰবৃত্তি। ৰমেন বৰুৱাৰ কঠিন দুবাহুৰ মাজৰপৰা মন আৰু দেহৰ সকলো শক্তি প্ৰয়োগ কৰি বস্তিয়ে নিজকে আঁজুৰি উলিয়াই আনিলে। কিন্তু ৰমেনৰ মুখৰ তামোলৰ পিকবোৰ বস্তিৰ গালে-মুখে কাপোৰ-কানিয়ে লাগিল। পুৰুষৰ কৰাল গ্ৰাসৰপৰা নিজকে ৰক্ষা কৰিবলৈ সমৰ্থ হ'ল যদিও এনে জঘন্যতাৰ প্ৰথম অভিজ্ঞতাত অজলা বস্তি চমকি উঠিল। বস্তিয়ে ভয় খালে, বৰকৈ ভয় খালে। গাৰ কাপোৰত পিকৰ দাগ দেখি ঘৃণাত বস্তিৰ মন উৱলি যাব খুজিলে, তথাপি বস্তি আজি যেন শক্তিৰূপা হৈ এটা চুকত থিয় দি থাকিল স্থিৰভাৱে, ৰমেনৰ ওপৰত এক কঠোৰ দৃষ্টি নিক্ষেপ কৰি। অসমৰ্থতাই ৰমেনৰ মুখত বিকৃত ৰূপ ধৰিলে। "তই খুৱাৰ তোলনীয়া জী হে" বুলি দাঁত-মুখ কামুৰি যেতিয়া ৰমেন লাহে লাহে কোঠালিটোৰপৰা ওলাই গ'ল—খং, অভিমান, ঘৃণা আৰু ভয়ত বস্তি কঁপিবলৈ ধৰিলে। ৰত্ন বৰুৱাইঁতৰ গোটেই ঘৰখনৰ প্ৰতি এতিয়া বস্তিৰ মনত ত্ৰাস আৰু বিভীষিকাৰ ভাব সোমাই পৰিছে। এই ঘৰখনৰপৰা কেনেকৈ পৰিত্ৰাণ পোৱা যায় তাৰ চিন্তাই বস্তিক জুৰুলা কৰিবলৈ ধৰিলে। লগে লগে গভীৰ বিষাদত বস্তিৰ কুমলীয়া মনটো গধুৰ হৈ উঠিল। কেনেকৈ জানিলে বাৰু ৰমেনইঁতে বস্তি বিভূতিৰ ছোৱালী নহয় বুলি? হলেই বা বস্তি তোলনীয়া ছোৱালী, তথাপি মানুহৰ মাজত জানো মানুহৰ ধৰ্ম্ম নাই? মানুহৰ ধৰ্ম্ম নষ্ট কৰি, ভাতৃৰ ধৰ্ম্ম নষ্ট কৰি ৰমেন কেনেকৈ পশুৰ শাৰীলৈ নামি গ'ল বাৰু? মানুহে মানুহৰ ধৰ্ম্ম ৰক্ষা নকৰিলে সমাজখন চলিব কেনেকৈ? এনেবোৰ চিন্তা বুকুত বান্ধি বস্তি আকৌ বিচনাখনত বহিলহি। খিৰিকীখনেদি আকাশলৈ চালে। তৰাবোৰলৈ চাই চাই বস্তিয়ে কুসুম আৰু বিভূতিৰ কথা মনত পেলাবলৈ ধৰিলে আৰু লাহে লাহে মনটো কঠোৰ কৰিবলৈ চেষ্টা কৰি বস্তি আকৌ শুই পৰিল।



## ॥ বিশ ॥

...বালিপাৰা বাগিচালৈ আহিও বস্তিয়ে মুকলিমনে কাৰো লগত কথা পাতিব পৰা নাই। বাগিচালৈ অহাৰ আগে আগে তেজপুৰৰ ঘৰত ঘৃণা আৰু সন্দেহৰ যি ক'লা ডাৱৰে বস্তিৰ মন আৱৰি ধৰিছিল, সেই ডাৱৰ এতিয়াও সম্পূৰ্ণ আঁতৰি যোৱা নাই। নহলে চাহ-বাগিচাৰ সৌন্দৰ্য্য আৰু শান্তিয়ে বস্তিক বহুখিনি আনন্দ দিব পাৰিলেহেঁতেন। এই সৰু বাগিচাখনৰ একাষে মূৰত এটা টিলাৰ ওপৰত ৰত্ন বৰুৱাৰ ধুনীয়া ঘৰটো। আগতে চাহাব থাকি যোৱা বঙলা সেইটো। আগফালৰ চোতালখনৰ সেউজীয়া ঘাঁহনিডৰা সমান আৰু মিহিকৈ কটা। চাৰিওফালে কাষে কাষে একোজোপা জোপোহা ফুল—বিবিধ ৰঙৰ চৰাই আহি ফুলৰ জোপোহাত পৰিছেহি—খন্তেক থাকি আকৌ উৰা মাৰি গুচি গৈছে। মহানগৰীত বনৰ চৰাই ইমানবোৰ একেলগে দেখিবলৈ নাই। আগৰ ফালৰ বাৰাণ্ডাত বহি বস্তিয়ে এইবোৰকে চাই আছিল। এইখন বাৰাণ্ডাত বহিলে দেখা যায় দূৰত শাৰী শাৰী চাহগছ। চাহগছৰ মাজে মাজে একোডাল সোণাৰু আৰু কৃষ্ণচূড়াই আকাশলৈ খিয়াই আছে। চাহনিৰ পাৰে পাৰে 'কুলীৰ লাইন'। সেই লাইনতে আছে বৈশাখীইঁতৰ সৰু ঘৰটোও। ওচৰৰ টিঙৰ চালিৰে ঘৰটো বোধা চকীদাৰৰ। বস্তি বহি থকা চকীখনত বাঁও-হাতেৰে ধৰি থাকি সোঁ-হাতেৰে বৈশাখীয়ে আঙুলিয়াই দেখুৱালে—"সৌৱা যে দেখিছ, দূৰত এডাল পিপল গছ, তাৰ তলতে সেয়া আমাৰ ঘৰ।"

"পিপল গছ কি?"

"পিপলগছ নাজান? পকা পকা যে ফল লাগে? মইনা চৰায়ে খায়?"

"তোমালোকৰ মইনা চৰাই আছে নেকি?"

"আছেতো, যি সুন্দৰ কথা কয়।"

"কি কয়?"

"বৈশাখী উঠ, উঠ। কামলৈ যা।"

"কথা কবলৈ তাক কোনে শিকালে?"

"শুনি শুনি শিকে, ঘৰত তেনেকৈ কোৱা শুনেতো?"

"তুমি সদায় ইয়াত কাম কৰিবলৈ আহা?"

"ক'ত সদায় আহোঁ, এতিয়া তইঁত আহিছ কাৰণে চকীদাৰে মোক ইয়ালৈ আহিবলৈ কৈছে। নহলে আমাৰ কাম কল-ঘৰৰ ভিতৰত।"

"কি কাম কৰা কল-ঘৰত ?"

"চাহপাত জাৰোঁ। কেঁচা চাহপাত কেতিয়াবা চালনীত মেলি দিওঁ শুকাবলৈ, বাকচত চাহপাত ভৰাওঁ।"

"চাহনিত চাহপাত নোতোলা ?"

"সেই কামত আন আন মাইকী যায়। মই নাযাওঁ।"

"কিয় ?"

"কষ্টৰ কামতো। পিঠিত মস্ত টুকুৰী বান্ধি ঘামত চাহপাত তুলিব লাগে। সোণাৰু গছবোৰত যিমান ডাঙৰ ডাঙৰ বিছা থাকে। এদিন গলেই বিছাৰ নোম লাগি মোৰ গা ৰঙা পৰি যায়। পাত তোলা কামত মোক পঠাবলৈ বুঢ়াদেউতাই চকীদাৰক মানা কৰি দিছে।"

"বৰদেউতাই তেন্তে তোমাক খুব মৰম কৰে নহয় ?"

"অঁ" বুলি বৈশাখীয়ে অলপ লাজ কৰিলে। বস্তিয়ে বৈশাখীৰ লাজৰ ভাৱ ধৰিব নোৱাৰিলে। অলপ ৰৈ তলমূৰৈ বৈশাখীয়ে আকৌ কলে—"বুঢ়াদেউতাই মোক মৰম কৰে হয় কিন্তু সৰু দেউতাই—"

"নকৰে ?"

"নহয় কৰে, কিন্তু মোৰ লগত খুব চুপতি কৰে অ' ?"

"কি চুপতি ?"

"চুপ, চুপ। আইদেৱে শুনিব! ন-আইদেউৰ লগত আজি সৰু দেউতাৰ পুৱাতে দন লাগিছে। মই নিজ কাণে শুনিছোঁ, আইদেৱে মোৰ নাম কৈছে ভাই। কিন্তু আইদেউৰ কোনো দোষ নাই। সঁচাকৈয়ে সৰু দেউতাৰ স্বভাৱ ভাল নহয়।"—বুলি বস্তিৰ কাণৰ ওচৰলৈ আহি বৈশাখীয়ে দুই-এটা কথা ফুচফুচাই কলত বস্তিয়েও সৰু মাতেৰে কলে—"ময়ো জানো ভাই সেই কথা। দাদাৰ স্বভাৱ ভাল নহয়তো ?" কথাষাৰ কৈ বস্তিয়ে বৈশাখীৰ হাতখনত খামোচ মাৰি ধৰিলে। বস্তিৰ মনটো বহুখিনি ফৰকাল হৈ গ'ল। যিষাৰ কথা এইকেইদিন গুপুতে ৰাখি বস্তিয়ে অশান্তি পাই আছিল, যিষাৰ কথা মন খুলি কাৰোবাৰ আগত কবলৈকে সাহ নকৰিছিল, কোনোবাই জানে বুলি লাজ কৰিছিল, সেইষাৰ কথা ইমান সহজে কৈ পেলাবলৈ তাইধ দৰে ভুক্তভোগী আৰু



এজনী ছোৱালী পোৱাত বস্তিৰ মনটো নতুন উলাহেৰে ভৰি পৰিল। বস্তিয়ে দূৰলৈ চালে—সুদূৰত উধাও পৰ্ব্বতমালা, সমুখত বহুদূৰলৈকে মুকলি ঠাই, তলত সেউজীয়া উঠা-নমা টিলাবোৰ, কাষে কাষে দুই-এজোপা আম-আঁহতৰ গছ। বস্তিৰ মন গ'ল প্ৰথম আজি বৈশাখীৰ লগত তলৰ সেই সেউজীয়া আলিয়েদি খোজকাঢ়ি ফুৰিবলৈ।

"ব'লা বৈশাখী। আমি সেই আলিটোৰেদি ফুৰি আহোঁগৈ।"

"ব'ল ব'ল, এতিয়া মোৰ একো কাম নাই। আইদেউইঁত শুইছে। তোক কুলীবিলাকে চাবলৈ খুব হেপাহ কৰিছে নহয় ?" দুয়ো হাতত ধৰাধৰিকৈ কম্পাউণ্ডৰ বাহিৰ হৈ গ'ল। নিৰ্জন দুপৰীয়া লুংলুঙীয়া বাটটোৰেদি গৈ থাকোঁতে বৈশাখীয়েই প্ৰথমতে মাত লগালে—"ক এতিয়া সৰু দেউতাই কি কৰিছিল।"

"নেলাগে শুনিব সেইবোৰ বেয়া কথা। আজি বৰদেউতা আহিব, কালিলৈ মই গুৱাহাটীলৈ যামগৈ। আজি ৰাতিটো বৈশাখী আমাৰ লগত থাকাচোন।"

"নাই নাই, নাথাকোঁ ভাই।" বৈশাখীয়ে টপৰাই উত্তৰ দিলে।

"কিয় ?"

"মোৰ বৰ ভয় লাগে সৰুদেউতালৈ।"

"আমি দুজনী একেলগে থাকিম। একেলগে থাকিলে তেওঁ আমালৈ ভয় কৰিব।"

বস্তিৰ কথা শুনি বৈশাখীয়ে হাঁহিলে। বস্তিৰ মৰম লাগিলত বৈশাখীয়ে কলে—"থাকিম দে বাৰু।" বৈশাখীকো বস্তিৰ বৰ আপোন যেন লাগিল। দুয়ো আপোনভাৱে আগবাঢ়ি গ'ল। চাহবাগানৰ মাজে মাজে অকোৰা-পকোৰা বাট, উঠা-নমা ঠাইবোৰ। অলপ বাট গৈ দূৰত এটা পকাঘৰ দেখিলত বস্তিয়ে সুধিলে—"সৌটো কি ঘৰ ?"

"হস্পিটল। বেমাৰ লাগিলে আমাৰ কুলীবিলাকক ইয়াতে ৰাখি দিয়ে। মোৰ বাইদেউ তাতে আছে এতিয়া।"

"কি হৈছে বাইদেৱেৰাৰ ?"

"বেমাৰ তেনেকৈ একো নাই, তিনি-মহীয়া কেঁচুৱা এটা হে নষ্ট হ'ল।"

উচাপ খাই বস্তিয়ে সুধিলে—"আৰু ল'ৰা-ছোৱালী আছে নে নাই ?"

"নাই। হব ক'ৰপৰা? চাদি হোৱা নাই নহয়?"

"তেন্তে?"

"সেই কাৰণেতো কুলীবিলাকৰ মাজত বৰ হল্লা হৈছিল, শুনা নাই?"

"বুঢ়াদেউতা আহিছিল নহয় চব মিটমাট কৰিবলৈ। শৰ্ম্মা মাষ্টৰৰ চাকৰি গ'ল। বাউদেউকো কিবাকিবি পুলিচে সুধিছিল। মোৰ কিন্তু পুলিচলৈ বৰ ভয় লাগে। চব গোলমাল সেই শৰ্ম্মা মাষ্টৰে হে লগালে। আমাৰ কুলীবিলাক কিন্তু তেনেকুৱা নহয়।"

"কেনেকুৱা?"

"কোনোবা ছোৱালীৰ লগত কিবা গোলমাল কৰিলে আমাৰ কুলীবিলাকে চাদি কৰি লয়। বাবুবিলাকে কুলী ছোৱালীৰ লগত ফুৰ্ত্তি হে কৰে। চাদি কৰিবলৈ ভয় কৰে। কিন্তু এতিয়া কুলীবিলাকো হুচিয়াৰ হৈ গৈছে। আমাৰ নিচিনা যোৱান ছোৱালীৰ লগত এনেয়ে ফুৰ্ত্তি কৰিলে কুলীয়ে আজিকালি বাবুইতক সুদায়ে নেৰে।" বৈশাখীৰ কালে বন্তিয়ে ৰ লাগি চালে, বৈশাখীৰ মুখখন তেতিয়া উজলি উঠিছে।

"কি চাইছ?"

"তুমি বৰ সুন্দৰ।"

"মোকতো বহুতেই ইলা বাইদেউৰ নিচিনা বুলি কয়।" তাৰপিছত বৈশাখীয়ে জগৎ জিনা হাঁহি এটি মাৰি কলে—"জান, বন্তি বাইদেউ তোৰ বহিন লাগোঁ মই। মই বুঢ়াদেউতাৰ নিজা ছোৱালী জান?"

"সেইবিলাক মই কেনেকৈ জানিম?" কথাটো ভালকৈ বুজি নেপাই বন্তিয়ে কলে।

"কুলীবিলাকে চবেই জানে। মোৰ জন্মৰ লগে লগেই মাই মৰি গ'ল।"

কথাখিনি কোৱাৰ লগে লগে বৈশাখীৰ হাঁহি থকা মুখখন ক্ৰমাত গহীন হৈ গ'লত বন্তিয়ে বৈশাখীক সাবটি ধৰি কলে—"কেনেকৈ, কিয় তোমাৰ মা ঢুকাল বৈশাখী?" সেই প্ৰশ্নৰ উত্তৰ বৈশাখীৰপৰা নাপালে যদিও বন্তিয়ে বুজি পালে সন্তান হলে কেতিয়াবা মাকৰ মৃত্যু হয়। এৰা, শান্তিও এদিন তেনেকুৱা কাৰণতে পৃথিৱীৰপৰা আঁতৰি গৈছিল।

ভাবত অভিভূত হৈ বৈশাখীয়ে আকৌ কবলৈ ধৰিলে—"তেতিয়াৰ দিন বেলেগ আছিল বন্তি বাইদেউ। কুলীবিলাকে বুঢ়াদেউতাক একো নকৰিলে।



পাটু বাইদেউৰো এনে হ'ল, কুলীয়ে এতিয়া ক'ত চাবিব? সৰুদেউতাৰ কথাবিলাকো বুঢ়া চকীদাৰে জানে। দেউতাহঁতৰ ইজ্জত আছেতো। সেই কাৰণেই একো কৰা নাই। কেতিয়াবা কিন্তু খুব হল্লা হব।"

এইখন নতুন দেশৰ নজনা কথাবোৰ জানি বন্তি আচৰিত হ'ল—বিভূতি বৰুৱাৰ মুখত শুনা ধুনীয়া চাহনিৰ মাজে মাজে অতবোৰ করুণ কাহিনী আছে বুলি বন্তিয়ে নাজানিছিল। কথা কৈ কৈ গৈ থাকোঁতে জোপোহা আমগছৰ ছাঁ পালত ৰাটৰ একাষত বৈশাখী বৈ গ'ল। কঁকালত এখন হাত থৈ আনখন হাতেৰে বন্তিৰ কান্ধতে ধৰি তাই সুধিলে—"কচোন বন্তি বাইদেউ, তই বাৰু কাক চাদি কৰিবি?"

"মই? মই পঢ়ি আছোঁ নহয়?"

"হোঁ। ইলা বাইদেৱোতো পঢ়ি আছিল। কিন্তু এতিয়া তাইৰ চাদি হব নাজান। ইলা বাইদেউৰ দৰা কিন্তু খুব সুন্দৰ।"

"তুমি দেখিছা?"

"দেখিছোঁতো। সৰুদেউতাৰ বিয়াত আহিছিল। কিন্তু বন্তি বাইদেউ, সেই দৰাৰ লগত তোমাক হে বেছি মানাব।"

"ধাঃ বৈশাখী" বুলি বন্তি অলপ আঁতৰি গ'ল। আকৌ অলপ ওচৰলৈ আহি বন্তিয়ে সুধিলে—"কোৱাচোন বৈশাখী, তুমিনো কাক চাদি কৰিবা?"

বন্তিৰ প্ৰশ্নত বৈশাখীয়ে মিচিকিয়াই হাঁহিলে, অলপ অলপ লাজো কৰিলে। তাৰপিছত আক্ষেপেৰে কোমল সুৰত লাহে লাহে কলে—"মই আকৌ কুলী ছোৱালী, মোক কোনে চাদি কৰিব?"

বন্তি আৰু বৈশাখীৰ মুখৰ উদ্ভাসিত হাঁহি চাৰিওফালে যেন বিয়পি গ'ল। এক অপূৰ্ব্ব উলাহত বন্তি আৰু বৈশাখী আপোন-পাহৰা হব খোজোঁতেই জোৰেৰে আগবাঢ়ি অহা জিপখনৰ শব্দই সিহঁতৰ দুয়োকো সচেতন কৰি দিলে। চকুৰ পচাৰতে জিপখন বৈশাখীহঁতৰ কাষত আহি ৰৈ গ'লহি। জিপৰ ভিতৰৰপৰা কোনোবাই মাতিলে—"কি অ' বৈশাখী? এই দুপৰীয়াখন ফুৰি ফুৰিছ? কাম-বন তোৰ নাই হবলা?"

"কিয় নাই? বন্তি বাইদেউক আমাৰ বাগান দেখুৱাইছোঁ।"

"হয় নেকি? কল-ঘৰ চোৱা হ'ল?"

"কল-ঘৰলৈ যাম এতিয়া।"

"উঠ তেন্তে মোৰ গাড়ীতে।"

"উঠোঁ দে ভালেই হ'ল। উঠ, বস্তি বাইদেউ উঠ।" বস্তিয়ে অচিনাকি মানুহজনৰ জিপুখনত উঠিবলৈ অলপ সঙ্কোচ কৰিলত বৈশাখীয়ে কলে—"এইখন আমাৰ বাগিচাৰ গাড়ী হে। এই সিং বাবুও আমাৰ কল-ঘৰত কাম কৰে। একো ভয় নাই, উঠ।" বৈশাখী আগে আগে উঠি বসন্ত সিঙৰ কাষত বহিলত বস্তি উঠোঁ-নুঠোঁকৈ জিপখনত উঠি বৈশাখীৰ একাষে বহিল।

সিঙে বস্তিলৈ লক্ষ্য কৰি সুধিলে, বাগিচালৈ অহা বস্তিৰ কিমান দিন হ'ল? বস্তিয়ে ইতস্ততঃ কৰাত সিঙে আকৌ সুধিলে—"মিচ বৰুৱা, আপুনি পঞ্জাবী বুজি নেপায়?"

"পাওঁ।" বস্তিয়ে কলে।

"এৰা, আপোনাৰ মা পঞ্জাবী বুলি শুনিছোঁ।"

"মোৰ মা অসমীয়া।"

বস্তিৰ গহীন উত্তৰত সিঙে ডিঙিটো আগবঢ়াই বস্তিৰ চকুৰে চকুৰে চাই আৰু কিবা এটা কব খোজোঁতেই বৈশাখীয়ে কলে—"বস্তি বাইদেউ বুঢ়া-দেউতাৰ ভাই-বেটী হে লাগে।"

"জানো দে মই। কিন্তু তাইৰ মা আমাৰ দেশৰ হয় কি নহয় সোধ।"

"তেন্তে?" বৈশাখীয়ে সমাধানৰ সুৰত সুধিলে।

"কি তেন্তে?" নুবুজাৰ ভাবত সিঙে কলে।

"তেন্তে চব ঠিক আছে, ব'ল এতিয়া যাওঁ।"

"ব'ল।"

সিঙৰ জিপ চলিল। একেবাৰে কল-ঘৰ নোপোৱালৈকে কোনেও আৰু বাটত একো নেমাতিলে। একাষে জিপ থমাই বসন্ত সিং যেতিয়া কল-ঘৰৰ ভিতৰলৈ দপ্‌দপাই সোমাই গ'ল, বৈশাখীয়ে বস্তিক ফুচফুচাই কলে—"বস্তি বাইদেউ, ইয়েই মোৰ দৰা। দেখিলি?"

"হয় নেকি? বৰ ভাল হব।"

"সি জানে মই বুঢ়াদেউতাৰ বেটী বুলি, কিন্তু সি মোৰ লগত ধেমালি কৰে কি বুলি জান? পঞ্জাবীৰ লগত বোলে অসমীয়া মানুহৰ চাদি নহয়।"

"কিয় নহব?"—বুলি বস্তিয়ে হাঁহিলে যদিও ভিতৰুফালটো বস্তিৰ গহীন হৈ আহিল বিভূতি আৰু কুসুমৰ কথা ভাবি। কল-ঘৰৰ দুৱাৰ-মুখত বোধা



চকীদাৰ থিয় হৈ আছে। কাষলতিৰ তলত লাঠীডাল লৈ হাতেৰে চুখা মোহাৰি মোহাৰি সি কলে—"বস্তি বাইদেউ, কল-ঘৰ চাবলৈ আহিলি?"

"অঁ।" বস্তিয়ে কলে।

"আহ, আহ।" বোধা চকীদাৰ আগবাঢ়িল। পাছে পাছে বস্তি আৰু বৈশাখী সোমাই গ'ল।

কল-ঘৰটো তেতিয়া চলি আছে। কল-ঘৰটোৰ ডাঙৰ ডাঙৰ চকাবোৰ ঘূৰিছে। বনুৱাসকলে কাম কৰিছে বিৰাট যন্ত্ৰ এটাৰ বিশেষ বিশেষ অঙ্গৰ দৰে। বোধা চকীদাৰ আৰু বসন্ত সিঙে বস্তিক বুজাই গ'ল চাহপাত তৈয়াৰ কৰাৰ প্ৰণালী। ইমানদিন বস্তি মহানগৰীত থাকিল—কিন্তু এনেকুৱা কল-ঘৰ বস্তিয়ে আগতে কাহানিও দেখা নাই। ডাঙৰ ডাঙৰ যন্ত্ৰবোৰ একমাত্ৰ বসন্ত সিঙৰ নিৰ্দ্দেশত চলিছে বুলি বস্তিৰ ভাব হ'ল। লগে লগে এটা ভয়ঙ্কৰ যন্ত্ৰ গাৰ ফালে আগবাঢ়ি অহা যেন বস্তিৰ অনুভৱ হ'ল। কল-ঘৰটোলৈ বস্তিৰ ভয় লাগিল, মূৰটো তাইৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে। বস্তি অৱশ হৈ পকাত বহি পৰিল। তাৰপিছত তাইৰ কি হ'ল তাই কব নোৱাৰিলে।

...যেতিয়া বস্তিয়ে চকু মেলি চালে—দেখিলে তাইৰ সুকোমল সোঁ-হাতখনত ধৰি ৰত্ন বৰুৱা ওচৰতে বহি আছে। কাষত বৈশাখী। কল-ঘৰৰ স্মৃতি বস্তিৰ মনলৈ আহিছে যদিও তাৰ ভয়ঙ্কৰ ৰূপ ক্ৰমাত অস্পষ্ট হৈ আহিছে। আৰু তাৰ পৰিৱৰ্ত্তে সেউজীয়া চাহনীৰ এখনি মনোৰম ছবি যেন স্পষ্ট হৈ উঠিছে বস্তিৰ আলফুলীয়া প্ৰাণত। অন্তৰৰ পবিত্ৰ মৰম ৰত্ন বৰুৱাৰ চকু দুটাতো তেতিয়া জিলিকিছে—সেই মৰমত নিৰ্ভৰ ৰাখি বস্তি টোপনি যাবলৈ চেষ্টা কৰিলে।

## ॥ এটৈকশ ॥

"সোণালীৰ চৰ কথাই বেছি। অকণমান কথা হলেই বাইদেউৰ আগত লগাই দিবগৈ।"

"কি হ'ল অ' নিনা? বাইদেউৰ আগত সোণালীয়ে কি লগালে?" মূৰত তেল ঘঁহি ঘঁহি ৰেবাই সুধিলে। হাতত এটোপোলা এটোপোলা কাপোৰ লৈ নিনা-অঞ্জলিহঁতো গা ধুবলৈ ওলাইছে। সিহঁত আটাইকেইজনীয়েই বি. এ. পৰীক্ষাৰ্থী। কলেজৰ টেষ্ট পৰীক্ষা দি উঠিছে মাত্ৰ। পৰীক্ষাৰ কেইদিন কাপোৰ-কানি ধুব পৰা নাই। এইকেইদিন জমাই থোৱা ময়লা কাপোৰবোৰ যোৱা দুদিনে ধুই শেষ কৰিব নোৱাৰিলে। চাদৰ, ব্লাউজ, ৰুমালবোৰ কালিয়ে ধুইছে, আজি বিচনা-চাদৰ, লেপৰ ওৱাৰ, গাঁৰুৰ গিলিপ আদি উলিয়াইছে।

"আমি বোলে এইকেইদিন গা ধোওঁতে বহুত সময় কৰিছোঁ। সেই কাৰণে সোণালীহঁতে বাইদেউক লগাইছেগৈ—প্ৰত্যেক ছোৱালীৰ গা ধোৱা সময় বান্ধি দিবলৈ।" নিনাই ভোৰভোৰাই কলে।

"সেয়েহে।" কালি নোটিচবোৰ্ডত দিয়া চুপাৰৰ নোটিচখনৰ অৰ্থ ৰেবাই যেন এতিয়া হে বুজি পালে। হোষ্টেললৈ অহা ৰেবাৰ বেছি দিন হোৱা নাই। দেউতাক এমাহমানৰ আগতে কহিমালৈ বদলি হৈ যোৱাত ৰেবা হোষ্টেলত থাকিব লগা হৈছে।

"ইমানবোৰ কাপোৰ-কানিৰে দহ মিনিটত কেনেকৈ গা ধুই শেষ কৰিব পাৰি কচোন।" নিনাই অভিযোগৰ সুৰত কলে।

"সোণালীহঁতে বাইদেউক কব লাগিছিল হোষ্টেলৰ ছোৱালীৰ সংখ্যালৈ চাই 'বাথৰুম' কম হৈছে।" কথাখিনি কৈ ৰেবাই ৰেবত আৰি থোৱা দীঘল আইনাখনৰ সমুখত থিয় হ'লগৈ।

"আচলতে, ছোৱালী যেনেকৈ বঢ়াইছে 'বাথৰুমো' তেনেকৈ বঢ়াব লাগিছিল।" ৰেবাৰ কথাত নিনাই হয়ভৰ দিলে।

"বাইদেৱেতো ছোৱালী বঢ়োৱা নাই।" অঞ্জলিয়ে এইবাৰ গহীনাই মাত লগালে।



"কোনেনো বঢ়াইছে তেনেহলে?"

"প্ৰগতিয়ে অ'।" অঞ্জলিৰ উত্তৰ শুনি আটাইকেইজনীয়ে একেলগে হাঁহিলে। এইবাৰ কলেজৰ আলোচনীত ওলোৱা 'প্ৰগতি' নামৰ প্ৰবন্ধত নিনাই স্ত্ৰী-শিক্ষাৰ সম্প্ৰসাৰণত জোৰ দিছে। কিন্তু খন্তেকতে মুখত সোপা দি হাঁহি বন্ধ কৰি ৰেবাই কলে—"চুপ, চুপ বাইদেউ আহিছে।"

"আকাশবন্তি আছা নেকি?" দুৱাৰৰ নীলা পৰ্দাখন তুলি বাহিৰৰপৰাই হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট অলকা বৰুৱাই সুধিলে।

"বন্তি ৰুমত এতিয়া নাই বাইদেউ। গা ধুবলৈ গৈছে।"

"আহিলে মই মতা বুলি কবা।"

"ভাল।" ৰেবা আৰু নিনাই একেলগে কলে। অঞ্জলিয়ে হে পৰ্দাখন তুলি চুপাৰিণ্টেণ্ডেণ্টক ক্ষিপ্ৰ গতিত গুচি যোৱা চাই থাকিল। অলপ পিছতে তাই কলে—"বাইদেউ ক'ৰবালৈ যায় হবলা!"

"অঁ, এইকেইদিন বাইদেউ কেইবাদিনো একেলেথাৰিয়ে ওলাই গৈছেতো। এনেয়ে কিন্তু বাইদেউ বেছি নুফুৰে।"

"বাইদেউহঁতে বোলে মণ্টেশ্বৰী স্কুল এখন খুলিছে। কালি বন্তিয়ে কোৱা শুনা নাছিলি?" অঞ্জলিয়ে ৰেবালৈ লক্ষ্য কৰি কলে।

"অঁ, কওঁতে কিবা এটা কৈছিলেতো, কিন্তু বন্তিয়ে পাই কি গুণ্গুণাই কথা কয় মই একোকে বুজি নাপাওঁ।"

"বন্তিক বাইদেৱে খুব মৰম কৰে দেই।"

"নকৰিব কিয়? আমাৰ দৰে পাইছ নেকি বন্তিক? পঢ়া-শুনাতো ভাল, গানো গায় ভাল। ছোৱালীও শান্ত। বাইদেৱে ভালপোৱা গুণ আটাইকেইটা বন্তিৰ গাতে আছে।" নিনাই কলে।

"হয় নেকি অ' কথাটো অঞ্জলি? যোৱাবাৰ পুজাৰ বন্ধত বোলে বন্তি ঘৰলৈ নগ'ল? বাইদেউৰ লগত হোষ্টেলতে থাকিল?" ৰেবাই সুধিলে।

"অঁ, আছিল পুজাৰ কেইদিন। তাৰপিছত আমি আহিলোঁৱেই নহয় বন্ধৰ ভিতৰতে। পঢ়া হব বুলি আহিলোঁ হয় হোষ্টেললৈ, কিন্তু বিশেষ একো নহ'ল।"

"বন্তিৰ মাক-দেউতাক নাই নেকি অ'? তেনেকুৱা কিবা এটা শুনিছোঁ?" ৰেবাই সুধিলে।

"আছে আছে। পিছে কলিকতাত হে থাকে বোলে। পঢ়ায় ববদেউতাকইতে।"

"টকা-পইচা তেওঁলোকে নিয়মমতে পঠায় নে ?"

"জানো পাই ?" অঞ্জলিয়ে আৰু কিবা এটা কব খোজোঁতেই নিনাই কলে—"আহিছে, আহিছে।"

"গা ধোৱা হ'ল বন্তি ?" বন্তিক দেখি কথাৰ সুৰ সলাই অঞ্জলিয়ে সুধিলে।

"হ'ল ভাই। বৰ লৰালৰি কৰিলোঁ কিন্তু।"

"বাইদেৱে তোমাক বিচাৰিছিল।"

"হয় নেকি ? যাওঁ।"

"যোৱা যোৱা।"—বুলি ৰুমবপৰা আটাইকেইজনী ওলাই গ'ল গা-ধোৱা ঘৰৰ ফালে। বেবাই গাই গ'ল—"তেৰা মেৰা প্যাৰ অমৰ, ফিৰ কিউ মুঝক' লগতা হ্যায় দৰ।"

বন্তিয়ে ভাবিলে পোৰ্ধৰ তাৰিখ পাৰ হৈ যোৱা আজি কেইবাদিনো হ'ল। বাইদেৱে নিশ্চয় 'মেচ ডিউজ' বিচাৰিব। কলেজৰ ফিজো তাই দিব পৰা নাই। ফিজ নিদিলে বিজ্ঞান্ট বন্ধ হৈ থাকিব। পূজাৰপৰা যে তাই এই-কেইটা মাহ কেনেকৈ চলিছে ঈশ্বৰে হে জানে। আহিবৰ সময়ত তাইক হাত-খৰচ হিচাপে অলপ টকা দিছিল। সেইখিনি টকা নহলে তাইৰ এই দুটা মাহ চলাই টান হ'লহেঁতেন। পূজাৰ আগতে বন্তিলৈ বত্ন বৰুৱাই ১০০ টকা পঠাইছিল। সেই টকাৰপৰাই বন্তিয়ে দুই-এখন কিতাপো কিনিব লগা হ'ল। বন্ধৰ ভিতৰত বত্ন বৰুৱাৰ ঘৰবপৰা বন্তিক নিবলৈ কোনো নাহিল। অৱশ্যে বন্ধৰ আগে আগে বন্তিয়ে বত্ন বৰুৱালৈ লিখিছিল বন্ধত ঘৰলৈ নগৈ হোষ্টেলতে থাকি পঢ়াৰ কথা। সেই চিঠিৰ উত্তৰ বন্তিয়ে বত্ন বৰুৱাৰপৰা পোৱা নাই, উত্তৰ পাইছিল ৰমেনৰপৰা হে। ৰমেনে লিখিছিল—বাতৰ অসুখ চিকিৎসা কৰাবলৈ দেউতাক ডিব্ৰুগড়ৰ মেডিকেল হস্পিটলত আছেগৈ, লগতে ৰমেনে এইটোও জনাইছিল যে—বন্তিলৈ খৰচ-পত্ৰ পঠোৱালৈ পদ্মাৱতী, ইলা, অণিমা সকলোৱেই ৰমেনৰ ওচৰত আপত্তি তুলিছে। তদুপৰি পুলিচে তেওঁলোকৰ ঘৰত দুই-এটা কথাৰ তদন্ত চলোৱাৰ কথা জানিব পাৰি বন্তিৰ লগত সকলো সংশ্ৰব বন্ধ কৰিবলৈ বত্ন বৰুৱায়ো হস্পিটলবপৰা নিৰ্দ্দেশ দিছে, সেয়ে বন্তিৰ-পৰা ভৱিষ্যতে তেওঁলোকে চিঠি-পত্ৰ আশা নকৰে আৰু কোনো অভাৱ-



অভিযোগৰ কথা শুনিবও নোখোজে। বন্তি যেনিবা ৰক্ষা পৰিল। ভৱিষ্যতে এক দুৰ্যোগৰপৰা হাত সাৰিব পাৰিব বুলি বন্তিয়ে অলপ মনে মনে শান্তি অনুভৱ কৰিলে। কিন্তু হোষ্টেলত চলাৰ কাৰণে বন্তিয়ে নতুনকৈ চিন্তা কৰিবলগীয়া হ'ল। এই নতুন সমস্যাৰ সমাধান কৰিব নোৱাৰি বন্তি ভিতৰে ভিতৰে আজি কেইবাদিনৰপৰা অস্থিৰ হৈ আছে। আলিপুৰ জে'লৰপৰা দিয়া বিভূতিৰ চিঠি পাই বন্তিয়ে জানিব পাৰিছে—জে'লত বিভূতি কেইবছৰ থাকিব লাগে একো ঠিক নাই। এই কেইবছৰ বন্তিক ভালকৈ পঢ়া-শুনা কৰিবলৈ হে বিভূতিয়ে উপদেশ দিছে আৰু এই কেইবছৰে বত্ন বৰুৱাই বন্তিৰ কাৰণে যি খৰচ-পত্ৰ বহন কৰিব সেয়া বন্তিৰ নিজৰ প্ৰাপ্য বুলি বিভূতি বৰুৱাই জীয়েকক বুজাই লিখিছে। পঢ়া-শুনা কৰিলে পাছ কৰাই নহয় পৰীক্ষাত ভাল কৰাবো বন্তিৰ আশা আছে। কিন্তু হোষ্টেলত থাকি পঢ়া-শুনা কৰাৰ খৰচ-পত্ৰ এতিয়া বহন কৰিব কোনে ? বত্ন বৰুৱাৰ ঘৰৰ লগত যে সকলো সংশ্ৰৱ বন্ধ হৈছে সেই খবৰটো বন্তিয়ে বিভূতি বৰুৱাক জনাব কেনেকৈ ? এই কথা জনালে বিভূতি বৰুৱাই যে অকল আঘাতেই পাব এনে নহয়, তাৰপৰা নানা বিপদো আহিব পাৰে, কাৰণ বিভূতি বৰুৱাই চিঠিত বাৰে বাৰে এটা কথা সতৰ্ক কৰি দিছিল যাতে বন্তিয়ে জে'ললৈ কোনোৰকমৰ যোগাযোগ নকৰে। আনফালে অসমত তাইৰ চিনাকি মানুহ আৰু বন্ধু-বান্ধৱ কোনো নাই। পূৰ্ণিমাৰো এমাহমানৰ আগতেই বিয়া হৈ গ'ল। নহলে ভিতৰুৱাকৈ পূৰ্ণিমালৈও বন্তিয়ে কিবা অলপ সহায়ৰ কথা লিখিব পাৰিলেহেঁতেন। ইয়াৰ ভিতৰতে হোষ্টেল-চুপাৰিণ্টেণ্ডেণ্টৰ আগত বন্তিয়ে দুই-এটা কথা কব লগা হৈছে। তাইৰ অৱস্থাটোৰ কথা অলকা বৰুৱাক ভালকৈ বুজাই কলে তেওঁ হয়তো কিবা এটা সজ পৰামৰ্শ দিব পাৰে। মানুহগৰাকী মৰমিয়াল, অৱশ্যে বন্তিৰ কথা তেওঁ কেনেভাৱে লয় কোৱা টান। বন্তিয়ে লৰালৰিকৈ মূৰটো ওপৰে ওপৰে ফণিয়াই লৈ অলকা বৰুৱাৰ কোঠালিৰ ফালে গ'ল। হোষ্টেলৰ একাষৰ এটা কোঠালিত অলকা বৰুৱা থাকে। গাতে-লগা আনটো কোঠালিত হোষ্টেলৰ অফিচ-ৰুম কৰি লৈছে। ছোৱালী আৰু অভিভাৱকসকলে হোষ্টেল সংক্ৰান্ত কামত তেওঁক তাতে আহি দেখা কৰেহি। অফিচ-ৰুমৰ দুৱাৰৰ কাষলৈ আহি বন্তি থমকি ৰৈ গ'ল—অলকা বৰুৱাই কোনোবা এজনৰ লগত কথা পাতি আছে। পৰ্দাৰ ফাকেদি বন্তিক দেখি অলকা বৰুৱাই কলে—

"অলপ পিছত আহিবা।"

"ভাল।" এখন হাতেবে পৰ্দাখন বাহিৰৰফালে বস্তিয়ে তেতিয়া তুলি ধৰিছিল।

"ৰবা আইদেউ। তোমাক ক'ৰবাত দেখা দেখা লাগিছে। তুমি সেই আকাশবস্তি নোহোৱা জানো?" ভদ্ৰলোকজনে ভিতৰৰপৰা কলে।

"হয়।" থতমত খাই তুৱাবড়লিৰপৰাই বস্তিয়ে এবাৰ ভদ্ৰলোকলৈ, এবাৰ অলকা বৰুৱালৈ চালে।

"মোক চিনি পোৱা নাই?"

"প্ৰথমতে ধৰিব পৰা নাছিলোঁ। এতিয়া মনত পৰিছে। আপুনি মোক সেইদিনা বেলত বহুতো সন্দেশ দিছিল নহয়?"

"সেয়া তুমিওতো মোক পাহৰা নাই।"

"আপোনালোকৰ চিনাকি আছে দেখিছোঁ। আহা বস্তি, আহা বহাহি ইয়াতে।" অলকা বৰুৱাই বস্তিক মাতিলে। আহোঁ-নাহোঁকৈ বস্তি কোঠালিটোৰ ভিতৰলৈ সোমাই আহিল। বৃদ্ধ ভদ্ৰলোকজনে চকী এখন হাতেবে বস্তিৰ ফালে আগবঢ়াই দি কলে—"বহা আইদেউ," তাৰপিছত অলকা বৰুৱাক লক্ষ্য কৰি ভদ্ৰলোকে কলে—"আইদেউক বেলত এদিন এথন্তেক হে দেখা পাইছিলোঁ। সেইক্ষণ পৰতে এই ছোৱালীজনীয়ে মোক বৰ মৰম লগালে। আই, আগৰ জনমত কোনোবা কুটুম আছিল নেকি?"

"এবা তেওঁ এই প্ৰথম গুৱাহাটীলৈ আহিছে, বেছি ফুৰা-চকাও নকৰে। আপোনাক কেনেকৈ চিনি পালে মই ভাবিছিলোঁ।" অলকা বৰুৱাই কলে।

"গোৱালপাৰাৰ মাটি-বাৰী বিক্ৰী কৰি দি মনত এটা পৰিকল্পনা লৈ গুৱাহাটীলৈ ঘূৰিছোঁ। বেলত আইদেউইঁতক লগ পালোঁ। ছোৱালীটিলৈ যেনেকৈ মৰম লাগিল, নামটিও তেনেকৈ মোৰ ভাল লাগিল। সঁচাকৈয়ে মিচ্ বৰুৱা মই মাজে মাজে ভাবোঁ—কণ কণ মইনাইঁতৰ স্কুলখনৰ নাম মই 'আকাশবস্তি' দিম।" ভদ্ৰলোকৰ কথা শুনি অলকা বৰুৱা আৰু বস্তিয়ে হাঁহিলে। বস্তিৰ অলপ লাজো লাগিল।

"আপুনি আচলতে বৰ ৰসিক মানুহ।" অলকা বৰুৱাই কলে।

"নতুন দিনৰ নতুন পোহৰৰপৰা কণমান আনন্দ এনেকৈয়ে নেপালে কি লৈ বাচি থাকিম আই? তুমিতো জানা মোৰ 'কুতুবমিনাৰ' কেনেকৈ ভাঙি গ'ল।" বুঢ়াই যে হুমুনিয়াহ পেলালে বস্তিয়ে মন কৰিলে, লগতে 'কুতুবমিনাৰ' শব্দটিয়ে বস্তিক অলপ সচকিত কৰি দিলে। বস্তি গহীন হৈ পৰিল। বুঢ়াৰ প্ৰতি অলকা বৰুৱাও সহানুভূতিশীল হৈ উঠিল।



"তোমাৰ আগত যে কৈছিলোঁ মণ্টেশ্বৰী স্কুলৰ কথা। এখেতৰ টকাৰেই আমি সেই স্কুলখন পাতিব খুজিছোঁ। চান্দমাৰীৰ ওচৰৰ লৰা-ছোৱালীৰ পঢ়াৰ সুবিধা সমূলি নাই।" বস্তিলৈ চাই অলকা বৰুৱাই কলে।

"বৰ ভাল কথা।" বস্তিয়ে লাহেকৈ কলে।

"এখেত আমাৰ গোৱালপাৰাৰ মানুহ।" অলকাই কলে।

"হয়।" বস্তিয়ে শলাগিলে।

"একালত গোৱালপাৰা অঞ্চলত বৰ প্ৰতাপী মানুহ আছিল। তেখেতৰ ঘৰৰ কি বিৰাট চৌহদ! তেখেত নাথাকিলে আমি কেতিয়াবা ভিতৰ সোমাই লুকাভাকু আৰু হাডু-ডু খেলিছিলোঁ। তেখেত থাকিলে কিন্তু সাহ নহৈছিল দেই।"

"কিয়?" বস্তিয়ে আমোদ পাই সুধিলে।

"সাঙ্ঘাতিক ভয় কৰিছিলোঁ তেখেতলৈ আমি। তেখেতৰ একোটা ধমকত আমাৰ চুৰ্তি হেৰাই গৈছিল। আমি জানো কম আছিলোঁ—বাগিচাৰ ফুল চুৰ কৰোঁ নহয় আমি।"

"এবা আইদেউ, মোৰ বাগিচাত বৰ ধুনীয়া ধুনীয়া ফুল ফুলি থাকে, এওঁলোক কেইবাজনীও যায় ফুল তুলিবলৈ।" তাৰপিছত অলকা বৰুৱালৈ মুখ ঘূৰাই ভদ্ৰলোকে সুধিলে—"তোমাৰ লগত সেই মাণিক মহাজনৰ ছোৱালীজনী গৈছিল নহয়, নামটো জানো কি আছিল তাইৰ!"

"শান্তি।" অলকাই সোঁৱৰাই দিলে।

"হয় হয়, শান্তি। ছোৱালীজনী ধুনীয়া আছিল। কিন্তু কিয় জানো প্ৰথমৰপৰাই ছোৱালীজনীলৈ মোৰ বৰ ভয় লাগিছিল। ছোৱালীজনীক দেখিলে ভাব হৈছিল যেন তাই মোৰ সকলোবোৰ ধুনীয়া ফুল ছিঙি নিব। ভয় কৰোঁতে কৰোঁতে শেষত মোৰ আচলপাহ ফুলকে ছোৱালীজনীয়ে ছিঙি নিলে।" কিবা এটি অব্যক্ত বেদনাত অকণমান পৰলৈ ভদ্ৰলোক নিমাত হৈ থাকিল। প্ৰথমৰ ফালে বৃদ্ধ আৰু অলকা বৰুৱাৰ কথাত আমোদ পাইছিল যদিও ক্ৰমাত বস্তিয়েও এটি কৰুণ সুৰৰ আভাস পাই ৰ লাগি ভাবিবলৈ ধৰিলে।

"মোৰ অৱস্থাটো প্ৰথমৰ ফালে সেই 'চেল্ফিচ্ জায়েণ্টৰ' দৰে হ'ল বুজিছা বন্তি আইদেউ। মোৰ বাগানত শিশুৰ মেলা হবলৈ নিদিলোঁ কাৰণেই ফুলনিলৈ শেৰত বসন্তকাল অহা চিৰকাললৈ বন্ধ হ'ল। শেষ জীৱনত এতিয়া শিশুৰ লগত উমলিব খুজি কামটো আৰম্ভ কৰিলোঁ হয়—জানো এতিয়া ভালেই হয় নে বেয়াই হয়।"

"শিশু-মঙ্গলৰ কাম কিয় বেয়া হব? ভাল হব।" অভিজ্ঞ-লোকৰ দৰে বন্তিয়ে কলে বুঢ়া ভদ্ৰলোকক সহানুভূতি জনাবলৈকে।

"তাকেই হয় যেন আইজনী।"

"মই এওঁকো স্কুলত সুমুৱাই লোৱাৰ কথা ভাবিছোঁ হে, কাৰণ সিদিনা তেওঁ মোক চাকৰি কৰাৰ অনুমতি বিচাৰিছিল।" অলকা বৰুৱাই কলে।

"নাই নাই। বন্তি আইদেৱে এতিয়াই কিয় চাকৰি কৰিব? পঢ়ক। ভালকৈ আগেয়ে পাছ কৰক।" মানুহজনে কলে।

"তাতে পৰীক্ষালৈও বেছি দিন নাই।" অলকাই কলে।

"কেতিয়া পৰীক্ষা আই?" বন্তিলৈ চাই ভদ্ৰলোকে সুধিলে।

"মে' মাহত।" বন্তিয়ে উত্তৰ দিলে।

"ভালকৈ পঢ়া আই। নাম কৰি পাছ কৰিব লাগিব। মই আহি আহি কিন্তু খবৰ লমহি।"

"চেষ্টা কৰিম।"—বুলি বন্তিয়ে হাঁহিলে। তাৰপিছত অলকা বৰুৱালৈ চাই কলে—"বাইদেউ মই এতিয়া যাওঁ, পিছত আহিম।"

"তুমি বহা আইদেউ। মই উঠোঁ। মোৰ হে বেলি হৈছে। মিচ্ বৰুৱা, আপুনি তেনেহলে চিন্তা কৰি চাব বৰ্ত্তমান কেইগৰাকী শিক্ষয়িত্ৰী ললে ভাল হয়। আমি ফেব্ৰুৱাৰীৰ পোন্ধৰ তাৰিখমানৰপৰা ক্লাচ আৰম্ভ কৰি দিম।" কথাখিনি কৈ ভদ্ৰলোক থিয় হ'ল।

"আগেয়ে সাজ-সৰঞ্জামবোৰ আহকচোন।" কথাখিনি কোৱাৰ লগে লগে অলকা বৰুৱাও থিয় হ'ল।

"আহি যাব। আহি যাব। বাৰু মই তেনেহলে যাওঁ এতিয়া। বন্তি আইদেউ, কেতিয়াবা বাইদেউৰাৰ লগত যাবা আমাৰ স্কুলৰ অকণি অকণি বন্তিবোৰক চাবলৈ।"

"বাইদেৱে নিলে নিশ্চয় যাম।"



"নিব, নিব।"—বুলি বৃদ্ধলোকজন ওলাই গ'ল।

"বৰ দুৰ্ভগীয়া মানুহজন।" বন্তিৰ ফালে চাই অলকা বৰুৱাই কলে।

"কিয় বাইদেউ?"

"মানুহজনৰ এতিয়া কেও নাই।"

"কলেতো কুতুবমিনাৰ ভাঙি যোৱা বুলি।"

"সেয়া পুতেকৰ কথা কৈছে।" অলকা বৰুৱাই লাহেকৈ আকৌ বহিল। বন্তিয়ে অলকালৈ চাই ৰ'ল কিবা এটা শুনাৰ প্ৰতীক্ষাত।

"তেওঁৰ পুতেকৰ নাম আছিল কুতুবুদ্দিন। বহুদিনৰ আগতে যে কলিকতাত ৰায়ট হৈছিল তেতিয়া তেওঁৰ একমাত্ৰ পুতেক কুতুবুদ্দিনক হিন্দুৱে কাটিছিল।"

"কুতুবুদ্দিন?"—বুলি বন্তি উচাপ্ খাই নিজৰ জীৱনৰ এক করুণ স্মৃতিক জগাই তুলিবলৈ খুজিলে।

"অঁ, কুতুবুদ্দিন। কিন্তু তেৱেঁই এদিন মাক-দেউতাকক অগ্ৰাহ্য কৰি এজনী হিন্দু ছোৱালীক বিয়া কৰাই ঘৰৰপৰা ওলাই গৈছিল আৰু তাৰ প্ৰতিদান তেওঁ কি পালে!"

"সেই হিন্দু ছোৱালীৰ নাম কি আছিল বাইদেউ?" অস্থিৰ হৈ বন্তিয়ে সুধিলে।

"শান্তি!—মোৰ লগত যে আহমেদৰ ঘৰত ফুল ছিঙিবলৈ গৈছিল, সেইজনী ছোৱালীয়েই।"

"শান্তি।" বুলি বন্তিয়ে দুই হাতেৰে নিজৰ মুখ ঢাকি ধৰিলে।

"কি হ'ল তোমাৰ? কিয় এনে কৰিছা বন্তি?" অলকা বৰুৱা আচৰিত হৈ থিয় হ'ল।

"এনেয়ে। শান্তি, কুতুব, গিয়াচুদ্দিন।" অস্ফুট স্বৰেৰে বন্তিয়ে মাতি গ'ল।

"কি হৈছে তোমাৰ বন্তি?" কাষ চাপি গৈ অলকা বৰুৱাই বন্তিৰ হাত দুখন মুখৰপৰা আঁতৰাবলৈ চেষ্টা কৰিলে।

"একো হোৱা নাই বাইদেউ। মোৰ মাৰ নামো শান্তি আছিল, বাবাৰ নামো কুতুব। মোৰ মা-বাবা আজি আৰু নাই বাইদেউ।"

"তেন্তে? তুমি যে কৈছিলা তোমাৰ মা-দেউতা কলিকতাত আছে বুলি?"

"মোক সৰুতে তুলি লোৱা মা-দেউতা হে সেয়া। মোৰো বাবা মুছলমান আৰু মা হিন্দু আছিল আৰু তেওঁলোকো আছিল গোৱালপাৰাৰ। মোৰ বাবাকো হিন্দুৱে কাটিছিল।"

অলকা বৰুৱা নিৰ্ব্বাক হৈ বৈ থাকিল কিছুপৰ। বস্তিক কি বুলি সান্ত্বনা দিব ভাবি নেপালে। কিছুপৰৰ পিছত বস্তিক শান্ত কৰিবলৈ চেষ্টা কৰি মাত্ৰ লাহে লাহে কলে—"জগতত কত বিচিত্ৰ ঘটনা ঘটে, সেইবিলাক ভাবি কি পাৰ পাবা? ব'লা এতিয়া।" অলকাৰ কথামতে বস্তি থিয় হ'ল আৰু মুখৰ-পৰা হাত দুখন নমাই নিলে। অলকা বৰুৱাই বস্তিৰ মুখলৈ স্তব্ধ হৈ চাই মনে মনে ভাবিলে—সেই তাহানিৰ শান্তিজনীয়েই দেখোন। ইমান একে শান্তি আৰু বস্তি। বস্তিক প্ৰথম দিনা দেখিয়েই ক'ৰবাত দেখা দেখা লাগিছিলতো অলকা বৰুৱাৰ। আজি হে ভালকৈ বিজাই চালে তেওঁ বস্তিক সেই তাহানিৰ লগৰীয়া শান্তিৰ লগত। বস্তি তেনেহলে শান্তিৰ ছোৱালী নহয়তো? নিজকে নিজে প্ৰশ্ন কৰি অলকা বৰুৱাই এক নতুন দায়িত্ব উপলব্ধি কৰিলে বস্তিৰ প্ৰতি; আৰু সেই দায়িত্বৰ ভাবেৰেই হাতখনত ধৰি বস্তিক ভিতৰলৈ তেওঁ লৈ গ'ল।

## ॥ বাইশ ॥

"আপুনি শান্তিৰে শুই থাকক, মিঃ বৰুৱা। নহলে আপোনাৰ পেটৰ বিষটো বেছি হব।"

"শান্তিৰেইতো পৰি আছোঁ, ডাঙৰীয়া। নহলেনো মোক এনেকৈ আপোনালোকে এই আলিপুৰ জে'লখানাত শুৱাই থব পাৰে নে?"

"আকৌ সেই তাহানিৰ দৰে পলাবৰ মন কৰিছে নেকি? এই সময়ত নোৱাৰিব কিন্তু।"

"পাৰিলেও যাবৰ ইচ্ছা নাই, ডাঙৰীয়া। যামনো ক'লৈ? এতিয়া জে'লৰ বাহিৰ-ভিতৰ একেই। কিন্তু সেইবোৰ দিন! জে'লৰ বাহিৰত তেতিয়া কি যে মুক্তিৰ হিল্লোল।"



"আপোনাক কিন্তু বাঃ বাঃ দিওঁ। ইমানবোৰ ইংৰাজৰ পালী-পহৰীয়া থাকোঁতে জে'লৰ প্ৰাচীৰ বাগৰ ভাঙিব পাৰিলে কেনেকৈ?"

"বজ্ৰপ্ৰাণ সিঙৰ নিচিনা মানুহ দলত থাকোঁতে কিহৰ ভয়? তেওঁৰ দুৰ্জয় শক্তিৰ ওপৰতে সেই কঠিন কামো সহজ হৈ পৰিছিল।"

"বজ্ৰপ্ৰাণ সিং এতিয়াও বাচি আছে বুলি আপুনি ভাবে নে?"

"নথকাৰতো কোনো কাৰণ নাই।"

"বাচি আছে যদি এতিয়াও ওলাই নহাৰেই বা কাৰণ কি?"

"কাৰণ দেখাত তেনেকৈ একো নাই। তথাপি নাহিব যেনেই লাগে।"

"ওলাই নহাৰ কাৰণ আপুনি কি বুলি ভাবে?"

"মই এই বিষয়ে একো ভাবিব লগা হোৱা নাই। তথাপি কব পাৰোঁ স্বাধীন ভাৰতৰ এই ৰূপ চাবলৈ তেওঁ ওলাই নাহিব।"

"ভৱিষ্যতেও নাহিব নে?"

"সেইটো কব নোৱাৰোঁ।"

"আপুনি বাৰু চট্টগ্ৰামত বজ্ৰপ্ৰাণ সিঙৰ লগ লাগিল কেনেকৈ?"

"সংগ্ৰামৰ জোৱাৰে তেতিয়া কাৰ লগত কাক লগ লগাইছিল কোৱা টান। তথাপি মনত পৰে বাৰাণসীতেই আমি লগ লাগিলোঁ।"

"আপোনাৰোতো দুৰ্জয় শক্তি আছিল। তেওঁ চাগে আপোনাক বৰ পচন্দ কৰিছিল নহয় নে?"

"ঠিক কব নোৱাৰোঁ। কিন্তু তেওঁ মোৰ হতুৱাই ফৰমাচৰ কামবোৰ কৰাই ভাল পাইছিল—দলটোত ময়েই সৰু আছিলোঁ। বিপ্লৱৰ অগ্নি জ্বলাই সেইদিনা ভাৰতবৰ্ষৰ আকাশ-পাতাল কঁপাই তুলিবলৈ মই মতলীয়া হৈ পৰিছিলোঁ। বজ্ৰপ্ৰাণ সিঙে মোৰ হতুৱাই বিশেষকৈ অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰাইছিল। সেই কাৰ্য্য প্ৰত্যক্ষভাৱে কৰিবলৈও মই ভয় নকৰিছিলোঁ। মোৰ সেইকণ সাহস তেওঁ পচন্দ কৰিছিল যে মই জানিছিলোঁ।"

"আপোনাৰ বাৰু তেতিয়া মনত কোনো দ্বন্দ্ব হোৱা নাছিল নে?"

"কিহৰ দ্বন্দ্বৰ কথা কৈছে ঠিক বুজি পোৱা নাই।"

"আপোনালোকৰ এই বৈপ্লৱিক প্ৰস্তুতিততো মহাত্মা গান্ধীৰ সমৰ্থন নাছিল?"

"সমৰ্থন নাছিল সঁচা। কিন্তু তেওঁ আমাৰ কাৰ্য্যত তেনেকৈ আপত্তিও নেদেখুৱাইছিল।"

"আপুনি দেখোঁ গান্ধী-প্রেমিকো আছিল বুলি কৈছিল ?"

"আছিলোঁ। তথাপি কিয় জানো মই সৰুৰেপৰা বিপ্লৱেই বিচাৰি আহিছোঁ। তাতে গান্ধীৰ অহিংসা নীতিক ভাৰতবৰ্ষৰ বিপ্লৱীসকলে মনে-প্ৰাণে কোনোদিনে গ্ৰহণ কৰা নাছিল। মহাত্মা গান্ধীৰ আইন অমান্য আন্দোলনৰ বিনাশ সাধিবলৈ ইংৰাজসকলে ভাৰতবাসীৰ ওপৰত কি অমানুষিক অত্যাচাৰ চলালে! সেই অত্যাচাৰ বিপ্লৱীসকলে চাই থাকিব নোৱাৰিলে।"

"আপুনি চট্টগ্ৰামৰ জে'লৰপৰা ওলাল, কিন্তু কলিকতা পালেহি কেনেকৈ ?"

"নানা ৰকমৰ ভেশছনৰ সহায়ত। পগলা, বোবা, নেপালী, বাবাজী—সেইবোৰ সাজি সাজি গৈছিলোঁ।"

"ভেশছন চাগে পকা হৈছিল নহয় নে ?"

"সেইটো কামত মই বৰ পটু আছিলোঁ।"

"নহলেনো ঘৰৰপৰা আজি ত্ৰিশ বছৰে লুকাই থাকিব পাৰে নে? আপুনি বাৰু বিয়া কৰালে কেতিয়া ? সেই সন্ন্যাসী হৈ থাকোঁতে নেকি ?"

"অঁ, তেনেকুৱাই। মই যে কৈছিলোঁ সন্ন্যাসী বাবাৰ কথা। তেওঁ প্ৰথমতে বেনাৰসত আছিল। তেওঁৰ ওচৰলৈ বহুত মানুহ তেতিয়া অহা-যোৱা কৰিছিল। মোৰ পৰিবাৰো তেতিয়া অহা হৈছিল সেই সাধুবাবাৰ ওচৰলৈ। মাক-বাপেক নোহোৱা ছোৱালী, নানা দুখ-কষ্টৰ মাজত পৰি মনে মনে আশ্ৰয় বিচাৰি আছিল। তেতিয়াই তেওঁৰ লগত মোৰ পৰিচয় ঘটিল। সুখ-দুখৰ নানা ৰকমৰ কথা-বতৰাৰ মাজত আমি বান্ধ খাই পৰিলোঁ। মোৰ পৰিবাৰে অসমৰ দুই-এটা হস্পিটলত সেৱিকাৰ কাম কৰি অসমীয়া কথা ভালকৈ কব পৰা হৈ আছিল।"

"বাৰু সেই সাধুবাবা এতিয়া থাকে ক'ত ?"

"সেই সাধুবাবা ?"—বুলি বিভূতি বৰুৱাই এটি হাঁহি মাৰি ওপৰলৈ চালে। ডাক্তৰে উত্তৰৰ প্ৰতীক্ষাত বিভূতি বৰুৱাৰ মুখলৈ চাই আছিল। তেওঁ মন কৰিলে বিভূতি বৰুৱাৰ মুখখনে ক্ৰমাত ৰং সলনি কৰিছে। ৰহস্যজনক মুখৰ হাঁহি—মনৰ উত্তেজনা নে শৰীৰৰ যন্ত্ৰণাত তেনেকৈ লুকাই গ'ল ঠিক ধৰিব নোৱাৰি ডাক্তৰে সুধিলে—"কি হৈছে বৰুৱা ?"

"মোৰ বুকুখন বিষাই আহিছে।"

"আপুনি শান্ত হৈ শোৱকচোন।"



"উস্" বুলি বিভূতি বৰুৱাই দুই-হাতেৰে বুকুখন হেঁচি ধৰিলে। ডাক্তৰ কালীপদ ধৰে তেওঁৰ হাতখন তুলি ললে পৰীক্ষা কৰিবৰ মনেৰে।

আজি দহ দিনমানৰপৰা বিভূতি বৰুৱাই বেমাৰত ভুগিছে। ডাক্তৰে তেজত টাইফয়েডৰ বীজাণু পাইছে। আনুসঙ্গিক ইটো-সিটো দৈহিক আৰু কেইবাটাও বিকাৰেই অসুবিধা কৰিছে। তাৰ ভিতৰত মানসিক উদ্বিগ্নতাৰ লগত সম্বন্ধ থকা বুকুৰ বিষটোৱেই আটাইতকৈ বেছি। বিভূতি বৰুৱাৰ বেমাৰৰ কাৰণে বিচাৰৰ কাম আগবাঢ়িব পৰা নাই। বিভূতি বৰুৱাৰ বিচাৰ এতিয়াও শেষ হোৱা নাই। চৰকাৰৰ বিপক্ষে কেইবাটাও অপৰাধত বিভূতি বৰুৱা জড়িত থকা বুলি সন্দেহ কৰা হৈছে। আৰু সেই সন্দেহৰ ওপৰত ভিত্তি কৰি বিভূতি বৰুৱাক আটক কৰা হৈছিল।

আজি কিছুদিনৰপৰা কলিকতা মহানগৰীত চুৰ্বীয়াকৈ গণ্ডগোল লাগিয়েই আছে। দেশবাসীয়ে স্বাধীনতা পোৱা আজি দহ বছৰ পাৰ হৈ গ'ল। স্বাধীন চৰকাৰ ভাৰতৰ দুখীয়া ৰাইজক জীৱনৰ নিৰাপত্তা দিবলৈ আজিও সক্ষম হৈ নুঠিল। চৰকাৰৰ খাম-খেয়ালি, নীতিৰ খেলিমেলি আৰু ৰাজনৈতিক অদূৰদৰ্শিতাৰ ফলত দেশৰ বহুলোক মানৱীয় অধিকাৰৰপৰা বঞ্চিত হৈছে—দেশৰ ঠায়ে ঠায়ে মানুহ নিৰাহাৰে থাকিব লগা হৈছে, বহু দুখীয়া মানুহে সন্তানক অকাল মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰিব পৰা নাই। অনেক শিক্ষিত ডেকাই কাম-কাজ নেপাই অনাই-বনাই ফুৰিব লগা হৈছে—এইবিলাকেই হ'ল বিক্ষোভী লোকসকলৰ অভিযোগ। মহানগৰীত সিচৰিত হৈ থকা ক্ষুব্ধ লোকসকল লগ লাগিছে। বিক্ষোভী দলটোৱে মহানগৰীৰ ঠায়ে ঠায়ে ট্ৰাম-বাচ জলাই, টেলিফোনৰ লাইন ছিঙি চৰকাৰৰ বিপক্ষে বিক্ষোভ প্ৰদৰ্শন কৰিছে—বিক্ষোভী দলটোৰ সমূহ-শক্তিক দমাবলৈ পুলিচে ঠায়ে ঠায়ে গুলী চলাব লগা হৈছে, পুলিচৰ গুলীত নাৰী আৰু শিশু নিহত হৈছে। স্বাধীন চৰকাৰক নাৰীঘাতী আৰু শিশুঘাতী আখ্যা দি জনসাধাৰণ উত্তেজিত হৈ উঠিছে। মহানগৰীৰ বুকুত চাঞ্চল্যৰ সৃষ্টি হৈছে। বিক্ষোভ প্ৰদৰ্শনকাৰীৰ বহুতকে পুলিচে ইতিমধ্যে আটক কৰিছে। তেওঁলোকৰ হাতত নানা অস্ত্ৰ-শস্ত্ৰ আৰু হাত-বোমা পোৱা গৈছে। মহানগৰীত হাত-বোমা তৈয়াৰ কৰা কেইটামান ঘাটি আছে বুলিও পুলিচে জানিব পাৰিছে। সেই সংক্ৰান্তত দেবেন চক্ৰৱৰ্ত্তী, নিৰ্ম্মল দাস, কালী বেনাৰ্জ্জী ধৰা পৰিছে। আৰু তেওঁলোকৰ লগত বিশেষ যোগাযোগ

থকাত বিভূতি বৰুৱাৰ ওপৰতো পুলিচৰ চোকা দৃষ্টি পৰিছিল। কিন্তু সেয়ে অকল নহয়, বিভূতি বৰুৱা আজি বিচাৰালয়ত এটি নতুন ৰহস্যও।

'চট্টগ্ৰামৰ অস্ত্ৰাগাৰ লুণ্ঠন' কেচত দেশৰ যিসকল বিপ্লৱী এদিন বন্দী হৈছিল—তাৰ ভিতৰত বজ্ৰপ্ৰাণ সিং আৰু প্ৰদ্যুৎ ঘোষো আছিল অন্যতম। বজ্ৰপ্ৰাণ সিঙৰ নেতৃত্বত ইংৰাজৰ সেনাবাহিনী, পুলিচবাহিনী বিধ্বস্ত কৰিবলৈ বিপ্লৱী-সকলে কেইবাখনো সংগ্ৰাম চলাইছিল আৰু সেই সংগ্ৰামত জয়ী হৈ চট্টগ্ৰামত বিপ্লৱীসকলে জাতীয় পতাকা উত্তোলন কৰিছিল। বৃটিচ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ই আছিল চৰম ৰাজদ্ৰোহ। বিপ্লৱীসকলক উচিত শাস্তি দিবলৈ ইংৰাজ শাসকসকল বিশেষৰূপে তৎপৰ হৈ পৰিল যদিও তেওঁলোকে ভাৰতবৰ্ষৰ বুকুত বিপ্লৱৰ ৰূপ দেখি মনে মনে ত্ৰস্তও হ'ল। বজ্ৰপ্ৰাণ সিঙৰ ওপৰত ফাঁচিৰ হুকুম হোৱাৰে কথা। কিন্তু এদিন বজ্ৰপ্ৰাণ সিং জে'লৰ ভিতৰৰপৰা ৰহস্যজনক-ভাৱে নোহোৱা হ'ল। লগতে গ'ল প্ৰদ্যুৎ ঘোষ। এই দুজন বিপ্লৱী-প্ৰাণক বিচাৰি ইংৰাজ পুলিচবাহিনী আৰু চোৰাংচোৱা দলে দেশত খলক লগালে। ইংৰাজ শাসকসকলে ভালকৈ বুজিছিল যে বজ্ৰপ্ৰাণ সিঙৰ দৰে নিৰ্ভীক বিপ্লৱীয়ে প্ৰাণৰ ভয়ত জে'লৰ প্ৰাচীৰ ভঙা নাই। প্ৰাচীৰ ভাঙিছে তেওঁলোকে বিপ্লৱৰ নতুন দাবানল জলাই তুলিবলৈ হে। ইংৰাজ চৰকাৰে টকাৰ মোনাৰ পুৰস্কাৰ আগবঢ়ালে—বজ্ৰপ্ৰাণ সিং আৰু প্ৰদ্যুৎ ঘোষৰ সন্ধান দিব পৰা যিকোনো লোকেই সেই পুৰস্কাৰ লাভ কৰিব। কিন্তু কোনেও তেওঁলোকৰ গুং-সূত্ৰ উলিয়াব নোৱাৰিলে। বজ্ৰপ্ৰাণ সিঙৰ লগৰ বহুতো বন্দীক আন্দামানলৈ দ্বীপান্তৰ কৰা হ'ল—কিন্তু ঐতিহাসিক অনশন আন্দোলন হোৱাত তেওঁলোকক আকৌ দেশলৈ লৈ অহা হ'ল। সময় বাগৰি গ'ল—দেশৰ ৰাজনীতিয়ে ৰূপ সলনি কৰিলে। পৃথিৱীজুৰি মহাযুদ্ধ আৰম্ভ হ'ল। বিপ্লৱী বন্দীসকলে মুক্তি পালে। কিন্তু তেতিয়াও বজ্ৰপ্ৰাণ সিঙৰ সন্ধান পোৱা নগ'ল। দেশ স্বাধীন হ'ল—তেতিয়াও বজ্ৰপ্ৰাণ সিং ওলাই নাহিল। কিন্তু বহুতে ভাবে দুৰ্জয় বজ্ৰপ্ৰাণ সিং আজিও বাচি আছে। বহুতে কামনা কৰে—প্ৰদ্যুৎ ঘোষ জীয়াই থাকক। সেইসকল নিৰ্ভীক দেশপ্ৰেমিকৰ স্মৃতিত বহুতৰ মন এতিয়াও শ্ৰদ্ধাত দোঁ-খাই আছে। কিন্তু আজি বিচাৰকসকলৰ বিস্ময় আৰু আনন্দৰ সীমা নাই। যদি এই বিভূতি বৰুৱাই সেই প্ৰদ্যুৎ ঘোষ হয়? তেন্তে বজ্ৰপ্ৰাণ সিঙৰো সন্ধান পোৱা যাব দেখোন! কিন্তু বিভূতি বৰুৱাক আজি অপৰাধী



হিচাপে হে সন্দেহ কৰি আটক কৰা হৈছে। অপৰাধী বুলি প্ৰমাণিত হলে আইনৰ উচিত শাস্তিৰপৰা জানো বিভূতি বৰুৱাই ৰক্ষা পাব? যিজনে এদিন জীৱন তুচ্ছ কৰি বিপ্লৱৰ অগ্নি জ্বলাই তুলিছিল দেশক বিদেশী শাসকৰপৰা মুক্ত কৰিবলৈ, দেশবাসীক বৃটিচ শাসকৰ নিৰ্য্যাতনৰপৰা ৰক্ষা কৰিবলৈ সেইজনক আকৌ আজি ৰাজদ্ৰোহৰ অপৰাধী কৰি বন্দীশালত সুমুৱাই থব কেনেকৈ? এই সমস্যাৰ উচিত মীমাংসা হব লাগিব। প্ৰকৃত সমাধান লৈ বিচাৰকসকলে নিজকে নিজে নানা প্ৰশ্নৰ উত্তৰ দিব লগা হৈছে। তাতোকৈও ডাঙৰ কথা পুলিচ, বিচাৰক, চোৰাংচোৱা, জে'লৰ ডাক্তৰ সকলো বজ্ৰপ্ৰাণ সিং আৰু প্ৰদ্যুৎ ঘোষৰ প্ৰতি শ্ৰদ্ধাত নত হৈ আছে। অৱশ্যে প্ৰদ্যুৎ ঘোষৰ দৰে মানুহেই আজি কলিকতা মহানগৰীৰ বুকুত ঘটা ৰাইজৰ বিক্ষোভ প্ৰদৰ্শনৰ গুৰিত থকাটো একো অসম্ভৱ নহয়। প্ৰদ্যুৎ ঘোষে এসময়ত ইংৰাজ পালী-পহৰীয়াৰ চকুত ধূলি মাৰি জে'লৰ ভিতৰত বোমা, বাৰুদ, গেচ, ইলেক্‌ট্ৰিক তাঁৰ, বিভলভাৰ আদি জমা কৰি বিস্ফোৰণৰ আয়োজন কৰিছিল। সেয়ে আজি বিভূতি বৰুৱাই হাত-বোমাৰ ঘাটিত নিজকে বিশেষৰূপে জড়িত কৰাটো একো আচৰিত কথা নহয়। তথাপি হাত-বোমা তৈয়াৰৰ বিচাৰ আজি গৌণ, মুখ্য হৈ পৰিছে বজ্ৰপ্ৰাণ সিঙৰ সন্ধানো। এই সন্ধান বিভূতি বৰুৱাৰ-পৰা কোনো ৰকমেও যদি উলিয়াব পৰা যায় তেন্তে আজি বিচাৰকসকলৰ এটা ডাঙৰ কাম হব। সেয়ে বিভূতি বৰুৱাৰ বিচাৰ দীঘলীয়া হব লাগিব। তাতে বিভূতি বৰুৱাৰ অসুখৰ কাৰণে আজি কিছুদিন বিচাৰৰ কাম বন্ধ আছে। কিন্তু এই বিচাৰে বজ্ৰপ্ৰাণ সিঙৰ কিবা সন্ধান দিব পাৰিব জানো? ভৱিষ্যতৰ এক দুৰ্যোগ সাৰটি লৈ ভাৰতবৰ্ষ যিদিনা স্বাধীন হ'ল—বজ্ৰপ্ৰাণ সিঙৰ অভিমানৰ সীমা নেথাকিল। স্বাধীন ভাৰতবৰ্ষত মুখ দেখুৱাবলৈ সেই বিপ্লৱী প্ৰাণে আৰু প্ৰয়োজন-বোধ নকৰিলে। জীৱনৰ পৰাজয়ৰ গ্লানিত তেওঁ লুকাই পৰিল। কিন্তু বজ্ৰপ্ৰাণ সিঙৰ নিৰ্দ্দেশমতেই প্ৰদ্যুৎ ঘোষ উভতি গ'ল জনসাধাৰণৰ মাজলৈ—সাধাৰণ মানুহৰ দুখ-সুখৰ ভাগ লৈ দিন কটাবলৈ। লগে লগে প্ৰদ্যুৎ ঘোষৰ বৈপ্লৱিক উদ্দীপনা, কৰ্ম্মোৎসাহৰ সকলো প্ৰেৰণা এদিন লাহে লাহে ৰূপান্তৰিত হ'ল বিভূতি বৰুৱাৰ পিতৃত্বৰ নতুন গৌৰৱ-সৃষ্টিৰ চেতনালৈ। সমাজৰ বুকুত আকৌ ধৰ্ম্মৰ নামত একুৰা জুই জ্বলি উঠিছিল। এইবাৰ ব্যক্তিগত জীৱনতে বিভূতি বৰুৱাই এক নতুন আদৰ্শৰ আহ্বান উপলব্ধি

কৰিলে। বিভূতিয়ে প্ৰতিজ্ঞা কৰিলে জীৱনত নতুন বন্তি জলাই সমাজৰ অন্যায়ৰ বিৰুদ্ধে থিয় দিব—এই স্বপ্ন বুকুত বান্ধি তেওঁ এদিন বেজিনাক কোলাত তুলি ললে। এয়ে আছিল তেওঁৰ জীৱনৰ শেষ আদৰ্শ। জীৱনৰ এই আদৰ্শৰ-পৰা কেনেবাকৈ চ্যুত হব লাগিলে তেওঁ এইবাৰ জীয়াই থাকিব নোৱাৰে।

বিভূতি বৰুৱাৰ মনৰ এই অৱস্থাৰ কথা বুজি উঠিছিল জে'লৰ ডাক্তৰ কালীপদ ধৰে, আৰু তেওঁ বুজিছিল বিভূতি বৰুৱাক একেবাৰে আৰোগ্য অৱস্থালৈ আনিবলৈ হলে অকল তেওঁক ঔষধ দিলেই নহব, তেওঁৰ মনৰ উদ্বিগ্নতাৰ প্ৰতি সহানুভূতিশীল হব লাগিব। ইতিমধ্যে বিভূতি বৰুৱাই কুসুম কলিকতাতে আছে বুলি খবৰ পাইছিল আৰু কুসুম যে কিয় পঞ্জাবলৈ গুচি নগ'ল সেইকথাও সহজে তেওঁ উপলব্ধি কৰিব পাৰিছিল। তথাপি বৰুৱাই মনটো কঠোৰ কৰিয়েই কুসুমৰ লগত দেখাদেখিভাৱে কোনো যোগাযোগ ৰাখিবলৈ ইচ্ছা নকৰিলে। কাৰণ বিচাৰৰ ধাৰা যেনেকৈ চলিবলৈ ধৰিছে তালৈ চাই কুসুম আৰু বন্তিৰো নানা লটিঘটি হব পাৰে বুলি বিভূতি বৰুৱাই বুজিলে। সেয়ে তেওঁ কুসুমলৈ নিৰ্দ্দেশ দিবলৈ পলম নকৰিলে যাতে কুসুমে কেতিয়াও জে'লৰ ভিতৰত তেওঁক দেখা কৰিবলৈ চেষ্টা নকৰে। বন্তিকো এনে এটি নিৰ্দ্দেশ দিয়েই তেওঁ মাত্ৰ এখন চিঠি দিছিল। হেজাৰ ইচ্ছা থকাতো বন্তিয়ে সেয়ে দেউতাকলৈ কোনো উত্তৰ দিব পৰা নাছিল। এই বিষয়ত তেওঁক বৰ আপোনভাৱে সহায় কৰিছিল ডাক্তৰ কালীপদ ধৰে। বন্তিলৈ চিঠি দিয়া, সেৱিকা সদনত কুসুমক গৈ খবৰ দিয়া আদি কামৰ ভাৰ লৈছিল ডাক্তৰ ধৰেই। নতুন অনিশ্চয়তাই বিভূতি বৰুৱাৰ জীৱনটো ঘেৰি ধৰিলে। নতুন আশঙ্কাই মনটো ছাটি পেলাইছে। লগে লগে চলিছে দৈহিক যন্ত্ৰণা। এনে অৱস্থাত জে'লৰ চাৰি-বেৰৰ মাজত অতি আপোনভাৱে ডাক্তৰৰ লগত ঘৰুৱা জীৱনৰ সুখ-দুখৰ কথা পাতিবলৈ পাই বিভূতিৰ মনটোৱে বহুখিনি ভাৰসা পালে, সেই নিৰ্ভয় পাই জীৱনৰ দুই-এটা গুপুত কথাও বিভূতিয়ে ডাক্তৰক কবলৈ বেয়া নেপালে। এটা বৈচিত্ৰ্যময় জীৱনৰ প্ৰতি কৌতূহলত আৰু মহিমাময় জীৱন এটাৰ প্ৰতি শ্ৰদ্ধাত নত হৈ কালীপদ ধৰে বিভূতি বৰুৱাৰ ওচৰ চাপি গ'ল। কিন্তু অসুখ বেছি হৈ আহিলত বিভূতি বৰুৱাই কুসুমক লগ পাবলৈ বিচাৰিলে জীৱনৰ শেষ আদৰ্শৰ বাবে শেষ নিৰ্দ্দেশ দিবলৈ। কুসুমক দেখা কৰাৰ বাবে কৰ্তৃপক্ষৰপৰা অনুমতি লোৱাৰ সকলো



ব্যৱস্থা কৰি দিলে কালীপদ ধৰে। বিভূতি বৰুৱাক জে'ল কৰ্তৃপক্ষই এই অনুমতি সহজে দিলে, কাৰণ মনে মনে কৰ্তৃপক্ষৰ ইচ্ছা—এই সুযোগতে তেওঁলোকে কুসুমৰ গতিবিধি লক্ষ্য কৰিব।

আজি এঘাৰ বজাত বিভূতিৰ ওচৰলৈ কুসুম অহাৰ কথা। পুৱাৰেপৰা বিভূতি বৰুৱাৰ মনটো চঞ্চল হৈ উঠিছে। সেয়ে ডাক্তৰৰ লগত কথা পাতি থাকোঁতে বিভূতি বৰুৱাই একোবাৰ উদ্বেগ প্ৰকাশ কৰিছিল। ডাক্তৰে পৰীক্ষা কৰি দেখিলে দেহাৰ অৱস্থাও বিভূতি বৰুৱাৰ বৰ ভাল নহয়। কথা কবলৈ মানা কৰা সত্ত্বেও বিভূতি বৰুৱাই আজি ডাক্তৰক কৈ গ'ল নানা কথা। অৱশেষে কথা কওঁতে স্বাভাৱিক স্বৰৰ পৰিৱৰ্ত্তন ঘটিছিল। মুখৰ বৰণো ক্ৰমাত বিভূতি বৰুৱাৰ শেঁতা পৰি আহিল। জীৱন-যুদ্ধত পৰাভূত হোৱাৰ দুই-এটা অস্বাভাৱিক ৰেখা বিভূতিৰ মুখমণ্ডলত জিলিকি উঠিল।

"ডাক্তৰ ধৰ, আশঙ্কা হৈছে এইবাৰো মোৰ পৰাজয়েই হব।"

"কেনেকৈ?" ইটো-সিটো ঔষধৰ বটল পৰীক্ষা কৰি ডাক্তৰে সুধিলে।

"এইবাৰো পৰাজয়। মোৰ বৰ আশা আছিল বন্তিক মই এজনী ভাৰতীয় ছোৱালী হিচাপে গঢ়ি তুলিম কিন্তু ভাৰতবৰ্ষত প্ৰকৃত ভাৰতীয় হোৱা যে কিমান টান এতিয়া হে বুজিছোঁ।"

"এনেকৈ নিৰাশ হোৱাৰ কোনো কাৰণ নেদেখোঁ।"

"মই আজি বৰ দুৰ্ব্বল-বোধ কৰিছোঁ ডাক্তৰবাবু। মোৰ আশা পূৰ্ণ হোৱাৰ কোনো সম্ভাৱনাই নাই। মোৰ জীৱনৰ বিভীষিকাই সিহঁতৰ জীৱনো আগুৰি ধৰিব পাৰে বুলি মোৰ বৰ ভয় হৈছে।"

কথাখিনি কৈ বিভূতি বৰুৱাই দীঘল দীঘলকৈ উশাহ লবলৈ ধৰিলে। বিভূতি বৰুৱাৰ অৱস্থা বৰ বেয়াৰ ফাললৈ আহিছে যে ডাক্তৰে বুজি পালে। এফালে জে'ল-কৰ্তৃপক্ষক খবৰ দিয়াৰ ব্যৱস্থা কৰি আনফালে ডাক্তৰে লৰালৰি কৰিলে বিভূতি বৰুৱাক ইন্‌জেক্‌চন দিবলৈ। কিন্তু ইন্‌জেক্‌চন দিয়াৰ লগে লগে বিভূতি বৰুৱাৰ মুখৰ শেষ কথাখিনি ওলাই আহিল বতাহত কঁপি কঁপি—"ডাক্তৰবাবু, মই যাওঁ। মই জ্বলোৱা বন্তিগছি যাতে ভাৰতবৰ্ষত চিৰকালে জ্বলি থাকে! প্ৰত্যেক ভাৰতীয় প্ৰাণত আকাশবন্তি এগছি জ্বলি উঠিলে হে বজ্ৰপ্ৰাণ সিওৰ আত্মাই শান্তি পাব। ব···ন্তি।"

কালীপদ ধৰৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। বিভূতি বৰুৱাৰ মুক্ত প্ৰাণে আজি চিৰকাললৈ মুক্তি পালে। গপচ জে'লৰজন আহি গহীনভাৱে বিভূতিৰ কাষতে থিয় হ'লহি। ডাক্তৰে এটি হুমুনিয়াহ পেলাই কলে—"ইমান স্বাধীনচিতীয়া আছিল মানুহজন।"

"হয়" বুলি সমৰ্থন জনালে জে'লৰে।

কালীপদ ধৰে পলম নকৰি তুৰন্তে কুসুমলৈ খবৰ এটা দিলেগৈ।

...হঠাতে এটা হুলস্থুল হৈ জে'লৰ ভিতৰখন আকৌ নিমাওমাও হৈ পৰিল। জে'লৰ সংক্ৰান্তত থকা প্ৰায়বোৰ মানুহেই অভিভূত হৈ পৰিল যেন তেওঁলোকৰ কোনোবা এজন আপোন মানুহৰ হে মৃত্যু হ'ল। জে'লৰ বন্দীৰ মৃত্যু হলে আইন সম্বন্ধীয় যিবোৰ নিয়ম পালন কৰিব লাগে সেই সকলোবোৰ পালন কৰা হ'ল। বিভূতিৰ মৃতদেহৰ কাষত নিৰ্ব্বাক হৈ থিয় হ'লহি কুসুম। পশ্চিম আকাশত তেতিয়া সুৰুষ লুকাই পৰিছিল এচপৰা ডাৱৰৰ আঁৰত। আজি আকাশত এনেকৈ ডাৱৰ ওলোৱাৰ কথা নাছিল। জীৱনৰ সুখৰ দিনবোৰ স্বপ্নৰ দৰেই শেষ হৈ গ'ল। অতি আপোন মানুহজন চিৰকালৰ কাৰণে আঁতৰি গ'ল—এইবোৰ কথাকে ভাবিছে নেকি বাৰু স্থিৰ হৈ কুসুমে? কুসুমৰ মনৰ কথা কোনেও বুজি পোৱা নাই। কালীপদ ধৰে অনুমান হে কৰিছিল—কুসুম এজনা মহা বিপ্লৱীৰ স্ত্ৰী। অন্তৰৰ শোক কঠোৰভাৱে সংযত কৰাৰ শিক্ষা কুসুমৰ হয়তো আছে। কিন্তু ধৰৰ এই ধাৰণা সলনি হৈ গ'ল পিছ-মুহূৰ্ত্ততে—যেতিয়া জে'লৰ পালী-পহৰীয়া আহি বিভূতি বৰুৱাৰ মৃতদেহ শ্মশানলৈ নিবলৈ উপস্থিত হ'লহি। কুসুমে নিজেই এই কাৰ্য্যৰ বাবে জে'লৰ কৰ্তৃপক্ষক অনুমতি দিছিল। তথাপি কুসুম একেবাৰে বাউলী হৈ স্বামীৰ মৃতদেহৰ ওপৰত বাগৰি পৰিল। কুসুমৰ মুখৰ এটা শব্দৰ চাৰিওফালে প্ৰতিধ্বনি হ'ল—'বস্তি', 'বস্তি'! তাৰ মাজতে কোনোবা এজনে কৌতূহল সামৰিব নোৱাৰি লগৰ এজনক সুধিলে—"বস্তি কোন?"

...ডাৱৰৰ মাজে মাজে আকাশত তৰা ওলাইছে এটি-দুটিকৈ। মহানগৰীৰ পথেদি কুসুম নিজৰ আবাসলৈ ঘূৰি গৈছে, চিনাকি বাটটোত কত অচিনাকি মুখ। প্ৰাণৰ গভীৰতো কুসুমৰ আজি এটি অচিনাকি ধ্বনি বাজি উঠিছে—'নেলাগে, নেলাগে আৰু সংসাৰৰ মায়া।' ওপৰলৈ চাই কুসুমে ভাবিছে—'নেলাগে হে আকাশবস্তি আৰু তোমাৰ জ্যোতি।' তৰাবোৰেও অভিমানতে



যেন মুখ ঢাকিছে ডাৱৰৰ আঁৰে আঁৰে। মহানগৰীৰ মহা ব্যস্ততাই কুসুমৰ মন-প্ৰাণ সাবটি লবলৈ আয়োজন কৰিছে। সৌটো সেৱিকা সদন। দিনৌ তাত মানুহৰ জন্ম-মৃত্যুৰ লেখ নাই—সেইবোৰ জন্ম-মৃত্যুকে লৈ কুসুম ব্যস্ত থাকিব কিন্তু বাউলী আৰু নহয়।

## ॥ তেইশ ॥

বি. এ. বাছনি পৰীক্ষাৰ খবৰ ওলোৱা কেইদিনমান হ'ল। কটন কলেজৰ দীঘল বাৰাণ্ডাখন পৰীক্ষাৰ ফৰ্ম ভৰ্ত্তি কৰিবলৈ অহা ছাত্ৰ-ছাত্ৰীৰে ভৰি পৰিছে। গে'টৰ সন্মুখতো জুম পাতি পাতি কলেজৰ লৰা-ছোৱালীয়ে কথা পাতিছে। ছাত্ৰ-ছাত্ৰীৰ আলোচনা আৰু মতামতবোৰে ওচৰৰ বায়ুমণ্ডল গৰম কৰি তুলিছে। অধ্যাপক অজিত শইকীয়াই লৰা-ছোৱালীৰ মাজে মাজে বৈ বৈ কোনোমতে হে প্ৰিন্সিপেলৰ কোঠালিটো পালেগৈ। তাতে অজিত শইকীয়া মানুহজন নিজেও অলপ লাজকুৰীয়া স্বভাৱৰ। নহলে অলপ আগতেই তেওঁ ছাত্ৰ-ছাত্ৰীক ঠেলি-হেঁচি গন্তব্যস্থানত ওলাব পাৰিলেগৈ-হেঁতেন। ৰুমা, মীনা, দীপালীহঁতে নতুন অধ্যাপকৰ দুৰৱস্থাটো দেখি ইজনীয়ে-সিজনীয়ে চকুৰে চকুৰে হঁহা-হঁহিও কৰিলে।

আজি অধ্যাপকসকলৰ এখন মিটিং আছে কলেজৰ কমন-ৰুমত। ৰবীন্দ্ৰনাথৰ জন্ম শত-বাৰ্ষিকীৰ কাৰণে অসম চৰকাৰে ৰবীন্দ্ৰ সাহিত্যৰ কিছু অংশ অনুবাদ কৰাৰ ভাৰ দিছে কটন কলেজৰ অধ্যাপকৰ ওপৰত। এই কাম সুচাৰুৰূপে সম্পন্ন কৰিবলৈ অধ্যক্ষই এখন কমিটি কৰি লৈছে। সেই কমিটিৰ সভাপতি তেওঁ নিজেই, চেক্ৰেটৰী অধ্যাপক অজিত শইকীয়া, অধ্যাপিকা অলকা বৰুৱা এচিষ্টেন্ট চেক্ৰেটৰী, আন আন মেম্বৰ আৰু কেইবাজনো অধ্যাপক।

এই সংক্ৰান্ততে অজিত শইকীয়াই অধ্যক্ষক লগ পাব লাগে। আগতীয়াকৈ অধ্যক্ষৰ লগত ভিতৰুৱাভাৱে আলোচনা কৰিবৰ মনেৰে অজিত শইকীয়া

প্ৰিন্সিপেলৰ কোঠালিলৈ সোমাই গৈছে। বহু নতুন অধ্যাপকৰ লগত অজিতৰ এতিয়াও ভালকৈ পৰিচয় হোৱা নাই। কোনজনক কোনটো বস্তু অনুবাদ কৰিবলৈ দিয়া ভাল হব অজিতে ধৰিব পৰা নাই। সেই বিষয়ে অধ্যক্ষৰপৰা অজিতৰ নিৰ্দ্দেশ লব লগা আছে।

অজিত শইকীয়া কামত সোমোৱা এমাহমানেই হ'লহি। কামত সোমোৱাৰ লগে লগে কলেজত বাছনি পৰীক্ষা আৰম্ভ হোৱাত তেওঁৰ কলেজলৈ বেছিকৈ আহিব লগা হোৱা নাই। গুৱাহাটীতো তেওঁ তেনেকৈ ওলাই-সোমাই ফুৰা নাই। যোৱাৰ ভিতৰত যায় বুৰঞ্জীৰ প্ৰধান অধ্যাপক নাৰায়ণ বৰুৱাৰ ওচৰলৈকে। অধ্যাপক নাৰায়ণ বৰুৱাৰ সাহিত্যৰ প্ৰতি অনুৰাগ আছে। অসমীয়া সাহিত্যৰ উন্নতি কামনা কৰি তেওঁ মেল-মিটিং-বোৰত উপস্থিত থাকিবলৈ যত্ন কৰে। অজিতৰ নিচিনা সঙ্গী পালে তেওঁ বহু সময় সাহিত্য আলোচনাত কটাই দিব পাৰে। ৰবীন্দ্ৰ শত-বাৰ্ষিকী পালন কৰিবলৈ সিদিনা কলেজত যিখন মিটিং হৈছিল, সেইখনতো তেওঁ উপস্থিত আছিল আৰু তেৱেঁই চেক্ৰেটৰীৰ কাৰণে অজিত শইকীয়াৰ নামটো প্ৰস্তাৱ কৰিলে। সেই প্ৰস্তাৱত কোনেও আপত্তি নকৰিলে, অজিতেও সকলোৰে অনুৰোধ এৰাব নোৱাৰি কামৰ ভাৰ লব লগা হ'ল। কিন্তু কামটো যে তেওঁৰ কাৰণে বৰ সহজ নহ'ল প্ৰিন্সিপেলৰ কোঠালিত বহি অজিতে তাকে এতিয়া ভাবি আছে। এনে কামৰ বাবে মনৰ যিকণ স্বতঃস্ফূৰ্ত্ততা লাগে, তাৰেই অভাৱ ঘটিছে অজিতৰ আজি কিছুদিনৰপৰা।

প্ৰিন্সিপেল তেতিয়াও অহা নাই। নিজৰ কথা ভাবি-চিন্তি অকলে অকলে বহি থাকোঁতে অজিতে মন কৰিলে অচিনাকি ছোৱালী এজনী কোঠালিটোৰ ভিতৰলৈ সোমাই আহিছে। ছোৱালীজনী শান্ত, ধুনীয়া আৰু সাজ-পাৰ তেনেই সাধাৰণ। অজিতলৈ চাই ছোৱালীজনীয়ে কিবা এটা সুধিব খুজিছিল, কিন্তু সুধিব খোজা কথাটো মুখতে ৰৈ গ'ল, লাহে লাহে ছোৱালীজনীয়ে তলমূৰ কৰিলে। অজিতেও ছোৱালীজনীৰ ফালে চাই আছিল—ছোৱালীজনীক ক'ৰবাত দেখা দেখা যেন লাগিল, কিন্তু একো ভাবি উলিয়াব নোৱাৰি অজিতে অন্যফালে চকু ঘূৰালে। খন্তেক পিছতে আকৌ এবাৰ দুয়ো দুয়োলৈকে চালে। দৃষ্টিৰ বিনিময়ত এইবাৰ দুয়ো দুয়োৰে পৰিচয় অনুমান কৰিলে। অজিতে ভাবিলে এয়া আকাশবন্তি নেকি ? ইমান একে ছবিৰে সৈতে। ছোৱালীজনীয়েও ভাবিলে



অজিত শইকীয়াৰ নিচিনা মানুহজন। বহুদিনৰেপৰা বিচাৰি থকা বস্তু এটাৰ প্ৰাপ্তিৰ আনন্দই নিমিষতে দুয়োৰে মুখ উদ্ভাসিত কৰি পেলালে। দুয়ো মনৰ গভীৰত বিমল আনন্দ উপলব্ধি কৰিবলৈ বিচাৰিলে। কিন্তু হঠাতে এক কৰুণ অভিমানে দুয়োৰো মাজত যেন ব্যৱধানৰ এখন আৱৰণ তৰি দিলেহি। নীৰৱ কোঠালিটোৰপৰা ছোৱালীজনী লাহে লাহে ওলাই গুচি গ'ল। অজিতৰ মনটো সেমেকি উঠিল। অতীত স্মৃতিৰ আঁত উলিয়াবলৈ বিচাৰি অজিতে মনৰ কথাবোৰ যুকিয়াবলৈ ধৰিলে। প্ৰথমতে মনত পৰিল বন্তিৰ বিষয়ে লিখি অণিয়ে দিয়া চিঠিখনৰ কথা—'বৰ ভাল ছোৱালী বন্তিজনী', তাৰপিছত বন্তিৰ বিষয়ে কোৱা মালিকৰ সেই ভয়ানক কথাষাৰ—'ছোৱালীজনীক লৈ বাবু বিপদত পৰি গ'ল', আৰু তাৰ লগে লগে অজিতৰ মনত পৰিল বালিপাৰা বাগিচাত শুনি অহা অদ্ভুত খবৰটো। বন্তি যে বিভূতিৰ নিজৰ ছোৱালী নহয়, তোলনীয়া জী হে। আনন্দ, ঘৃণা আৰু বিস্ময়ৰ নানা ভাবে অজিতৰ মনত খেলিমেলি লগালেহি। শেষত অতি আপোন মানুহৰ ওপৰত কৰাৰ দৰেই অচিনাকি ছোৱালীজনীৰ ওপৰত অভিমান কৰি অজিতে ভাবিলে সেইটোৱেই ঠিক, ঘৰৰ মালিকৰ কথাষাৰেই ঠিক, বন্তিৰ কাৰণেই বিভূতি বৰুৱা বিপদত পৰিব লগা হ'ল অথচ বন্তি বিভূতিৰ নিজৰ ছোৱালী নহয়। লাহে লাহে অজিতৰ মন মৌন হৈ আহিল। কিন্তু এই মৌনতাৰ আঁৰত কত আলফুলীয়া ফুল আকৌ ফুলি উঠিল, সুৰভি উৰিল ক্ষণে ক্ষণে। আৰু সেই ক্ষণতেই কোঠালিটোলৈ সোমাই আহিল ধীৰ-গম্ভীৰভাৱে কলেজৰ অধ্যক্ষ, পাছে পাছে আকৌ সেই ছোৱালীজনী। অচিনাকি ছোৱালীজনী আকৌ আহিছে। খন্তেক আগতে উৎফুল্ল হৈ উঠা অজিতৰ মনটো আকৌ এবাৰ কোঁচ খাই যাব খুজিলে। কিন্তু অধ্যক্ষই আগ্ৰহেৰে অজিতৰ ফালে চাই আহি থকা দেখি তেওঁ থিয় হ'ল। অধ্যক্ষৰ ফালে চাই অজিতে নমস্কাৰ জনালে। অধ্যক্ষ আৰু ছোৱালীজনীয়ে অজিতক প্ৰতি-নমস্কাৰ দিলে।

"আপুনি অলপ বহক শইকীয়া, এওঁৰ কাম অলপ আছে। শেষ কৰি লওঁ।" অজিতৰ ফালে চাই অধ্যক্ষই কলে।

"ভাল।" অজিতে কলে। অজিত বহিল।

অধ্যক্ষই ছোৱালীজনীৰ হাতৰপৰা দুখনমান কাগজ-পত্ৰ লৈ আহি পৰীক্ষা কৰিবলৈ ধৰিলে। "মই কলেজৰ ফিজটো ৰেহাই দিলোঁ। আগৰ কেইটা

মাহৰ ফিজখিনিও তোমাক বিকাও দিয়াৰ ব্যৱস্থা কৰিছোঁ। কলেজ-ফাওৰপৰা তোমাক এটা স্কলাৰশ্বিপ দিয়া হব, কিন্তু নিৰ্দ্দিষ্ট ফৰ্মত তোমাৰ এখন বেক্-ৰেটেড্ এপ্লিকেচন্ লাগিব।" ছোৱালীজনীলৈ চাই গম্ভীৰ স্বৰে প্ৰিন্সিপেলে কৈ গ'ল।

"ভাল।" লাহেকৈ ছোৱালীজনীয়ে মাত দিলে।

"তুমি বহা। ইয়াতে এপ্লিকেচন্খন লিখি দি যোৱা। তেতিয়া হলে তোমাৰ পৰীক্ষাৰ ফৰ্মখন সময়মতে পঠাব পৰা যাব। যি বাদ-বাকী টকা থাকি যায় এদিন আহি আকৌ লৈ যাবাহি। শুনিলোঁ হোষ্টেলৰ ফিজো তুমি সময়মতে দিব পৰা নাই।"

কথাখিনি শেষ কৰি অধ্যক্ষই ছোৱালীজনীক নিৰ্দ্দেশ দিলে চকী এখনত বহিবলৈ। অজিত শইকীয়াই ওচৰৰ চকীখন লাহেকৈ অলপ দূৰলৈ ঠেলি দিলে। ছোৱালীজনীয়ে প্ৰিন্সিপেলৰ কথাৰ একো উত্তৰ নিদি নীৰৱে চকীখনত বহি পৰিল। এপ্লিকেচন্খন লিখিবৰ মনেৰে ছোৱালীজনীয়ে হাতত থকা কাগজৰ টোপোলাটোৰপৰা ফৰ্মখন উলিয়াই ললে। লাজ, অপমান আৰু দুখত যে ছোৱালীজনী ভিতৰে ভিতৰে তেতিয়া জৰ্জ্জৰিত হৈ পৰিছিল প্ৰিন্সিপেলে সেই কথাটো বুজিব নোৱাৰি মাথোঁ কলে, "ফাৰ্ষ্টক্লাচ পাব লাগিব কিন্তু।" প্ৰিন্সিপেলৰ কথা শুনি অজিতে মনে মনে ভাবিলে—'অকল ফাৰ্ষ্টক্লাচ পালেই হ'ল নে ?'

"চেষ্টা কৰিম চাৰ।" থোকাথুকি মাতেৰে ছোৱালীজনীয়ে উত্তৰ দিলে। তাৰপিছত তাই একমনে লিখি গ'ল।

"আপোনাৰ কাম হ'ল ?" অজিতৰ ফালে চাই প্ৰিন্সিপেলে সুধিলে।

"কিহৰ কাম চাৰ ? অঁ হয় হয়। কিছু আগবাঢ়িছে।" অজিতে উত্তৰ দিলে।

"বিশেষ একো নাই। মিটিঙতে আমি নামবোৰ বাছি পেলাম কাক কি দিব লাগে।"

"মোৰতো কাৰো লগত বিশেষ পৰিচয় নাই। কোনজন মানুহক কিটো বিষয় অনুবাদ কৰিবলৈ দিয়া হব আপুনি সেই বিষয়ে অকণমান নিৰ্দ্দেশ দিলেই ভাল হয়।"



"সাহিত্যৰ জগৎখনৰপৰা ময়ো বহুদিন আঁতৰত আছোঁ নহয় ? হব দিয়ক কিবা এটা।"

"কবিতা, গান, গল্প, নাটক, উপন্যাস, চিঠি-পত্ৰ আৰু প্ৰবন্ধ এই সাতটা ভাগত ভগাই লৈছোঁ। সেই অনুযায়ী মানুহ চাই চাই তালিকা এখন প্ৰস্তুত কৰি লব লাগিব। আজিৰ এই মিটিঙতে সেইটো কাম কৰি পেলাম। আৰু এটা কথা। কালি অনকা বৰুৱাই সুধিছিল—এই কামত আমি ছাত্ৰ-ছাত্ৰীক লগাব পাৰোঁ নে নোৱাৰোঁ। গানবোৰ অনুবাদ কৰিবৰ বাবে তেওঁ কোনোবা ছাত্ৰীক দিবলৈ বিচাৰে।"

"এওঁৰ কথাই কৈছিল।" বুলি প্ৰিন্সিপেলে ছোৱালীজনীৰ ফালে দেখুৱাই দিলে।

"হয় নেকি ?" প্ৰিন্সিপেলৰ কথাষাৰ শলাগি অজিতে ছোৱালীজনীৰ ফালে চালে। একান্তমনে ছোৱালীজনীয়ে এপ্লিকেচন্খন লিখি প্ৰায় তেতিয়া শেষ কৰি উঠিছে।

"হ'ল—লিখা ?" প্ৰিন্সিপেলে সুধিলে।

"হয়।" থিয় হৈ ছোৱালীজনীয়ে নম্ৰভাৱে উত্তৰ দিলে।

এপ্লিকেচন্খন ছোৱালীজনীয়ে প্ৰিন্সিপেলৰ ফালে আগবঢ়াই দিব খোজোঁতেই তেওঁ কলে—"তেখেতক দিয়া। চাওকচোন শইকীয়া, ঠিক আছে নে ?"

অলপ আগুৱাই আহি ছোৱালীজনীয়ে অজান পুলকৰ মাজত ফৰ্মখন অজিতক দিবলৈ ওলাল। অজিতেও গোটেই মানুহজনীলৈ সম্পূৰ্ণ দৃষ্টি পেলাই হাতখন আগবঢ়াই দিলে—অনিমেষ দৃষ্টি আৰু সচকিত কণমান হাতৰ স্পৰ্শৰ ভিতৰেদি ফৰ্মখন অজিতৰ হাতত পৰিলগৈ। উৎসৰ্গা আৰু গ্ৰহণৰ অপূৰ্ব্ব উপলব্ধিয়ে কোঠালিটো খন্তেক-পৰলৈ স্তব্ধ কৰি পেলালে। ছোৱালীজনী আঁতৰি গৈ আকৌ বহা চকীখনৰ কাষত থিয় হ'লগৈ। প্ৰিন্সিপেলেও আনন্দতে এবাৰ অজিতলৈ চালে, আৰু এবাৰ আকাশবন্তিলৈ চাই শেষত কলে—"বহা।" বন্তি বহি পৰিল। অজিতে মনতে ফৰ্মখন পঢ়ি গ'ল।

'নাম···আকাশবন্তি বৰুৱা।'

'জন্ম-ঠাই······কলিকতা।'

অভিভাৱক…'বিভূতি বৰুৱা' ইত্যাদি।…"হেঁ।" বুলি অজিতে এটা নিশ্বাস পেলাই কৈ উঠিল—"বিভূতি বৰুৱা এতিয়াও জে'লতে আছে নেকি ?"

প্ৰিন্সিপেল আৰু বন্তি দুয়ো অজিতলৈ চালে, কাৰ প্ৰশ্নটো কৰিছিল বুজা নগ'ল। ফৰ্মখনৰ বাকী কথাখিনি অজিতে তেতিয়া ব্যস্ত হৈ পঢ়ি গৈছিল। পঢ়া শেষ হ'লত আকৌ ঘূৰাই একেটা প্ৰশ্নকে কৰিলে :

"তেখেত এতিয়াও জে'লতে আছে ?" উত্তৰ বিচাৰি অজিতে এইবাৰ বন্তিলৈ চালে।

"হয়।" বন্তিয়ে উত্তৰ দিলে।

"আপুনি আৰু তেজপুৰলৈ যোৱা নাই ?"

"নাই যোৱা।"

"শইকীয়াই দেখোঁ এওঁক ভালকৈয়ে চিনি পায় ?"

"কিন্তু এওঁক মই এই প্ৰথম দেখিলোঁ।"

"তেন্তে ?"

"এওঁলোকৰ নাম শুনি আছিলোঁ বহুদিনৰপৰা। দেখা হে নাছিলোঁ।"

"বাৰু বিভূতি বৰুৱা কোন ?"

"মোৰ ভনীজনীৰ খুৱাশহুৰ। এওঁ তেখেতৰ এডপ্‌টেড্‌ ডটাৰ।" বন্তিৰ প্ৰতি হোৱা তাচ্ছিল্যৰ ভাব সযত্নে ঢাকি ৰাখি অজিতে কলে।

"হয় নেকি ? মই কথাটো নেজানিছিলোঁ। কিন্তু ছোৱালীজনীৰ টকা-পইচাৰ অভাৱ বুলি হে মই জানিছোঁ—অলকা বৰুৱাৰপৰা। পঢ়াত ভাল। ফাৰ্ষ্টক্লাচ পাব পাৰে বুলিও কেইজনমান অধ্যাপকে কলে। ইংৰাজীত ফাৰ্ষ্টক্লাচ এটা হলে কলেজৰো নাম হৈ যায়, সেই কাৰণে 'পূৰব স্কলাৰশ্বিপ' এটাৰ ব্যৱস্থা কৰিব লগা হ'ল। তাতে তেওঁ কেইবামাহৰো ফিজ দিয়া নাই। অলকা বৰুৱাৰ মুখত শুনিলোঁ—মেচ ডিউজো তেওঁ দিব পৰা নাই। অৱশ্যে 'ফাদাৰলেচ' বুলি মই জানো, কিন্তু—" বুলি অধ্যক্ষই বন্তিলৈ চাই কলে—"বিভূতি বৰুৱাই তোমালৈ টকা-পইচা নপঠায় কিয় ?"

অধ্যক্ষৰ কৌতূহল-মিশ্ৰিত প্ৰশ্নটোৰ উত্তৰ বন্তিয়ে সহজে দিব নোৱাৰা দেখি অজিতেও পৰীক্ষকৰ দৰে বন্তিৰ বিবৰ্ণ মুখখনলৈ লক্ষ্য কৰিলে। প্ৰিন্সিপেলৰ প্ৰশ্নই যে বন্তিৰ প্ৰাণত আঘাত কৰিছিল সেই কথাটো অজিতে বুজিও অধ্যক্ষৰ মুখলৈ চাই হাঁই মাৰি কলে—"বিভূতি বৰুৱা এতিয়া জে'লত।"



"কিয় ?" বিস্ময় প্ৰকাশ কৰি অধ্যক্ষই সুধিলে।

"নাজানো কথাটো ভালকৈ। মহানগৰীত জে'ল খাব লগা কত কাৰণেই থাকে।"

অজিতৰ কথাযাৰত যে আক্ৰমণৰ ভাব আছে আৰু এই আক্ৰমণৰ বীজ যে বত্ন বৰুৱাৰ ঘৰৰপৰা অজিতে কঢ়িয়াই আনিছে বন্তিয়ে আজি সেই কথাটো সহজে বুজি পালে। তথাপি বন্তিয়ে তলমূৰ আৰু ওপৰ নকৰিলে। কোনেও কিছু-পৰলৈ কথা কব পৰা নাছিল।

"এওঁৰ বাৰু নিজৰ দেউতাকৰ নাম কি ?" নিস্তব্ধতা ভঙ্গ কৰি অজিতৰ কালে চাই প্ৰিন্সিপেলেই আকৌ সুধিলে।

"ময়ো ইমানদিনে এওঁক বিভূতি বৰুৱাৰ নিজৰ ছোৱালী বুলিয়েই জানি আছিলোঁ। আচল পৰিচয় মোৰো জনা নাই।" অজিতৰ কথা শুনি প্ৰিন্সিপেলে অলপ ডাঙৰকৈ হাঁহিলে। এইবাৰ বন্তিৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গ'ল—তাইৰ দুৰ্ভাগ্য লৈ আনে পৰিহাস কৰাটো বন্তিয়ে অলপো ইচ্ছা নকৰে।

"যাওঁ চাৰ।" বন্তিয়ে গহীনাই কলে।

"ৰ'বা, তুমি প্ৰফেচাৰ শইকীয়াৰ কথাত আহত হৈছা বুজিছোঁ। তেওঁ ধেমালি হে কৰিছে।"

বন্তিয়ে একো নেমাতিলে। অধ্যক্ষই বন্তিৰ বঙা পৰি অহা মুখখনলৈ মন কৰিলে।

"যাওঁ চাৰ।" ঢুলঢুলীয়া চকুৰে বন্তিয়ে আকৌ কলে।

"বাৰু, বাৰু তুমি যোৱা। পঢ়া-শুনা ভালকৈ কৰাগৈ। ফাৰ্ষ্টক্লাচ এটা ৰাখিব পাৰিবা বুলি বহুতে আশা কৰিছে।"

দুয়োলৈকে সশ্ৰদ্ধ নমস্কাৰ জনাই বন্তি লাহে লাহে ওলাই গ'ল। কোঠালিটোও খন্তেকতে যেন জঁই পৰি গ'ল। অজিতে বেৰলৈ চাই থাকিল ভাবুকৰ দৰে। প্ৰিন্সিপেলে অজিতক কিবা এটা সুধিব খুজি ৰৈ গ'ল। ইমান গভীৰভাৱে অজিতে কি ভাবিছে বাৰু ?

"কি হ'ল শইকীয়া ? কি ভাবিছে ?"

"নাই, নাই। একো ভবা নাই।"

"এনেকুৱা কত ঘটনা ঘটে !"

"হয়।"

"ছোৱালীজনীৰ পিছে, যথেষ্ট গুণ আছে।"

"মই কিন্তু ছোৱালীজনীৰ বিষয়ে অন্য ধৰণে হে শুনিছোঁ। চৰিত্ৰত চেকাও পৰিছে নেকি ?"

"কি ? ছাত্ৰ-ছাত্ৰীৰ মৰেল-কণ্ডাক্ট বেয়া হলে কোনোৰকমৰ স্কলাৰশ্বিপ দিব নোৱাৰি।"

দুৱাৰ-মুখত তেতিয়া অলকা বৰুৱা কোঠালিটোৰ ভিতৰলৈ সোমোৱাৰ অনুমতি বিচাৰি থমকি ৰৈছিলহি। সেয়ে দুয়ো নিজৰ কথা বন্ধ কৰি অলকা বৰুৱালৈ চালে।

"আহক।" প্ৰিন্সিপেলে মাতিলে। অলকা বৰুৱা ভিতৰলৈ সোমাই আহি চকী এখনত বহিলহি। অলকা বৰুৱাৰ লগত অজিতৰে আজি প্ৰয়োজন বেছি কিন্তু অলকা বৰুৱাক দেখিও অজিত নিমাত হৈ থাকিল।

"এতিয়া মিটিং আছে নহয় ? সময় হৈছেহি।" প্ৰিন্সিপেলে অলকালৈ চাই কলে।

"হয়।" অলকাই শলাগিলে। তাৰপিছত আকৌ কলে, "আপোনাক এটা কথা সুধিব খুজিছোঁ।"

"কওক।" অধ্যক্ষই উত্তৰ দিলে।

"আকাশবন্তি আজি আপোনাৰ ওচৰলৈ অহাৰ কথা আছিল ?"

"আহিছিল, অলপ আগতে। তেওঁৰ সকলো সা-সুবিধা কৰি দিছোঁ আপুনি কোৱা মতেই।"

"বৰ দুৰ্ভগীয়া ছোৱালীজনী, এইমাত্ৰ এখন টেলিগ্ৰাম আহিছে—তেওঁৰ দেউতাক ঢুকাইছে বুলি।"

"কিন্তু আপুনি সিদিনা কৈছিল—ছোৱালীজনী ফাদাৰলেচ বুলি হে।"

"হয় কৈছিলোঁ। সেয়া নিজৰ দেউতাক নহয়। কিন্তু—"

"অ' ইয়েচ। তেওঁ কোনোবা এজনৰ এডপ্ টেড্ ডটাৰ্ তো ?"

"হয়, হয়। তেওঁ হে ঢুকাইছে। তেওঁৰ নাম বিভূতি বৰুৱা। জে'লতে তেওঁৰ মৃত্যু হৈছে—এইমাত্ৰ টেলিগ্ৰাম আহিল। আকাশবন্তিক এতিয়া হোষ্টেললৈ লৈ গৈ মই নিজে তেওঁক খবৰটো দিব লাগিব। বৰ দুখ পাব বেচেৰীয়ে।"

"বাৰু বিভূতি বৰুৱা জে'লত থাকিব লগা হৈছিল কিয় ?" অধ্যক্ষই অলকা বৰুৱাক সুধিলে।



"তেওঁ পলিটিকেল প্ৰিজনাৰ।"

"পলিটিকেল প্ৰিজনাৰ ?"

"হয়।"

"কেনেকৈ জানিলে ?"

"এয়া জে'ল কৰ্ত্তৃপক্ষই খবৰ দিছে।" টেলিগ্ৰামখন দেখুৱাই অলকাই কলে।

"শইকীয়াই দেখোন অন্যৰকমে হে কব খোজে।"

"কি ?" বুলি অলকা বৰুৱাই অজিতৰ ফালে চালে।

"মই কলিকতাত কিবাকিবি বহুতো কথা শুনিছোঁ। অৱশ্যে সেইবোৰ কিমানদূৰ সত্য কব নোৱাৰি। বিভূতি বৰুৱা মোৰ ভনীজনীৰ খুৰাশহুৰ।"

"হয় নেকি ? আপুনি বহু কথা জানিব তেন্তে।" অলকা বৰুৱাই কলে।

"মানুহজন ত্ৰিশ বছৰ নিৰুদ্দেশ হৈ আছিল।" অজিতে কলে।

"হয় হয়।" অলকাই শলাগিলে।

"তাৰপিছত ?" বুলি অধ্যক্ষই অলকাৰ ফালে চালে।

"কওক।" বুলি অলকাই অজিতক নিৰ্দ্দেশ দিলে।

"ত্ৰিশ বছৰৰ পিছত বিভূতি বৰুৱাই ঘৰলৈ খবৰ দিলে, লগতে লিখিলে এই বন্তি বোলা ছোৱালীজনী নিজৰ ছোৱালী বুলি।" অজিতে কৈ গ'ল।

"হয়। ইতিমধ্যে বিভূতি বৰুৱা জে'ললৈ যাব লগা হ'ল। আপোনালোকে কাগজত পঢ়িব পায় বজ্ৰপ্ৰাণ সিঙৰ কথা। মাজতে বাতৰি কাকতত ওলাইছিল নহয় ?" অলকাই কলে।

"বজ্ৰপ্ৰাণ সিং যে অস্ত্ৰাগাৰ লুণ্ঠন কেচত জড়িত আছিল ? সেই বজ্ৰপ্ৰাণ সিঙৰ কথা কৈছেতো ?"

"হয়। সেই কেচতে বিভূতি বৰুৱাও জড়িত।" অলকাই কলে।

"কি !" বুলি অজিত আৰু অধ্যক্ষই দুয়ো একেলগে বিস্ময় প্ৰকাশ কৰিলে।

"জে'ললৈ যাব লগা হোৱাত বন্তিক বিভূতি বৰুৱাই তেজপুৰলৈ পঠাই দিলে। তোলনীয়া ছোৱালী বুলি লিখিলে ক'ৰবাত অসুবিধা হয় বুলি তেওঁ প্ৰথমতে বন্তি নিজৰ ছোৱালী বুলিয়েই আত্মীয়-স্বজনলৈ লিখিছিল। কিন্তু কলিকতাত পৰিচিত সকলো মানুহে বন্তিক বিভূতি বৰুৱাৰ ছোৱালী বুলি হে জানে। দুই-তিনি বছৰৰপৰা তেওঁ বন্তিক ডাঙৰ-দীঘল কৰিছিল।"

"সেইটো কিন্তু হয়।" বুলি অজিতে অলকাৰ কথাত সমৰ্থন জনালে।

"কিন্তু বিভূতি বৰুৱাৰ আত্মীয়-স্বজনসকল অভুক্ত। যি মুহূৰ্ত্ততে তেওঁলোকে আকাশবন্তি বৰুৱাক তোলনীয়া ছোৱালী বুলি জানিলে সেই মুহূৰ্ত্ততে বন্তিৰ লগত সকলো সম্বন্ধ আৰু সংস্ৰৱ ত্যাগ কৰিলে।" অলকাই কলে।

"আকাশবন্তিৰ মুখৰপৰা আপুনি এইকথা শুনিছেতো?"

"হয়।"

"তেতিয়াহলে এইকথা কিমানদূৰ সত্য বা?"

"বন্তিক আপুনি নাজানে। মিছা কথা কোৱা ছোৱালী নহয়, বুজিছে।" কথাখিনি নম্ৰস্বৰত কলে যদিও অলকা বৰুৱা ভিতৰে ভিতৰে উত্তেজিত হৈ উঠিল।

"এতিয়া মৃত্যু-সংবাদটো পালে হে ছোৱালীজনীয়ে দুখ পাব।" অধ্যক্ষই গহীনাই কলে।

"হয়। মই বাৰু যাওঁ। অলপ দেৰি হলে আপোনালোকে আৰম্ভ কৰি দিব মিটিঙৰ কাম।"

"গানকেইটা তেন্তে বন্তিলৈ থৈ দিম?"—কথাৰ সুৰ সলাই অজিতে সুধিলে।

"কিহৰ গান?" যাবলৈ থিয় হৈ অলকা বৰুৱাই ঘূৰাই সুধিলে।

"ৰবীন্দ্ৰসঙ্গীত বন্তিয়ে অনুবাদ কৰিব বুলি কৈছিল নহয় চাবৰ আগত?"

"আপোনাৰ কথাষাৰ বেছ মনত আছেতো? কিন্তু—"

"কি?"

"মনৰ এনে অৱস্থাত বন্তিয়ে অনুবাদৰ কাম কৰিব পাৰিব জানো?"

"মৃত্যুৰ ওপৰত কাৰ হাত আছে? পৰীক্ষাওতো আহিছে বন্তিৰ।" অজিতে কলে।

"সেইটো হয় অৱশ্যে।" বুলি অলকা বৰুৱা কোঠালিটোৰপৰা ওলাই গ'ল। ইতিমধ্যে পিয়ন এটাই কিছুমান কাগজ-পত্ৰ লৈ আহি অধ্যক্ষৰ টেবুলত থৈছিলহি। সেইবোৰকে এখনৰ পিছত এখনকৈ চহী কৰি আকৌ কাগজবোৰ অধ্যক্ষই পিয়নটোৰ হাতত দিবলৈ ধৰিলে। অধ্যক্ষই নিজৰ কামত ব্যস্ত হৈ পৰা দেখি অজিত উঠি দুৱাৰ-মুখত থিয় হ'লগৈ। বাহিৰলৈ চাই দেখিলে আকাশখনত প্ৰকৃতিৰ এটি সজল ৰূপ ভাহি উঠিছে। আলিবাটটোৰেদি মানুহৰ



অহা-যোৱা দেখি জীৱন কৰ্ম্মময় বুলি নিজকে বুজাবলৈ যত্ন কৰিলে যদিও বাৰে বাৰে ভিতৰৰপৰা নানা খেলিমেলি ভাবে অজিতক অস্থিৰ কৰি তুলিলে। লাহে লাহে অজিতে অনুভৱ কৰিলে মেঘে মেঘে আজি আকাশবন্তিৰ বেদনা হে যেন চাৰিওফালে ব্যাপ্ত হৈ পৰিছে।

## ॥ চৌবিশ ॥

বছৰটোৰ প্ৰথমজাক বৰষুণে গছপাতৰ ওপৰত পৰি থকা বহুদিনৰ ধূলি-বালিবোৰ ধুই নিয়া সৰহ দিন হোৱা নাই। হোষ্টেলৰ সমুখত থিয় হৈ থকা আমগছ কেইজোপাই গাঢ় সেউজীয়া বৰণ ধৰিছে। আম আৰু কৃষ্ণচূড়াৰ শীতল ছাঁ আহি হোষ্টেলৰ টিঙৰ ওপৰত পৰিছেহি। নিজম দুপৰীয়া-পৰত হোষ্টেলটোও নিস্তব্ধ হৈ আছে। পৰীক্ষাৰ শেষত প্ৰথম, দ্বিতীয় আৰু তৃতীয় বাৰ্ষিকৰ ছোৱালীবোৰ ঘৰলৈ গৈছেগৈ। এতিয়া মাত্ৰ হোষ্টেলত চতুৰ্থ বাৰ্ষিকৰ ছোৱালী কেইজনীমান আছে। তেওঁলোকো পঢ়াতে ব্যস্ত, বি. এ. পৰীক্ষালৈ পোন্ধৰ দিন-মান হে বাকী।

আজি কেইদিনমানৰপৰা অলকা বৰুৱাৰ ওচৰতে সৰু কোঠালি এটাত বন্তি অকলশৰীয়াকৈ আছেহি। পৰীক্ষালৈ সৰহ দিন নাই। পঢ়িবৰ মনেৰে বন্তিয়ে টেবুলৰ ওপৰতে কিতাপ এখন মেলি থৈছে। কিন্তু গছৰ ফাকে ফাকে আকাশলৈ চাই বন্তিয়ে নিজৰ জীৱন-স্মৃতিৰ পাত হে লুটিয়াইছে। আমৰ ডালত পৰি কুলি চৰাই এটাই কুউ-কুউকৈ মাতি দুপৰীয়াটোৰ নিস্তব্ধতা ভঙ্গ কৰিছে।

"তুমি পঢ়া-শুনা কৰিবলৈ আৰম্ভ কৰা, মৃত্যুৰ ওপৰত মানুহৰ হাত নাই।" হঠাতে কোঠালিটোলৈ সোমাই আহি বন্তি বহি থকা চকীখনত হাত থৈ অলকা বৰুৱাই কলে।

বিভূতি বৰুৱাৰ মৃত্যু-সংবাদে যে বন্তিক একেবাৰে কাহিল কৰি পেলাইছে অলকা বৰুৱাই লক্ষ্য কৰিছে। পঢ়া-শুনাত বন্তিয়ে এতিয়ালৈকে মন বহুৱাব পৰা নাই।

অলকা বৰুৱাৰ মাত শুনি বন্তি বহাৰপৰা উঠিল আৰু নিগাতে তলমূৰ কৰি থিয় হৈ থাকিল।

"কাৰঁপৰা চিঠি আহিছে আজি?" অলকা বৰুৱাই মৰমেৰে সুধিলে।

"মাৰ চিঠি।"

"কি লিখিছে?"

"ভালকৈ পঢ়াৰ কথা লিখিছে। চাৰি মাহৰ কাৰণে মা বোম্বেলৈ যাব। তাত কিবা এটাৰ ট্ৰেনিং লব লাগিব বোলে।"

"পৰীক্ষাৰ পিছত তোমাক যাবলৈ লিখা নাই?"

"নাই লিখা। মোক কলিকতালৈ যাবলৈ মানা হে কৰিছে। দেউতাৰ কেচ এতিয়াও ছিগাগৈ নাই বোলে। মাজে মাজে পুলিচে মাক এতিয়াও জুলুম কৰেগৈ। বাইদেউ, আপুনি পঢ়ক নহলে মাৰ চিঠিখন।" এইবুলি কৈ বন্তিয়ে কিতাপৰ মাজৰপৰা কুসুমৰ চিঠিখন উলিয়াই অলকা বৰুৱাৰ হাতত দিলে।

অলকা বৰুৱাই চিঠিখন পঢ়ি গ'ল। পঢ়ি উঠি বন্তিৰ হাতত চিঠিখন ঘূৰাই দিলে। তাৰপিছত কিবা এটা গভীৰভাৱে চিন্তা কৰি লাহে লাহে কবলৈ ধৰিলে, "মই যি বুজিছোঁ কিছুদিনলৈ অন্ততঃ তোমাৰ কলিকতালৈ যোৱাটো উচিত নহব। অন্ততঃ তেখেত বোম্বেৰপৰা ঘূৰি নহালৈকে আৰু কেচটো সম্পূৰ্ণ ছিগি নোযোৱালৈকে তুমি ইয়াতে থাকিব লাগিব। মোকোতো ঘৰৰপৰা মাতি পঠাইছে। পৰীক্ষাৰ পিছত তোমাক ক'ত থব পৰা যায় সেইটো হে ভাবিছোঁ।"

বন্তিৰ লগত অলকা বৰুৱাৰ ঘনিষ্ঠতা আগতকৈ বাঢ়িছে। বন্তিৰো একমাত্ৰ মানসিক অৱলম্বন এতিয়া অলকা বৰুৱা। এগৰাকী আপোন বায়েকৰ আগত জীৱনৰ যিমানবোৰ কথা কব পাৰি সিমানখিনিলৈকে বন্তিয়ে অলকাৰ আগত কোনো কথা লুকুৱা নাই। সেয়ে অলপ দিনৰ ভিতৰতে বন্তিৰ প্ৰতি অলকা বৰুৱাৰ বহুখিনি দায়িত্ব বাঢ়ি গৈছে।

"তুমি জানো উত্তৰ দিবা?" অলকা বৰুৱাই আকৌ সুধিলে।

"উত্তৰ দিবলৈ মাই মানা কৰিছে দেখোঁ? কিন্তু মালৈ বহুতো কথা মোৰ লিখিব লগা হৈছে।"

"তুমি ভাবি চোৱা। পুলিচৰ জুলুম এইখিনি পালেহি বৰ অসুবিধা হব।



কলিকতাৰ নিচিনাতো নহয় এইবোৰ ঠাই, অকণমান কিবা এটা হলে মানুহ ইয়াত ব্যস্ত হৈ পৰে। তাতে ছোৱালী-হোষ্টেলৰ কথা বুলিলে মানুহৰ কৌতূহলৰ সীমা নাই।"

"মই সেই কাৰণে মা-দেউতালৈ চিঠি দিয়াই নাছিলোঁ। আনকি বৰদেউতা-হঁতে যে মোৰ লগত সকলো সংশ্ৰৱ বন্ধ কৰিছে, মাহঁতে সেই কথাটোও জানিব পৰা নাই। এইবোৰ কথা জানিলে যে মাই কিমান আঘাত পাব!"

"মিষ্টাৰ আহমদৰ কথাটোও তেখেতক জনাব লাগিছিল।"

"নাই নাই, সেইকথা এতিয়াই মাক জনাব নোৱাৰি বাইদেউ। অনুমানৰ কথা যেতিয়া মিছাও হব পাৰেতো!"

"অনুমান হলেও কথাটো সত্যই হব লাগিব। বন্তি চাবা, মিষ্টাৰ আহমদক তোমাৰ পৰিচয়টো দিলেই সকলো কথা ওলাই পৰিব।"

"সময় এতিয়াও হোৱা নাই। পৰীক্ষাটো হৈ যাওক। তাতে বাবাজানক জনাই বা হব কি? মোৰ হে যি ভাগ্য!"

"নিজৰ ভাগ্যৰ ওপৰত যদি তোমাৰ হাত আছে তুমি তাক ঘূৰাই আনিব লাগিব। আৰু যদি হাত নাই বুলি ভাবা তেন্তে ঘটনা-প্ৰৱাহৰ মুখত নিজকে এৰি দিয়াৰ বাহিৰে উপায়তো নাই। ঘটনাৰ সোঁত যিফালে বাগৰি যায়, সেইফালে নিজেও বাগৰিব লাগিব। কিন্তু মোৰ অনুমান কি হৈছে জানা বন্তি? তুমি আহমদৰ নাতিনী হিচাপেই মৰ্য্যাদা এদিন পাবা। ঘটনাৰ সোঁত বোধকৰোঁ এনেদৰে হে বাগৰিব।"

অলকা বৰুৱাই ইয়াৰ আগতেও এনেধৰণে বন্তিক ইঙ্গিত দি আছে। বন্তিয়েও কথাটো নভবা নহয়। বন্তিৰ মনত আশাৰ ৰেঙণিও মাজে মাজে নুঠা নহয়। কিন্তু কথাটো অলপ দকৈ ভাবিবলৈ গলেই বন্তি কুণ্ঠিত হৈ পৰে। খন্তেকতে কত ৰকমৰ আশঙ্কাৰ ডাৱৰে যে বন্তিৰ মনৰ আকাশ আবৰি ধৰেহি।

ইতিমধ্যে গিয়াচুদ্দিন আহমদেও মাজে-সময়ে বন্তিৰ খবৰ লৈ যায়হি। বিভূতি বৰুৱাৰ মৃত্যু-সংবাদ পাই গিয়াচুদ্দিন আহমদ সেইদিনা উধাতু খাই আহিছিল বন্তিক সান্ত্বনা দিবলৈ—বুকুৰ মাজত সুমুৱাই বন্তিক আপোন নাতিনীৰ দৰে আহমদে নিচুকাইছিল। বন্তিৰ মুখতো সেইদিনা আপুনি ওলাই পৰিছিল—'বাবাজান?'

'বাবাজান নহয় আইজনী, তোৰ মই নানা হে' বুলি বৃদ্ধ আহমদে নিজেও

উচুপি উঠিছিল। অতীতৰ কত স্মৃতি বৃদ্ধৰ প্ৰাণত সজীৱ হৈ উঠিছিল। বন্তিৰ স্পৰ্শত গিয়াচুদ্দিন আহমদে আপোন তেজৰ গোন্ধ পাই যেন বিয়াকুল হৈ উঠিল। সেইদিনাৰপৰা গিয়াচুদ্দিন আহমদ সঘনে বন্তিৰ খবৰ লবলৈ অহা হ'ল—কেতিয়াবা হাতত সন্দেশ আৰু কেতিয়াবা কাজু-পেস্তাৰ টোপোলা লৈ। অৱশ্যে অলকা বৰুৱাৰ লগত মিষ্টাৰ আহমদৰ মণ্টেচৰী স্কুলখনৰ সম্পৰ্কে নানা কথা আলোচনা কৰিব লগাও থাকে। যোৱা প্ৰথম ফেব্ৰুৱাৰীৰ দিনা স্কুলখন মুকলি কৰা হৈছে। ইয়াৰ ভিতৰতে কিন্তু মিষ্টাৰ আহমদে অলকা বৰুৱাৰপৰা জানিব পাৰিছে যে বন্তি বিভূতি বৰুৱাৰ তোলনীয়া জীয়েক হে আছিল। কথাটো জানি বৃদ্ধৰ প্ৰাণত এতিয়া অপাৰ কৌতূহল। অলকা বৰুৱাই পৰীক্ষাৰ পিছত বন্তিৰ বিষয়ে কিছুমান কথা কব বুলি বুঢ়াক আশ্বাস দি থৈছে। মৰম লগা বন্তিৰ মুখলৈ মনত পেলাই আহমদে ভাবে—এনেকুৱা এজনী নাতিনী থকা হলে! ছোৱালীজনীৰ যদি আপোন কেও নাই তেন্তে তাইক দেখোন নিজৰ ঘৰলৈ লৈ গৈ নাতিনীৰ মৰ্য্যাদা দিব পাৰি! কিন্তু হিন্দু ছোৱালী এজনী কিয় মুছলমান মানুহৰ ঘৰত থাকিব? তাইৰো এটা ভৱিষ্যৎ আছে। নাই নাই বন্তিক নিজৰ ঘৰলৈ আনি ভুল কৰিব নোৱাৰি। এবাৰ জীৱনৰ এটা ভুল হৈ গৈছে। একেটা ভুলকে বাৰে বাৰে কৰিব নোৱাৰি। ভুলে জানো মানুহক শিক্ষা নিদিয়ে? বন্তিক দূৰৰ-পৰাই মৰম দিব লাগিব। ছোৱালীজনীৰো মৰমৰ প্ৰয়োজন আছে। নিজৰ দেউতাক নাইয়েই—তুলি লোৱা দেউতাকজনকো কাল-শত্ৰুৱে লৈ গ'ল দেহি! এইদৰে ভাবি ভাবিয়েই বৃদ্ধ আহমদ বন্তিৰ কাষ পায়গৈ। মৰম-আকলুৱা বন্তিয়ে আহমদৰ সংস্পৰ্শত শান্তি অনুভৱ কৰে যদিও মাজে মাজে বুকুখন তাইৰো কঁপি উঠে।

অলকা বৰুৱাই ককা-নাতিনীৰ সম্বন্ধটো সহজ কৰি দিবলৈ যত্ন কৰে। আজিও অলকা বৰুৱাই খোলাখুলিকৈ বন্তিক ভৱিষ্যদ্বাণী জনাই বহুখিনি সকাহ পালে। সেয়ে অলকা বৰুৱাই অলপকৈ হাঁহি হাতত থকা দীঘলীয়া খামটো বন্তিৰপৰা লৈ টেবুলৰ ওপৰত থ'লে, তাৰপিছত বন্তিৰ ফালে চাই কলে, "তাত কেইটামান ৰবীন্দ্ৰ-সঙ্গীত আছে। পাৰা যদি অনুবাদ কৰিবা। প্ৰফেচাৰ অজিত শইকীয়াই গানকেইটা তোমালৈ দি পঠাইছে। তুমি অজিত শইকীয়াক চিনি পোৱা নহয়?"



"পাওঁ।"

"তোমাৰ ৰবদেউতাৰাৰ জোঁৱায়েক নহয়?"

"জোঁৱায়েক নহয়, তেখেত আমাৰ নবৌৰ ককাইদেৱেক হে।"

"হয় নেকি? মই ভুল কৰিছোঁ তেন্তে। প্ৰফেচাৰ শইকীয়া কিন্তু বৰ খোলা মনৰ মানুহ।"

বন্তিয়ে হাঁ-না একো নেমাতি তলমূৰকৈ থাকিল।

"যি নহওক, তুমি পঢ়া-শুনা আৰম্ভ কৰি দিয়া। গানকেইটাৰ অনুবাদ সময় বুজি কৰিবা। বৰ ততাতৈয়া কৰিব নেলাগে। এইকেইটা হলে আকৌ দিব। আৰু এটা কথা। প্ৰফেচাৰ শইকীয়াই তোমালৈ এটা অনুৰোধ জনাইছে। অহা ৮ মে'ৰ দিনা আমি ৰবীন্দ্ৰ জন্ম-বাৰ্ষিকী উৎসৱ পাতিম। তাত তুমি গান এটা গাব লাগিব।"

"ক'ত হব বাইদেউ?"

"এতিয়াও ঠিক হোৱা নাই। পিছত জনাম।"

"কিন্তু—"

"একো ভাবিবলগীয়া নাই। পঢ়া-শুনাৰো বিশেষ ক্ষতি নহয়। অলপ সময়ৰ কথা। তাতে মই থাকিমেই।"

"কিন্তু—"

"কিন্তু একো নাই। নাগালে হে কিন্তু প্ৰফেচাৰ শইকীয়াই বৰ বেয়া পাব। তেখেত নিজেই তোমাৰ ওচৰলৈ অহাৰ কথা আছিল। হঠাতে কলিকতালৈ যাব লগা হোৱাত আহিব নোৱাৰিলে।"

তেতিয়াও বন্তিয়ে একো নকলে।

অলকা বৰুৱা অলপ ৰৈ বন্তিৰ ফালে লক্ষ্য কৰি আকৌ কলে, "মই অলপ ওলাই গৈছোঁ। আহিমগৈ সোনকালে। মিষ্টাৰ আহমদ অহাৰ কথা আছে। আহিলে তুমি বহুৱাবা।"

অলকা বৰুৱা বন্তিৰ কোঠালিটোৰপৰা ওলাই গ'ল—বন্তি অলপ সময় থিয় হৈ থাকি চকীখনত বহি পৰিল। অলপ আগতে অলকা বৰুৱাই থৈ যোৱা খামটো বন্তিয়ে টানি আনিলে। দীঘলীয়া খামটোৰ একাষে বন্তিৰ নাম আৰু একাষে অজিত শইকীয়াৰ চহীটো ধুনীয়াকৈ ইংৰাজীত কৰা আছে। আখৰ-খিনি অজিতৰ বুলি বন্তিয়ে বুজি পালে। অণিমালৈ দিয়া চিঠিতেই অজিতৰ

আথৰ বন্তিয়ে পৰীক্ষা কৰি থৈছিল যদিও এক অজান পুলকৰ মাজত আজি আকৌ খামটোৰ আখৰকেইটা বন্তিয়ে ঘূৰাই ঘূৰাই পঢ়িবলৈ ধৰিলে। কিন্তু লাহে লাহে বন্তিৰ অভিমানী মনটোক বিষাদে হে ছাটি পেলালে। দীঘলীয়া হুমুনিয়াহ এটা পেলাই বন্তিয়ে খামটো খুলি গানকেইটা উলিয়ালে—গান-কেইটাও অজিতে নিজেই লিখিছে। "হে মহাজীৱন হে মহামৰণ", "তোমাৰ অসীমে প্ৰাণ-মন লয়ে" আৰু "সমুখে শান্তি পাৰাবাৰ"—এই আটাইকেইটা গানেই বন্তিৰ বৰ প্ৰিয়। গানৰ ৰাবীন্দ্ৰিক সুৰ বন্তিৰ প্ৰাণত বাজি উঠিল। সৰুকালৰ শান্তিনিকেতনখনলৈ মনত পৰি বন্তিৰ প্ৰাণটো হাহাকাৰ কৰি উঠিল। ইমান মধুৰ সেইবোৰ দিন! ইমান পৱিত্ৰ তেতিয়াৰ আনন্দ! পূৰ্ণিমাৰ কথাও লগতে মনত পৰিলত আজি নিজকে বন্তিৰ বৰ নিঃসঙ্গ যেন লাগিল। চকীখনৰপৰা উঠি গৈ বন্তি কাষৰ বিচনাখনত শুই পৰিল। লগে লগে চকুযুৰি তাইৰ জাপ খাই আহিব খুজিলে। বাহিৰৰ দৃষ্টি বন্ধ কৰি বন্তিয়ে যেতিয়া ভিতৰলৈ চালে, দেখিলে আলোক-বন্তি জ্বলি আছে। সেই আলোকেৰে উদ্ভাসিত হৈ অজিতৰ মুখৰ ছবি সমুখত উজলি উঠিছে। ইমান মধুৰ অথচ ইমান নিষ্ঠুৰ। ধ্যানৰতা বন্তিয়ে কিছুপৰৰ পিছত চকু মেলি দিলে। খিৰিকীখনেদি সূৰুযৰ ৰ'দ আহি বিচনাখনত পৰিছেহি। বন্তি বিচনাতে উঠি বহিল আৰু তাই ভাবিবলৈ ধৰিলে—সিদিনা যিজন মানুহে তাইক ইমান নিষ্ঠুৰভাৱে উপেক্ষা কৰিব পাৰিছিল, আকৌ সেই একেজন মানুহেই ইমান সহজে তাইক গান গাবলৈ অনুৰোধ কৰিলে কেনেকৈ? বন্তিয়ে ভালপোৱা গান কেইটামানকে কিয় বাৰু অজিতে নিজ হাতে লিখি পঠাইছে? গানৰ যোগেদি কেনেকৈ আহিল এয়া বন্তিলৈ সান্ত্বনাৰ বাণী? জীৱন-মৃত্যুৰ দৰ্শন? বন্তি বিচনাৰপৰা উঠি গ'ল, চকীত বহি কাগজ-কলম ললে আৰু লিখি গ'ল অনুবাদৰ নমুনাৰে—

হে মহাজীৱন, হে মহামৰণ
লওঁ। যে শৰণ, লওঁ। যে শৰণ
এন্ধাৰ প্ৰদীপত শিখা জ্বলোৱা
কপালত জ্যোতিৰ তিলক পিন্ধোৱা।
কৰা হে মোৰ ই লজ্জা হৰণ,
পৰশ ৰতন তোমাৰ চৰণ
লওঁ। যে শৰণ লওঁ। যে শৰণ।



মলিন ক'লা আছে যি অশুভ
যি আছে বিৰূপ হওক শুভ
গুচোৱা যত আৱৰণ।

গানৰ অনুবাদটো পঢ়ি উঠিলত বন্তিয়ে অলপ ক্লান্তি অনুভৱ কৰিলে। চকীখনতে আউজি বন্তিয়ে বাহিৰলৈ চালে। ৰ'দজাক চোকা হৈ ওলাইছে। ৰ'দতে কৃষ্ণচূড়া ফুলবোৰ আৰু যেন ৰঙা হৈ উঠিছে। হোষ্টেলৰ এই ওখ ওখ গছকেইডালৰ লগত বন্তিৰ চিনাকি হৈ গৈছে। কেতিয়াবা হোষ্টেলটো এৰি যাব লগা হলে এইবোৰ স্মৃতিয়ে আকৌ বন্তিৰ প্ৰাণ ব্যাকুল কৰি তুলিব। হোষ্টেলততো সদায় থাকিব নোৱাৰি—এদিন যাবই লাগিব। কিন্তু ক'লৈ যাব? কাৰ ওচৰলৈ যাব? কুসুমৰ বাহিৰে পৃথিৱীত তাইৰ আপোন বুলিবলৈ কোন আছে? আৰু এইবাৰ কুসুমৰ সেৰিকা জীৱনৰ লগত তাই খাপ খাবই বা কেনেকৈ? এনেকৈ ভাবি থাকোঁতেই বাহিৰৰপৰা কোনোবাই মাতিলে, "আইজনী, আছা নে?"

"বাবাজান?" বন্তিয়ে মাত দিলে। "আহক বাবাজান, বহকহি।" দুৱাৰ-মুখত ওলাই বন্তিয়ে গিয়াচুদ্দিন আহমদক মাতিলে।"

শুভ্ৰ ডাঢ়িকোছাৰ ফাকেদি বুঢ়াৰ মনৰ আনন্দ প্ৰকাশি উঠিল। আহমদে বাৰাণ্ডাখনৰ খটখটীত লাঠীডালেৰে ভৰ দি সুধিলে, "বাইদেউৰা?"

"বাইদেউ এইমাত্ৰ ওলাই গৈছে! সোনকালে আহিব। আপোনাক বহিবলৈ কৈ গৈছে। আহক।"

আহমদ আহি অলকা বৰুৱাৰ অফিচ-ৰুমত বহি বন্তিক পানী এগিলাচ খুজিলে। বন্তিয়ে পানী-গিলাচ আনি দিলত বুঢ়াই ঢোক ঢোককৈ পানী-গিলাচ পি খাবলৈ আৰম্ভ কৰিলে। গোটেই গিলাচ পানী খোৱা শেষ হ'লত আহমদৰপৰা গিলাচটো হাতত লৈ বন্তিয়ে সুধিলে, "এই ৰ'দখনত খোজ কাঢ়ি আহিল নেকি, বাবাজান?"

"ওহোঁ, খোজকাঢ়ি অহা নাই। ৰিক্সাতে আহিছোঁ। কিন্তু আজি পুৱাৰে-পৰা গাটো ভাল নহয় আই।"

"কি হৈছে বাবাজান? নাহিলেই হ'লহেঁতেন—" বুলি বন্তিয়ে আহমদৰ কপালত হাত দি কলে—"হয়তো কপালখন বেছ গৰম।"

"তোমাৰ হাতখন হলে বৰ শীতল!" বুলি বুঢ়াই বন্তিৰ হাতখন কপালত কিছুপৰ লগাই থলে, তাৰপিছত নিজে নিজেই হাতখন এবাৰ দি চাদৰখনেৰে মুখখন মচি ললে। বন্তিয়ে ফেনখন বন্ধ কৰি দি ভিতৰৰপৰা তালপাতৰ বিচনী এখন আনি বুঢ়াক বিচিবলৈ ধৰিলে—এইকণ সেৱা পাই বুঢ়াৰ অন্তৰত যেন তৃপ্তিৰ শেষ নাই। হায় হায়! কত কালৰ অতৃপ্তিৰ আজি অৱসান ঘটিল। বুঢ়াই এটা হুমুনিয়াহ এৰিলে। কাতৰভাৱে বন্তিৰ চকুলৈ চাই আহমদে সুধিলে—"তই বাৰু মোক কিয় বাবাজান বোল, নানা বুলিবিচোন।"

"বাবাজান বুলিলে কি হয়?"

"তেনেকৈ একো নহয়। কিন্তু আমাৰ মুছলমান মানুহে ককাকক নানা বোলে।"

"মৰমৰ মাত-কথাবোৰ সম্প্ৰদায়ৰ লগত গাঁথা থাকে নেকি বাবাজান?"

"পাগলী, তোক মই কথাটো বুজাব পৰা নাই।"

"আপুনি মোৰ কথা একো বুজি নেপায় বাবাজান।"

"কি বুজি নেপাওঁ অ'?" উত্তৰ নিদি বন্তিয়ে বাহিৰলৈ চালে। জোতাৰ খট্ খট্ শব্দ শুনি বন্তিয়ে বুজি পালে অলকা বৰুৱা আহিছে।

"সৌৱা বাইদেউ আহিল।" বন্তিয়ে কলে। লগে লগে অলকা বৰুৱাই দুৱাৰ-মুখত থিয় হৈ সুধিলে—"আপুনি আহিল?"

"আহিলোঁ, পিছে গাটো হে বৰ ভাল লগা নাই।" আহমদে কলে।

"কিয়? কি হ'ল?" অলকাই সুধিলে।

"চৰ্দ্দি হৈছে। জ্বৰো অলপ উঠিছে নেকি!"

"অলপ নহয়, বেছ জ্বৰ উঠিছে বাইদেউ।" বন্তিয়ে কলে।

"আহিল কিয় অসুখীয়া গাৰে?"

"ঘৰৰপৰা ওলাওঁতে সিমান বেয়া লগা নাছিল। তাতে আজি কেইবাদিনো আপোনালোকৰ খবৰ কৰিব পৰা নাই। আইজনীয়ে পঢ়া-শুনা কৰিব পাৰিছে নে নাই তাকো ভাবিলোঁ।" কথাখিনি কৈ আহমদে চকীখনতে আউজিলে।

"চাহ একাপৰ দিহা কৰাগৈচোন বন্তি।" অলকাই কলে।

"নালাগে, নালাগে চাহ। একো বস্তু মুখত দিবৰ মন যোৱা নাই। বাৰে বাৰে পিয়াহ লাগিছে।"

"নেমুৰ চৰ্ব্বত খাব বাবাজান?"



"অ' আইজনী চৰ্ব্বত অকণমান দিব পাৰতো!"

বন্তি ভিতৰলৈ গ'লত অলকাই কলে—"আমি অন্য এদিন আকৌ বহিম। বহুত কথা আলোচনা কৰিব লগা হৈ আছে। নতুন মাষ্টৰণীৰ কাৰণে এতিয়াই আমি জাননী নিদিওঁ, পৰীক্ষা হৈ গলে বন্তিয়েও কিছুদিন কাম চলাই দিব পাৰিব।"

"আইজনীয়ে কি কাম কৰিব?"

"নকৰিলে নহব নহয়! নিজৰ মাক-দেউতাক ঢুকাল কাহানিবাই—যিজনে তুলি ললে তেৰেঁা বিদায় ললে। মাকেও সহায় কৰিব নোৱাৰাত পৰিছে। কাৰ ওপৰত ভাৰসা কৰিব?"

"কিয় তেজপুৰৰ আত্মীয়-স্বজন?"

"তেওঁলোকে দেখোঁ কাহানিবাই সংশ্ৰৱ ত্যাগ কৰিছে। এইকেইটা মাহ বন্তিয়ে বৰ অসুবিধাত চলিছে।"

"কিয়? আপুনি এই বিষয়ে মোক একো কোৱা নাই কিয়? আইজনীয়ে মোৰ কষ্ট পালে! মই একো নাজানো?"

"নাজানে হয়। আপুনি একো নাজানেতো। এদিন সকলো জানিব। আপোনাক মই কম। বন্তিৰ পৰীক্ষা শেষ হোৱালৈ বাট চাইছোঁ। আপোনাক বহুতো কথাই জনাব লগা আছে। সেই সকলো কথা জনাই বন্তিক মই আপোনাৰ ঘৰতে থৈ আহিমগৈ।"

"বৰ ভাল কথা, বৰ ভাল কথা।" আৰু কিবা এষাৰ কব খোজোঁতেই বন্তিয়ে হাতত চৰ্ব্বত লৈ ওলাই আহিল। বন্তিৰ চকুলৈ চাই বুঢ়াই হাতখন আগবঢ়াই দিলে। বুঢ়াৰ হাতখন কঁপিছে, বন্তিয়ে নিজেই লাহে লাহে চৰ্ব্বতখিনি মুখৰ আগত দি খুৱাই দিলে। অলকা বৰুৱাই তৃপ্তিৰ হাঁহি এটি মাৰি খৰধৰকৈ ওলাই গ'ল দাৰোৱানটোক ৰিক্সা এখন আনিবলৈ কবলৈ।

## ॥ পঁচিশ ॥

দোকমোকালিতে সাৰ পালে যদিও বাহিৰলৈ অজিত ওলাই যাব পৰা নাই। দুৱাৰখন বিমলৰ শোৱনি-কোঠাৰপৰা বন্ধ। সৰু সৰু তিনিটা কোঠালিৰে বিমলহঁতৰ ফ্লেটটো। আগৰফালৰ নীচেই সৰু কোঠাটো কেইখনমান চকী-মেজেৰেই ভৰি গৈছে। তাত বিচনা এখন পাৰিবলৈ ঠায়ে নাটে। সেয়ে ভিতৰৰ কোঠালিটোত অজিতক শুবলৈ দিব লগা হ'ল। অজিত বিচনাতে কিছুপৰ পৰি থকাৰ পিছত বিমলে দুৱাৰখন খুলি দিলেহি। বিমল কোঠালিটোত সোমোৱাৰ লগে লগে অজিত বিচনাত উঠি বহিল। বিমলে লাহেকৈ অজিতৰ আঁঠুৱাখন তুলি দিলেগৈ।

"কেইদিনৰ ছুটী লৈছ ?" ইটো-সিটো বস্তু চিজিল লগাই বিমলে অজিতক সুধিলে।

"পাঁচ দিনৰ।" অজিতে উত্তৰ দিলে।

"কেইদিনমান বেছিকৈ লব নোৱাৰিলি ?" চকী এখনত বহি লৈ বিমলে সুধিলে।

"কেজুৱেল-লিভ লৈছোঁ—একেলগে পাঁচ দিনৰ বেছি লব নোৱাৰি। তাতে ৮ মে'ৰ দিনা কলেজত ৰবীন্দ্ৰ জয়ন্তীও।" কথাষাৰ কৈ অজিতে এইবাৰ অলপকৈ হাঁহিলে।

"অহা-বছৰলৈ ৰবীন্দ্ৰ জন্ম-শত-বাৰ্ষিকীৰ কাৰণে ইয়াতো এতিয়াৰেপৰা চাৰিওফালে হৈ-চৈ লাগিছে। কলেজৰ আৰু কি খবৰ কচোন !"

"কি খবৰ লাগেনো তোক ?"

"কলেজত কাম কৰি কেনেকুৱা লাগিছে ? তোৰ ছাত্ৰ-ছাত্ৰীবোৰ কেনেকুৱা ?"

"কাম কৰি বেয়া লগা নাই। ছাত্ৰ-ছাত্ৰীও ভালেই।"

"মাজতে লিখিছিলি দেখোন কিবাকিবা ভাল নলগাৰ কথা ?"

"অঁ, মাজে মাজে মনৰ সেইটো বেমাৰ হোৱা আজিৰ কথা জানো।"

"এৰা তো। বিশেষ তেন্তে একো হোৱা নাই ?"



"নাই।"

"হেঁ" বুলি বিমল ঘপহকৈ উঠি ভিতৰলৈ গ'ল। বিয়া-বাৰু কৰাই বিমল মানুহটোৰ পৰিবৰ্ত্তন বিশেষ হোৱা নাই। অৱশ্যে ঘৰুৱা ইটো-সিটো কাম-বনত হঠাতে ব্যস্ত হৈ পৰাটো যে বিমলৰ স্বভাৱত নতুন লক্ষণ, অজিতে কালি ৰাতিৰেপৰা হে মন কৰিছে। কিন্তু বহুখিনি সলনি হৈ গ'ল কল্পনা। চাল-চলনত কল্পনাৰ আগৰ অস্থিৰতা নাই। ঘৰুৱা কামতো কল্পনাৰ পাৰদৰ্শিতা অজিতে লক্ষ্য কৰিলে। কাম কৰা মানুহ-তুনুহ নাই, তথাপি ঘৰখন পৰিপাটি, কল্পনাই নিজেই বন্ধা-বঢ়া কৰে। ৰান্ধনি-ঘৰৰ কাম শেষ কৰি আহোঁতে কালি কল্পনাৰ ৰাতি বহুখিনি হ'লগৈ। বিমলে হে অজিতৰ বিচনা-পত্ৰ, থকা-মেলা সকলো ঠিক কৰি দিলে। ঘৰুৱা কামত ব্যস্ত থাকিব লগা হোৱা কাৰণেই হয়তো অজিতৰ লগত আগৰ দৰে মুকলি মনেৰে কথা পাতিবলৈও কল্পনাই সময় কৰিব পৰা নাই। কিন্তু যি দুই-একেষাৰ কথা কৈছে, তাৰ মাজতো আছে দূৰত্বৰ ব্যৱধান। এইদৰে কল্পনাৰ কথা ভাবি থাকোঁতেই বিমলে আহি কলে—"আহ চাহ হৈছে। হাত-মুখ ধোহি।"

অজিত উঠি গ'ল। বিমলে পাছফালৰপৰা আকৌ কলে। "আমাৰ কাম কৰা মানুহ-তুনুহ নাই—বুজিছ ! কল্পনাই নিজেই চলায়।"

"একো অসুবিধা নহয় নে ?" অজিতে বিমললৈ ঘূৰি চাই সুধিলে।

"ঠিকা-ঝি এজনী আহে। অলপ পিছত আহি দুই-এটা কাম কৰি দি যাবহি।" বিমলে উত্তৰ দিলে।

"কলিকতাত তথাপি ঠিকা-ঝি পোৱা যায়।" অজিতে কলে।

আজি চাৰি মাহমানৰ আগতে বিমলৰ কল্পনাৰ লগত বিয়া হৈ গ'ল। কল্পনাই শান্তি-নিকেতনত পঢ়া এৰি দি চাকৰি কৰিবলৈ বুলি ধৰ্ম্মতলাৰ আৰ্ট স্কুল এখনত সোমাইছিল। বিমলেও কলিকতা বিশ্ববিদ্যালয়ত গৱেষণা কৰিবলৈ সুযোগ পালে সেই সময়তে। কিন্তু বিমলহঁতৰ বিয়াখন হঠাতে হোৱা যেন লাগিল অজিতৰ। কাৰণ কল্পনাৰ লগত বিমলৰ বিয়া হব পাৰে বুলি অজিতে সপোনতো ভবা নাছিল। বিয়াৰ আগে আগে সহজভাৱে সকলো কথা লিখি বিমলে অজিতক মাতি পঠাইছিল। কিন্তু বন্ধুৰ বিয়াত উপস্থিত থাকিব পৰা মানসিক প্ৰস্তুতি অজিতৰ নহ'লগৈ। কল্পনা নহৈ আন এজনী ছোৱালীৰ লগত বিমলৰ বিয়া হোৱা হলে সেই বিয়াত উপস্থিত হব

নোৱাৰাৰ কাৰণ একো নাছিল অজিতৰ। বিয়াৰ পিছতে বিমলে কেইবাবাৰো অজিতক মাতিছে দুদিনমান তেওঁলোকৰ লগত থাকি কলিকতাখন এবাৰ নতুনকৈ চাই যাবলৈ। অজিতে নানা ৰকমৰ অজুহাত দেখুৱাই যোৱা নাই। কিন্তু এইবাৰ বিমলৰ অনুৰোধ অজিতে পেলাব নোৱাৰিলে। বিমলক লগ পোৱাৰ তীব্ৰ কামনা এটি আজি কিছুদিনৰপৰা অজিতে উপলব্ধি কৰি আছিল। এতিয়া কলিকতালৈ আহি বিমল আৰু কল্পনাৰ সুখৰ সংসাৰ দেখি অজিতৰ মনে মনে ভাল লাগিল। কিন্তু বন্ধু-বান্ধৱীৰ ওচৰত আলহী আলহী ভাব এটিৰ কাৰণে অজিত আগৰ দৰে সহজ হব পৰা নাই। সেয়ে বিমলৰ দিহামতে হে অজিত আজিকালি চলিব লগা হৈছে। আজিও বিমলৰ নিৰ্দ্দেশমতেই অজিতে হাত-মুখ ধুই চাহৰ টেবুলত বহিলহি। বিমলো একাষে বহিল। কল্পনাই চাহ-জলপান যতনাই দিবলৈ ধৰিলে।

চাহ এঢোক খাই বিমলে নীৰৱতা ভঙ্গ কৰিলে—

"এটা কথা অ'! আকাশবন্তিয়ে কটন কলেজত পঢ়ে বোলে! তোৰ লগত দেখা হৈছে নে নাই?" গম্ভীৰভাৱে বিমলে সুধিলে আৰু কল্পনাই অলপ আঁতৰি গৈ অজিতৰ ভাব-ভঙ্গি লক্ষ্য কৰিলে।

"পঢ়ে, দেখা হৈছে এদিন।" অজিতেও গহীনাই উত্তৰ দিলে।

"এদিন?" বিমলে আচৰিত হৈ সুধিলে। কল্পনাই দূৰৰপৰা হাঁহিলে।

"অঁ" বুলি অজিতে কল্পনাৰ মুখলৈ চালে।

"বিভূতি বৰুৱা ঢুকাইছে।" গহীন মাতেৰে বিমলে আকৌ কলে।

"মই জানো। তই বাৰু কেনেকৈ জানিলি খবৰটো?" অজিতে সুধিলে।

"কিয়? কলিকতাত আছোঁ। আকাশবন্তিৰ মাকো ইয়াতে আছে। তেওঁৰ লগত আমাৰ পৰিচয় হৈছে। কল্পনাক তেওঁ বৰ ভাল পায়। আগতে কল্পনা আৰু আকাশবন্তি একেলগে শান্তি-নিকেতনত আছিল।" কথাষাৰ কোৱাৰ লগে লগে বিমলে কল্পনালৈ চালে। তাৰপিছত আকৌ কলে—"কালিলৈ তেওঁ বোম্বাইলৈ যাবগৈ—কেইমাহমানৰ কাৰণে। আজি তোক তেওঁৰ ওচৰলৈ লৈ যাম।"

"তাৰ কাৰণেই মাতিছিলি নেকি?"

"ঠিক তাৰ কাৰণে নহয়। অলপ ফুৰি গলে তোৰ ভাল লাগিব বুলিয়েই মাতি পঠালোঁ। আমাৰো একেবাৰে স্বাৰ্থ নোহোৱা নহয়। আমাৰ



সংসাৰত তোক কিছুদিন পোৱাৰ হেপাহটো স্বাভাৱিক নহয় জানো?" কথাখিনি কৈ আকৌ বিমলে কল্পনালৈ চাই হাঁহিব খুজিলে। কল্পনাই তেতিয়া ৰ লাগি অজিতৰ মুখলৈ চাই আছিল। কিন্তু খন্তেকতে বিমলৰ চকুৰে চকুৰে পৰাত কল্পনাই লৰালৰিকৈ বিমলৰ খালী কাপটোত আৰু একাপ চাহ ঢালি দিবলৈ আগবাঢ়ি আহিল।

"নিশ্চয়। মই নিজেই আহিব লাগিছিল। কিন্তু মনৰ বেমেজালিত পৰি গলোঁ।" বিমলৰ কাপটোলৈ চাই অজিতে উত্তৰ দিলে।

"চব ঠিক হৈ যাব, ভয় নকৰিবি।"

"জানো? বাৰু, এটা কথা সোধোঁ তোক। বিভূতি বৰুৱাই জে'ল খোৱাৰ কাৰণ কি অ'?"

"সেইবোৰ বহুত কথা। শুনিলে চমক খাবি। মুঠতে মানুহজন অসাধাৰণ। চট্টগ্ৰাম অস্ত্ৰাগাৰ লুণ্ঠন কেচত জড়িত বুজিছ! কিন্তু কেচটো শেষ নহওঁতেই নিজেই শেষ হৈ গ'ল।"

"তেনেকুৱা কিবাকিবি শুনিলোঁতো।"

"ক'ত শুনিলি?"

"গুৱাহাটীত। বজ্ৰপ্ৰাণ সিঙৰ লগতো বোলে জড়িত?"

"অ' অ'। তই কেনেকৈ জানিলি?"

"জানিলোঁ কিবা প্ৰকাৰে, কিন্তু কথাটো বিশ্বাসযোগ্য হয় জানো?"

"কিয় নহব। কিন্তু বজ্ৰপ্ৰাণ সিঙৰ কোনো শুং-সূত্ৰ উলিয়াব পৰা নহ'ল। বিভূতি বৰুৱাক প্ৰদ্যুত ঘোষ বুলি সন্দেহ কৰা হৈছিল মাত্ৰ আৰু সেই সন্দেহ প্ৰমাণ কৰিব পৰা হলে বজ্ৰপ্ৰাণ সিঙৰ উৱাদিহ পোৱা গ'লহেঁতেন। বিভূতি বৰুৱাৰ মৃত্যুৰ লগে লগে ভাৰতবৰ্ষৰ এটা চমৎকাৰ কেচ নষ্ট হৈ গ'ল!"

"বন্তিতো বিভূতি বৰুৱাৰ নিজৰ ছোৱালী নহয়?"

"নহয়। তই কেনেকৈ জানিলি?"

"জানিছোঁ কিবা ক্ৰমে।"

"কিন্তু আকাশবন্তিক তেওঁ আপোন সন্তানৰ মৰ্য্যাদা দিছিল।"

"সেইটো হয়। তেন্তে ঘৰৰ মালিকে কোৱা কথাষাৰ সত্য নহয়?"

"নহয়তো। সি নিজেই এটা মস্ত দগাবাজ। মহানগৰীত কত ৰকমৰ মানুহ আছে। মই তাৰ ভণ্ডামি সেইদিনাই বুজিছিলোঁ। কিন্তু তই অস্থিৰ হৈ পৰাৰ কাৰণে তোৰ আগত আৰু ভাঙি নকলোঁ।"

"ঠিক আছে তেন্তে।" হঠাতে কৈ পেলালে অজিতে। ভিতৰে ভিতৰে বহুত দিনৰ ভুল ধাৰণা এটা ভাঙি যোৱাত স্বস্তি অনুভৱ কৰিলে অজিতে।

"অঁ চব ঠিক আছে। তই বাৰু বহ, কল্পনাৰ লগত কথা-বতৰা পাত। মই অলপ বজাৰ কৰি আহোঁ। আমাৰ দুয়োৰে আজি ছুটী।"

"মোৰ অভ্যৰ্থনাৰ কাৰণে ?"

"অ" বুলি থোলা হাঁহিৰে বিমল ওলাই গ'ল বেৰত আৰি থোৱা বজাৰৰ বেগ এটা হাতত লৈ। অজিত আগৰ ঠাইতে বহি থাকিল। কল্পনাই কাপ-প্লেটবোৰ তুলি নি ধুবলৈ আৰম্ভ কৰিলে।

"পাকৈত গৃহিণী হৈ উঠিল এইবাৰ ?" কল্পনাক লক্ষ্য কৰি অজিতে কলে।

উত্তৰ নিদি কল্পনাই হাঁহিলে মাত্ৰ। তাৰপিছত ধোৱা কাপ-প্লেট মচি মচি কল্পনাই টেবুলৰ ওপৰত সজাই থবলৈ ধৰিলে।

"তেওঁ কেইবাবাৰো আপোনাক মাতি আছে আমাৰ ইয়ালৈ। কিয় অহা নাছিল ইমান দিনে ?" কল্পনাই অজিতৰ মুখলৈ চাই কলে।

"আপুনিতো মতা নাই ?"

"তেওঁ মাতিলেই মই মতা নহয় নেকি ?"

"হয় অৱশ্যে। বেছ বেছ। আহিলোঁ নহয় এইবাৰ।" বুলি অজিতে হাঁহিলে।

"আপোনাৰ বিয়াখন কি হ'লগৈ ?"

"মোৰ বিয়া ?" আচৰিত হোৱাৰ দৰে হ'ল অজিত।

"অ', শান্তিনিকেতনত যে কৈছিল সেইদিনা বিয়া ভাঙিবলৈ যাম বুলি ?"

"অঁ, অঁ, সেইখন বিয়া ভাঙিছে কেতিয়াবাই। সেই বিয়া ভঙা কথাটোত আপুনি মোক কিন্তু বৰ সহায় কৰিলে। তাৰ কাৰণে আপোনাক ধন্যবাদ জনোৱা হোৱাই নাই।"

"মই বিয়া ভঙাত সহায় কৰিলোঁ! কেনেকৈ ?"



"হয়। একপ্ৰকাৰ আপুনিয়েই মোৰ বিয়া ভাঙিলে। মোলৈ দিয়া আপোনাৰ সেই 'শেষ চিঠি'খনে।"

"কেনেকৈ ?"

"চিঠিখন ইলাৰ হাতত পৰিলগৈ। মই ইয়াৰেপৰা পোনে পোনে বালি-পাৰা বাগিচালৈ গৈছিলোঁ। তাতে অণিমাৰ লগত ইলা আছিল। আপোনাৰ সেই চিঠি পোৱাৰ পিছত ইলাই মোক বিয়া কৰাবলৈ সাহস নকৰিলে। স্পষ্টভাৱে ককায়েকহঁতক ইলাই কৈ দিলে মোৰ লগত বিয়া হব নোৱাৰে বুলি। মই যেনিবা ৰক্ষা পাৰিলোঁ। কিয় বিমলে আপোনাক একো কোৱা নাই ?"

"বিয়া ভঙাৰ কথা কৈছে। কিন্তু বিয়া ভঙাৰ কাৰণটো মই বুলি কোৱা নাই।"

"বিয়া ভঙাৰ প্ৰকৃত কাৰণ আপুনি নহয় অৱশ্যে। আচল কাৰণটোও বিমলে জানে।"

"বাৰু, মোৰ চিঠিখন আপুনি আনক দেখুৱাবলৈ গ'ল কিয় ?"

"দেখুৱাওঁ বুলি দেখুওৱা নাই। চিঠিখন পকেটতে আছিল, ভনীজনীয়ে পালে। তাৰপিছত ইলাই দেখিলে কেনেবাকৈ। সেইবিলাক মই খবৰ কৰা নাই। কিন্তু যি হ'ল, ভালৰ কাৰণেই হ'ল।"

অপৰাধী ভাব এটাই কল্পনাৰ মুখখন আৱৰি ধৰিলে। কন্দনামুৱা হৈ কল্পনাই অজিতৰ ফালে চাই থাকিল। কল্পনাৰ চকুলৈ চাই অজিতে আকৌ কলে—"তাতে ছোৱালী মানুহৰ কথা। হঠাতে কাৰোবাক ভাল লাগে, হঠাতে বেয়া লাগে। দোষে-গুণে মানুহক বেছিভাগ ছোৱালীয়েই গ্ৰহণ কৰিব নোৱাৰে। ভিতৰে ভিতৰে আপোনালোক বৰ দুৰ্ব্বল।"

অজিতৰ কথাই কল্পনাক দগ্ধ কৰিলে—প্ৰতিবাদ কৰিবলৈও কল্পনাৰ আজি একো নাই। কোনোমতে কৈ থলে, "সকলোবোৰ তেনেকুৱা কিয় হব ?"

"ব্যতিক্ৰম নাথাকে বুলি কোৱা নাই।" অজিতৰ কথাত কল্পনাই এটা হুমুনিয়াহ পেলালে। তাৰপিছত চৌকাটোৰ ফালে চালে, হঠাতে কিবা এটা মনত পেলোৱাৰ নিচিনা কৰি কেইডোখৰমান কাঠকয়লা চৌকাটোৰ ভিতৰত দি চচ্‌পেন এটা বহুৱাই দিলে। অজিতলৈ চাই কল্পনাই কলে—"ব'লক, তাতে বহোঁগৈ।"

"ব'লক—" বুলি অজিত বান্ধনি-ঘৰৰপৰা ওলাই গ'ল। যাওঁতে অজিতে মন কৰিলে পকা চোতালখনৰ একাষে মানুহ এজনীয়ে পটা পাতি লৈ মচলা বাটিবলৈ যো-জা কৰিছে। তাই অজিতলৈ থৰ লাগি চালে। কিবা এটা সোধোঁ সোধোঁ কৰি তাই বৈ গ'ল।

"তেওঁ আপোনাক কিবা এটা সুধিব খুজিছে।" অজিতে মানুহজনীলৈ দেখুৱাই কল্পনাক কলে।

"কি হ'ল কিৰণ?" কল্পনাই সুধিলে।

"এয়া নেকি সেই 'দাদাবাবু'?" লাজ লাজকৈ কিৰণে প্ৰশ্ন কৰিলে।

"অঁ" বুলি শলাগি কল্পনাই কলে—"কিৰণে আগতে আকাশবস্তিইঁতৰ ঘৰত কাম কৰিছিল। মোৰ অসুবিধা হোৱাত বস্তিৰ মাকে কিৰণক ঠিক কৰি দিলে।"

"বস্তি ভালে আছে দাদাবাবু?" পাছফালৰপৰা কিৰণে সুধিলে।

"মইতো নাজানো।" ঘূৰি চাই অজিতে কলে।

"ইচ্ জানে—" বুলি কিৰণে শাৰীৰ আগটো মুখত সোপা দি হাঁহিবলৈ ধৰিলে। কল্পনা আৰু অজিতেও হাঁহি হাঁহি ভিতৰলৈ গ'ল।...

...নাৰ্চিং-হোমৰ বিৰাট চৌহদৰ একাষে আছুতীয়াকৈ দুমহলীয়া ঘৰটো। সেইটো ঘৰতে প্ৰায় পঞ্চাশগৰাকী নাৰ্চ থাকে—নিজাকৈ দুটা দুটা কোঠালিৰে প্ৰত্যেক সেৱিকাৰে একোটাকৈ ফ্লেট। দেশ স্বাধীন হোৱাৰ পিছত জনমত গঠন হৈছিল—সেৱিকাসকলে সমাজত উচিত মৰ্য্যাদা পাব লাগে। তাৰেই ফলস্বৰূপে সেৱিকাসকলে আজিকালি বহু সা-সুবিধা পাইছে। নাৰ্চিং-হোমত একোগৰাকী সেৱিকাক থকামেলাৰ সুবিধা দি সুকীয়াকৈ একোটা ফ্লেট দিয়াৰ বন্দবস্ত হ'ল। আজি কেইবামাহো কুসুম গ্ৰাউণ্ড-ফ্ল'ৰৰ মূৰৰ ফ্লেট এটাত আছেহি। নাৰ্চিং-হোমত বাহিৰৰপৰাও বহুত নাৰ্চে কাম কৰিবলৈ আহে। নতুন নতুন নাৰ্চ আজিকালি বহুতো। কুসুমৰ লগত কাম কৰা পুৰণি নাৰ্চ হস্পিটলটোত নাই বুলিবই লাগে। কেৱল মনা নাৰ্চকে কুসুমে পুৰণি বন্ধু হিচাপে পালে। সময় পালেই মনা কুসুমৰ ওচৰ পায়হি। সুখ-দুখৰ কথা পাতি অৱসৰ সময়কণ কটায়হি। এই নাৰ্চিং-হোমত মনাই বহুদিনৰপৰা কাম কৰিছে—সেৱিকাৰ কাম মনাই মনে-প্ৰাণে গ্ৰহণ কৰিছে। নিজৰ কামত



মনাই গৌৰৱো অনুভৱ কৰে। সেয়ে প্ৰৌঢ়া ৰমণীৰ হাঁহিৰ হিল্লোল এতিয়াও মাৰ যোৱা নাই। মনাক পালে দুখৰ মাজতো কুসুমে অকণমান আনন্দ কৰে।

বৃহস্পতিবাৰৰ দিনা হস্পিটলত মনা নাৰ্চ আৰু কুসুমৰ কাম নাথাকে। আজিও মনা নাৰ্চ আহি কুসুমৰ লগত কথা পাতি আছিল। কথাৰ মাজতে কুসুম উঠি গ'ল ভিতৰলৈ। অলপ আগতে জনতা-ষ্টোভত পানী এটোপা তুলি দিছিল চাহ দুকাপ কৰিব বুলি। কুসুম উঠি গ'লত মনাই চকীখনত গাটো হলাই বহিব খুজিছিল—এনেতে মন কৰিলে কোনোবা দুজনমান কোঠালি-টোৰ ভিতৰলৈ সোমাই আহিছে।

অজিতেও অন্যমনস্ক হৈ কেতিয়া যে হস্পিটলৰ কম্পাউণ্ড পাৰ হৈ আহিল কব নোৱাৰিলে। ...কুসুমৰ তালৈ আহোঁতে বিমলহঁত বাটতে কল্পনাই-কাম-কৰা আৰ্ট স্কুলৰ সমুখত নামি পৰিছিল শিল্প প্ৰদৰ্শনী চাবলৈ। আজি কেইবাদিন ধৰি শিল্প প্ৰদৰ্শনী চলিছে কল্পনাইঁতৰ স্কুলত। সেই প্ৰদৰ্শনীত কল্পনাৰ ছবি এখনেও ঠাই পাইছে; আৰু বহুতৰপৰা এই ছবিখনিয়ে প্ৰশংসা লাভ কৰিছে বুলি বিমলে অজিতক কৈছিল। আৰ্টৰ ফালৰপৰা কিমান সাৰ্থক হৈছে তাক বিচাৰ কৰিব নোৱাৰিলেও ছবিখনে অজিতৰ মন আকৃষ্ট কৰিব পাৰিছিল। আৰু বাটত একোটা প্ৰশ্নই অজিতৰ মনত বাৰে বাৰে খুন্দিয়াইছিল: ইমান সুন্দৰ ছবি কল্পনাই কেনেকৈ আঁকিলে বাৰু? এবা, কল্পনাৰ ভিতৰৰ ফালটোৰ শিল্পী-প্ৰাণত বহুতো সম্পদ লুকাই আছে। মানুহৰ মনৰ আবেগক এনেদৰে ৰূপ দিব পাৰে সুন্দৰ শিল্পীয়ে হে।...

কল্পনাৰ কথা চিন্তা কৰি কৰি যেতিয়া সিহঁত সোমাই পৰিছিল বিমল আৰু কল্পনালৈ চিনাকি ভাবেৰে চাই চাই মনা নাৰ্চ ওলাই যাব খুজিছিল। অজিত মনা নাৰ্চৰ ফালে আগবাঢ়ি গ'ল তেওঁকে কুসুম বুলি ভাবি কিন্তু মনাক দেখি মনটো কোঁচ খাই অজিত তাতে বৈ গ'ল। ঘৰত অৱশ্যে অজিতে বাৰে বাৰে আলচি আহিছিল—কুসুমক দেখা মাত্ৰকে ভৰি ছুই সেৱা কৰিব। এতিয়া কিন্তু মনা নাৰ্চৰ সাজ-পাৰ, চেহেৰা-পাতি, ভাব-ভঙ্গি অজিতৰ একেবাৰেই ভাল নেলাগিল। লৰালি-কালতে নাৰ্চৰ প্ৰতি হোৱা অৱজ্ঞাৰ ভাবৰোৰ আকৌ উগ দি উঠিল অজিতৰ মনৰ মাজত। সৰুতে কাৰ মুখত জানো শুনিছিল কোনোবা এগৰাকী নাৰ্চৰ জীৱন-বৃত্তান্তৰ কথা। তেতিয়াই নাৰ্চৰ প্ৰতি

অজিতৰ শ্ৰদ্ধা আৰু সহানুভূতি হেৰাই গৈছিল। মনা নাৰ্চ ওলাই গ'ল। অজিতে সেৱা নকৰি বৈ থাকিল। আনকি নমস্কাৰ এটিও নিদিলে। বিমলে অজিতক পৰীক্ষা কৰিবলৈ ধৰিলে। কল্পনাৰ বহল চকুযুৰিত অতীতৰ করুণ স্মৃতিৰ ছাঁ পৰিল। কোঠালিটো অকণমান পৰলৈ এন্ধাৰ এন্ধাৰ যেন লাগিল।

"গৌৰী বন্তিৰ মা।" বিমলে কলে।

মনা নাৰ্চ যিফালে ওলাই গৈছিল তাৰ বিপৰীত ফালে কুসুম থিয় হৈ আছিল নিৰ্ব্বাক হৈ। স্নেহ আৰু গাম্ভীৰ্য্য একেটা ৰূপত প্ৰকাশি উঠিছিল কুসুমৰ মুখত। অজিতে ঘূৰি চালে আৰু নিজৰ ভুল বুজিব পাৰি লাজ পালে। অজিত কুসুমৰ ফালে আগবাঢ়ি গ'ল। কুসুমে কেইখোজমান আগবাঢ়ি আহি কলে—"বহক।"

এইবাৰ কব নোৱাৰাকৈ অজিতে কুসুমৰ ভৰি ছুই সেৱা কৰিলে। কুসুমৰ অন্তৰভৰা আশীৰ্ব্বাদ অজিতৰ শিৰত পৰিল। খন্তেকতে অজিতৰ মন-প্ৰাণ আনন্দেৰে পৰিপূৰ্ণ হৈ উঠিল।

"এওঁ অসময়পৰা আহিছে। মই যে কৈছিলোঁ—মোৰ বন্ধু অজিত শইকীয়া কটন কলেজৰ অধ্যাপক।" বিমলে কলে।

"মই জানিছোঁ। ইমান আপোনভাৱে বন্ধুৰ বাহিৰে তোমাৰ লগত কোন আহিব।"

কুসুমৰ কথা শুনি কল্পনাই অলপ ডাঙৰকৈ হাঁহিলে।

"আপুনি মোৰ ছোৱালীজনীক চিনি পায় চাগে?" ওচৰতে বহি অজিতক কুসুমে সুধিলে।

"পাওঁ।" তলমূৰকৈ অজিতে উত্তৰ দিলে।

"তাই ভালে আছে নে?"

"আছে।"

"পঢ়া-শুনা কৰিব পাৰিছে নে?"

"পাৰিছে।"

"কেনেকৈ জানিলে পাৰিছে বুলি? এদিন হে দেখা হৈছে আকাশবন্তিৰ লগত!" কল্পনাই হাঁহি হাঁহি কলে।

"সি বন্তিৰ খবৰ ৰাখে।" বিমলে হাঁহি হাঁহি কলে। অজিতে সামান্য



লাজ কৰিলে। কুসুম গম্ভীৰ হৈ পৰাত কল্পনাইতে অজিতক আৰু বেছি জুলুম কৰিব নোৱাৰিলে।

"এওঁলোকৰ লগত পৰিচয় হোৱা বেছিদিন হোৱা নাই। তাৰ ভিতৰতে এওঁবিলাকৰ মুখত আপোনাৰ কথা ইমান শুনিছোঁ যে আপোনাকো কেতিয়াবা চিনাকি চিনাকি লাগি যায়।" কুসুমে অজিতক লক্ষ্য কৰি কলে।

কুসুমৰ মুখলৈ অজিতে বিমুগ্ধ নয়নে চাই থাকিল—বহুদিনৰ অভাৱ এটাৰ পৰিতৃপ্তি সি ভিতৰে ভিতৰে উপলব্ধি কৰিবলৈ ধৰিলে। কুসুমে কথাখিনি কৈ ভিতৰলৈ গৈ চাহৰ ব্যৱস্থা কৰিলেগৈ—চাহৰ পানী উতলি আছিল। খোৱাবস্তুও কিছু কৰা আছিল। চাহৰ মাজতে কুসুমেই কলে—"কালিলৈ মই বোম্বাইলৈ যাবলৈ ওলাইছোঁ। যোৱাৰ আগতে আপোনাক দেখা পাই বৰ ভাল লাগিল।"

"মোক 'আপুনি' বুলি সম্বোধন নকৰিবচোন।"

"সেই অধিকাৰ পাম বুলি মোৰ বিশ্বাস আছিল।" কুসুমে কলে।

"পৰীক্ষাৰ পিছত হোষ্টেলতো বন্ধ হৈ যাব। বন্তি তেতিয়া ক'ত থাকিব?" দায়িত্বপূৰ্ণভাৱে এইবাৰ অজিতে সুধি পেলালে।

"ব্যৱস্থা কৰিব লাগিব।" কুসুমে উত্তৰ দিলে।

"আপুনি ঘূৰি অহালৈকে দেখোঁ বন্তি আমাৰ লগতে আহি থাকিব পাৰিব?" কুসুমলৈ চাই কল্পনাই আগ্ৰহেৰে সুধিলে।

"পাৰিব, কিন্তু—" বুলি কুসুম চিন্তান্বিত হ'ল।

"আপুনি একো ভাবিব নালাগে। কেচটো সম্পূৰ্ণ শেষ হৈছে বুলি মই জানো, সেইটো খবৰ লৈহে মই অজিতক মাতি পঠাইছিলোঁ।" বিমলে কলে।

"কেইদিনমানৰ আগতে মাত্ৰ কলিকতালৈ আহিবলৈ মানা কৰি মই বন্তিলৈ চিঠি এখন দিছিলোঁ।" কুসুম কলে।

"এতিয়া আকৌ এখন চিঠি অজিতৰ হাতত দি পঠাওক—পৰীক্ষাৰ পিছত বন্তিক ইয়ালৈ আহিবলৈ নিৰ্দ্দেশ দি।"

"তাকেই কৰিব লাগিব, লগতে তেওঁৰ হাতত বন্তিলৈ অলপ টকাও পঠাব লাগিব। অতদিনে তাইলৈ মই টকা-পইচা পঠোৱা নাছিলোঁ, মই জনা নাছিলোঁ বন্তিৰ ইমান অসুবিধা হৈছে বুলি। টকাৰ অভাৱত বন্তিয়ে অধ্যাপকসকলৰো

তাচ্ছিল্য ভোগ কৰিব লগা হ'ল। কিন্তু মানুহ বৰ অদ্ভুত। বৰদেউতাকেও যে এনেকুৱা কৰিব মই ভাবিব পৰা নাছিলোঁ।"

"সাধাৰণতে মানুহ তেনেকুৱাই। ক'ববাত হে ব্যতিক্ৰম দেখা যায়।" বিমলে কলে।

"এৰা।" বুলি কুসুমেও শলাগিলে। অজিত আৰু কল্পনা নীৰৱ হৈয়ে থাকিল। অজিতৰ মনত কিন্তু এটা প্ৰশ্নৰ উদয় হ'ল—বস্তিক তাচ্ছিল্য কৰা অধ্যাপকজন নিজেই নহয়তো!

"ব'ল যাওঁগৈ। তেখেত কালিলৈ পুৱাতে যাবগৈ। নিশ্চয় কিবাকিবি কাম থাকিব পায়।" বিমলে কলে।

"একো কাম নাই। আপোনালোকক পাই ভাল লাগিছে। বহক।" কুসুমে কলে।

"ভাল লাগিছে মোৰো—বহুদিনৰপৰা মনতে পাঙি থকা কথা এটাৰ সমাধান কৰি।" তাৰপিছত অজিতৰ কালে চাই বিমলে আকৌ কলে—"তই দেখোঁ একো নকৱ?"

"কি কম? অকলতো মোৰেই কথা নহয়?" অজিতে কৈ পেলালে।

"বস্তিৰ কথাও আছে অৱশ্যে।" বিমলে কলে।

"হয়, বস্তিৰ মতামতৰ মূল্য আমি দিব লাগিব।" কুসুমে কলে।

"কিহৰ মতামত?" অজিতে অবাক হোৱাৰ দৰে বিমললৈ চাই সুধিলে।

"কিয়? পুৱাতে আজি মই তোক প্ৰস্তাৱ এটা দিয়া নাছিলোঁ।"

"অঁ" বুলি অজিতে অলপ লাজ কৰি কল্পনালৈ চাই হাঁহিলে। কল্পনায়ো হাঁহিলে অজিতলৈ আন্তৰিক সমৰ্থন জনাই।

"বস্তিৰ মত বাৰু তুমিয়েই লবা।" কুসুমে গহীনাই কলে অজিতৰ মুখলৈ চাই। অজিতে থিয় হৈ আকৌ এবাৰ কুসুমৰ চৰণত হাত দিলেগৈ।

"সুখী হোৱা।" কুসুমৰ স্নেহাশীষ আৰু বিমলৰ তৃপ্তিৰ হাঁহিৰে খন্তেকতে কোঠালিটো নতুনকৈ উদ্ভাসিত হৈ উঠিল।



## ॥ ছাব্বিশ ॥

"অ' আই বৈশাখী, নবৌৱেৰহঁত গ'ল নে চাচোন।" ৰত্ন বৰুৱাই শোৱাপাটীৰপৰা কলে।

"গ'ল দেউতা। আইদেউহঁত যোৱা ভালেমান-পৰ হ'ল।"

"তেন্তে কেঁচুৱাটো কন্দুৱাইছ কিয়?"

"তেল ঘঁহিছিলোঁ তাৰ গাত। এইডালে কান্দিয়েই থাকে।"

"ফটিক নাই হবলা?"

"নাই, স্কুললৈ গৈছে।"

"ডুলালক তেন্তে মোৰ ওচৰতে থৈ যাহি। তোৰ অসুবিধা হৈছে যদি ময়ে বিচনাতে তাক ওমোলাই থাকিব পাৰিম নহয়?"

"দেউতাৰো যে কথা—" বুলি বৈশাখী ৰত্ন বৰুৱাৰ কাষ পালেহি। হাতত তাইৰ তেলৰ বাটিটো। মিঠাতেল অলপ তপতাই কেঁচুৱাটোৰ গাত অকণমান সানি বাকীখিনি লৈ আহিছে ৰত্ন বৰুৱাৰ উখহা ভৰি দুখনত সানিবলৈ। পুৱা এনে সময়তে সদাই তাই ৰত্ন বৰুৱাৰ ভৰি দুখন পিহি দিয়ে। ৰত্ন বৰুৱাই বৰ আৰাম পায়। বাত বেমাৰৰ চিকিৎসাৰ কাৰণে তেওঁ কেইবামাহো ডিব্ৰুগড়ৰ মেডিকেল হস্পিটলত থাকিলগৈ। ঔষধো বহুত খাইছে। তথাপি ৰোগৰ উপশম হোৱা নাই। হস্পিটলৰপৰা তেওঁক পোনে পোনে বালিপাৰালৈকে লৈ অহা হয় আৰু তেতিয়াৰপৰা তেওঁ শয্যাশায়ী। ইলা আৰু অণিমাৰ লগে লগে বৈশাখীয়েও ৰত্ন বৰুৱাক শুশ্ৰূষা কৰি গ'ল। কিন্তু মাজতে কেঁচুৱা হোৱা সময়ত বৈশাখীৰ দুমাহ ছুটী আছিল। ছুটীৰ ভিতৰতো তাই পাকটো মাৰি ৰত্ন বৰুৱাৰ ভৰি দুখন পিহি দি যায়হি। কিন্তু আজিৰপৰা ৰত্ন বৰুৱাৰ সম্পূৰ্ণ ভাৰ ফটিক আৰু বৈশাখীৰ ওপৰত দি ৰমেন আৰু অণিমা তেজপুৰলৈ গৈছে ইলাৰ বিয়াৰ কাৰণে যো-জা কৰিবলৈ। ঠিক কৰা হ'ল—এইকেইদিন বৈশাখী ফটিকৰে সৈতে ৰত্ন বৰুৱাৰ ঘৰতে আহি থাকিব।

ফটিক বোধা চকীদাৰৰ লৰা। বালিপাৰা বাগিচাৰপৰা মেট্ৰিক পাছ কৰা সিয়েই প্ৰথম কুলী লৰা। স্বভাৱ-চৰিত্ৰও তাৰ আকৰ্ষণীয়। সি এতিয়া

বাগিচাৰে মহৰী কামত সোমাইছে। বাগানৰ স্কুলখনত সি ৰাতিপুৱা কুলী লৰা-ছোৱালীও পঢ়ায়। বত্ৰ বৰুৱাই ফটিকৰ লগতে বৈশাখীৰ বিয়া পাতি দিলে। বৈশাখীৰ গাত তেতিয়া লেঠা বুলি জানিও বোধা আৰু ফটিকে আপত্তি নকৰিলে। বৈশাখীক বোৱাৰী কৰি বোধা চকীদাৰে মনে মনে গৌৰৱ বোধ কৰিছিল অন্ততঃ এটা কাৰণত যে সি ক্ৰমে অসমীয়া হৈ আহিছে। এই বাগিচাতে তাঁহাতৰ কেইবা পুৰুষ গ'ল, সদায় সিহঁত কুলী হৈয়ে থাকিব নে? কিন্তু আন বহুতো কুলীয়ে তাৰ মনৰ কথা বুজি নেপায়। আনকি তাৰ লগৰীয়া ফক্তৰে ভাবে যে সি মালিকৰ লগত সম্বন্ধ পাতিবলৈ পাই হে এনে কামত আগবাঢ়িল। কিন্তু ফটিকৰ কথা বেলেগ, সি শিক্ষাৰ পোহৰেৰে মন পোহৰাই বৈশাখীক আদৰি ললে। ফটিকৰ লগত বিয়া হৈ যোৱাৰ পিছত অণিমাই বৈশাখীক মৰমৰ চকুৰে চোৱা হ'ল। লাগ বুলিলে বৈশাখীয়েও ঘৰুৱা কাম-বনত অণিমাক ঘৰৰ ছোৱালীৰ দৰে সহায় কৰি দি যায়হি। কিন্তু দুলাল মাহেকীয়া হোৱাৰ পিছৰেপৰা বৈশাখী সঘনে বত্ৰ বৰুৱাৰ ঘৰলৈ আহিব লগা হ'ল। দুলালক কেন্দ্ৰ কৰি বালিপাৰাৰ ঘৰখন এক নতুন আনন্দেৰে পুৰ্ণ হৈ উঠিছে। সকলোৰে স্নেহ কেঁচুৱাটিৰ কাৰণে। বৈশাখীৰ এই ধুনীয়া শিশুটিয়ে বত্ৰ বৰুৱা, ৰমেন আৰু অণিমাৰ অন্তৰ জয় কৰি ললে। বিশেষকৈ বত্ৰ বৰুৱাই দিনটোত দুলালক এবাৰ নেদেখিলে থাকিব নোৱাৰা হ'ল। দুলাল নামটো বত্ৰ বৰুৱাই দিয়া। দুলালক কোলাত তুলি তেওঁ নিতৌ বৈশাখীৰ মনৰ বেদনা উপলব্ধি কৰিবলৈ বিচাৰে আৰু লগতে ভাবি থৈ তেওঁ শান্তি পায় যে দুলালৰ ধুনীয়া মুখলৈ চাই বৈশাখীয়ে হয়তো বসন্ত সিঙৰ মাৰঘাত পাহৰি আহিছে। বসন্ত সিং বৈশাখীৰ বিয়াৰ কিছুদিনৰ আগতে বালিপাৰা বাগিচাৰপৰা উধাও হৈছিল।

অজিতৰ লগত ইলাৰ বিয়াখন ভাঙি গ'লত বত্ৰ বৰুৱাই মনে মনে বৰ দুখ পাই আছিল। আৰু এজন লৰা ঠিক কৰি ইলাক বিয়া দিয়া বৰ সহজ নহব বুলি ভাবি তেওঁ অশান্তিও ভোগ কৰিছিল। কিন্তু ৰমেনৰ চেষ্টাৰ ফলত আকৌ হঠাতে ইলাৰ বিয়া ঠিক হৈ গ'ল উজনিৰ চাহ-বাগিচাৰ মেনেজাৰ এজনৰ লগত। এইবাৰ পদ্মাৱতীৰ দিহা-পৰামৰ্শমতে ৰমেনে বিয়াখনৰ সকলো ব্যৱস্থা কৰিছে। নাহৰামো আকৌ আহিছে ৰমেনক সহায় কৰিবলৈ। বত্ৰ বৰুৱাই একো ভাবিব লগা হোৱা নাই—বিয়াৰ দুদিনমানৰ



আগতে তেওঁ তেজপুৰলৈ গলেই হব বুলি ৰমেনে আজি পুৱা যোৱাৰ আগতে কৈ থৈ গৈছে।

তথাপিও বৈশাখীয়ে ভৰি পিহি থাকোঁতে বত্ৰ বৰুৱাই ইলাৰ বিয়াৰ কথাকে ভাবি আছিল। বিয়ালৈ আৰু কেইদিনমান হে আছে। মানুহ-দুনুহ মতা হ'ল নে আইবা। অজিতলৈও চিঠি এখন দিবলৈ আজি ৰমেনহঁতক সোঁৱৰাই দিবলৈ নহ'ল। বত্ৰ বৰুৱাই এনেদৰে ভাবি থাকোঁতে বোধা চকীদাৰ গল খেকাৰি মাৰি বত্ৰ বৰুৱাৰ কাষৰ কোঠালিটো পালেহি।

"কোন অ'?" বত্ৰ বৰুৱাই বিচনাৰপৰা সুধিলে।

"মই হে দেউতা।"

"বোধা নেকি?"

"হয় দেউতা।"

"আহ ইয়ালৈকে।"

বোধা সোমাই আহিলত বৈশাখীয়ে মুখৰ ওচৰলৈকে ওৰণি টানি ওলাই গ'ল। ইটো কোঠালিলৈ গৈ মুৰৰপৰা ওৰণিখন আঁতোৰ মাৰি পেলাই দিলত তাই দেখিলে এজন ধুনীয়া পুৰুষে ৰেলিং থকা অকণমান কাঠৰ বিচনাখনত ধৰি তাইৰ শুই থকা কেঁচুৱাটো ৰ লাগি চাই আছে।

"এইটো তোমাৰ কেঁচুৱা নহয় জানো বৈশাখী?" মানুহজনে সুধিলে।

"হয় ককাইদেউ।" বুলি বৈশাখীয়ে লাজতে তলমূৰ কৰিলে। অকণমান পৰৰ পিছত তাই মূৰ তুলি আকৌ সুধিলে—"আপুনি কেতিয়া আহিল অজিত ককাইদেউ?"

"এই আহি পাইছোঁ। অণিমাহঁত নাই বোলে?"

"নাই। ইলা বাইদেউৰ বিয়া নহয়? তাৰে যোগাৰ কৰিবলৈ গৈছে।"

"অঁ, শুনিলোঁতো—" বুলি অজিতে লাহেকৈ হুমুনিয়াহ এটি পেলালে।

বৈশাখীৰো মনত তেতিয়া কিবা এটা অজান বেদনাৰ বোল লাগিল। তাই কোনোমতে হে কলে—"আপুনি ইলা বাইদেউৰ বিয়া বুলি জানে তেন্তে?"

"তোমাৰ শহুৰেৰাই বাটতে কলেতো! চকীদাৰ তোমাৰ শহুৰেৰা নহয় জানো?"

"হয়।" বুলি তাই আকৌ লাজ কৰিলে। ৰান্ধনি-ঘৰৰ ফালে যাব খুজি বৈশাখীয়ে কলে—"আপুনি বহকগৈ দেউতাৰ কাষতে। আজিকালি দেউতাই

তেনেকৈ উঠিব-মেলিব নোৱাৰে।" বৈশাখী ৰান্ধনি-ঘৰলৈ গ'ল। অজিতে বৈশাখী যোৱা চাই থাকি ভাবিলে—আগৰবাৰ দেখাতকৈ এতিয়া মাতৃৰূপত বৈশাখীক আৰু ধুনীয়া লাগিছে যদিও তাইৰ চকুযুৰিত দুখৰ ছাঁ পৰিছে। বসন্ত সিং এনেকুৱা প্ৰবঞ্চক হব পায় নে? যদি কুলী ছোৱালী বুলি বৈশাখীক বিয়া কৰাবলৈ তাৰ সাহে নুকুলালে তেন্তে সি তাইৰ দেহ-মন সকলো কাঢ়ি লৈছিল কিয়? ফটিকে আজি তাইক বিয়া নকৰোৱা হলে এই কণমান শিশুটিৰ কি হ'লহেঁতেন।

ৰান্ধনি-ঘৰৰ বাৰাণ্ডাৰপৰা বৈশাখীয়ে অজিতক থিয় হৈ ভাবি থকা দেখি তাই আগবাঢ়ি আহি আকৌ কলে—"ককাইদেউ, ব'লক, বহকগৈ।"

"ফটিক ক'লৈ গ'ল?" অজিতে অলপ আগবাঢ়ি আহি সুধিলে।

"স্কুললৈ। আপুনি দেখোন মোৰ চব খবৰ জানে, কিন্তু—"

"চকীদাৰে বাটতে কৈ কৈ আহিছে নহয়?"

"কি কি কৈছেনো?"

"ইলাৰ বিয়াৰ কথা, তোমাৰ বিয়াৰ কথা, নাতি জন্ম হোৱাৰ কথা।"

"ঈস্ নাতি! সেয়েতো এদিনলৈকে কোলাত তুলি লব পৰা নাই! এনে নাতি—" বুলি তাই মুখৰ ভিতৰতে ভোৰভোৰাই যাবলৈ ওলালত অজিতে বাধা দি তাইক লাহেকৈ সুধিলে—"কিয় চকীদাৰে তোমাৰ ছুলালক মৰম নকৰে নেকি?"

"ওহোঁ।" অভিমানৰ সুৰত তাই কলে।

"ফটিকে?"

"কৰে। সি কিয় নকৰিব।" বুলি বৈশাখীয়ে হাঁহিলে। অজিতৰ মনো তৃপ্তিৰে ভৰি পৰিল। অজিত বত্ৰ বৰুৱাৰ কোঠালিলৈ সোমাই গ'ল। বোধা চকীদাৰে বত্ৰ বৰুৱাৰ বিচনাৰ কাষত মাটিতে বহি চুখা মোহাৰিছিল। অজিতক দেখি বোধা চকীদাৰে চকী এখন আগবঢ়াই দি কলে—"বহক।"

"আহা অজিত বোপা। তুমি অহা বুলি জানি বৰ ভাল পালোঁ। তোমাৰ কথাকে আজি পুৱাৰেপৰা ভাবি আছিলোঁ।" বত্ৰ বৰুৱাই কলে।

"হয় নেকি।" বুলি অজিতে হাঁহিলে।

"ইলাৰ বিয়া পাতিছোঁ নহয়, শুনিছা চাগে?"

"শুনিছোঁ, কিন্তু মোলৈ কোনেও লিখা নাই। বাটত চকীদাৰে হে কলে।"



"তেনেহলে ইহঁতে বৰ ভুল কৰিছে। ময়ো আজিকালি একো কৰিব নোৱাৰা হলোঁ। অৱশ্যে বৰ লৰালৰিকৈ বিয়াখন ঠিক হৈছে দেই।"

"একো কথা নাই। খবৰ পাব হে লাগে। পালোঁ নহয় এতিয়া।"

"মোৰ মনৰ দুখ মনতে থাকি গ'ল। বুজিছা!" বুলি বত্ৰ বৰুৱাই দীঘলকৈ এটি নিশ্বাস এৰিলে।

বোধা চকীদাৰে অতপৰে মোহাৰি থকা হাতৰ চুখাখিনি মুখলৈ গাল মাৰি দি অজিতক সুধিলে—"আপোনাৰ বিয়া নাপাতে বাবু?"

"মোৰ বিয়া? মোৰ বিয়া পাতিব লাগিব।"

"বৰ ভাল কথা। কিবা ঠিক হৈছে নে বোপা? ঠিক হৈছে যদিও অণিমাইতো মোক একো কোৱা নাই, সিহঁতে আজিকালি মোক বহুত কথা নকয়।" কথা কৈ থাকোঁতে বত্ৰ বৰুৱাই ইকাতি-সিকাতি হৈ অলপ অস্থিৰ হৈ পৰিল।

"তেনেকৈ একো ঠিক হোৱা নাই। অণিমাই একো নাজানেও। অণিমাৰ লগত কেইটামান কথা আলোচনা কৰিবলৈকে ইয়াত আজি সোমাই পৰিলোঁ, কিন্তু খবৰ এটাও দিয়া নহ'ল। খবৰ দিয়া হলে তাই বৈ গ'লহেঁতেন।"

"তুমি তেন্তে এতিয়া গুৱাহাটীৰপৰা অহা নাই?"

"গুৱাহাটীৰপৰা নাই অহা। মই দুদিনমানৰ আগতে কলিকতালৈ গৈছিলোঁ। কলিকতাৰপৰা হে আহিছোঁ।"

"কিবা সকাম আছিল কলিকতাত?"

"মোৰ বন্ধু এজন থাকে তাতে। তেওঁ মোক মাতি পঠাইছিল।"

"অঁ" বুলি বত্ৰ বৰুৱাই শলাগিলে। বৈশাখীয়ে দুৱাৰৰ আঁৰৰপৰা অজিতক হাত-ভৰি ধুবলৈ মাতিলেহি। বত্ৰ বৰুৱাই কলে—"যোৱা হাত-মুখ ধোৱাগৈ বোপা। দূৰৰপৰা আহিছা। চাহ এটোপা কৰ বৈশাখী।"

বৈশাখীয়ে উত্তৰ নিদিয়াকৈ আঁতৰি যোৱা দেখি বোধাই হে মাত লগালে—"কৰিব।" তাৰপিছত অলপ ভাবুকৰ দৰে চকীদাৰে কলে—"ময়ো অজিত বাবুক দেখি আচৰিত হলোঁ। বাগিচাৰ বাট-ঘাট বাবুৱে পাহৰি গৈছে। কিন্তু বাটত বৈ বৈ তেওঁ ইটো-সিটো সুধি আহিছে নহয়? বৰ ভাল লৰা হেৰুৱালে দেউতা। ইলা বাইদেউৰ লগত বৰ মানালে হয়।"

"কি কৰিবি? সকলো মানুহৰ কপাল।"

"হয়, হয় দেউতা। নচিবত নাথাকিলে ক'ত হব? বাৰু বেলা হ'ল। মই যাওঁৱেই দেউতা।"

"চাহ-তাহ এটোপা নেখাৱ?"

"নাই নেলাগে চাহ। লাইনত আজি বহুত কাম আছে।"

"যা বাৰু। তয়ে অলপ এইকেইদিন বাগিচাৰ তদাৰক কৰিবি, ৰমেনো নাই। ফটিকো মোৰ লগতে লাগি থাকিব লগা হৈছে।"

"আপুনি দেউতা চিন্তা কৰিব নালাগে।" বুলি ডাঙৰকৈ কাহ এটা মাৰি চকীদাৰ ওলাই গ'ল। কাহৰ শব্দত দুলালে সাৰ পাই কান্দি উঠিল। লৰালৰিকৈ বৈশাখীয়ে দুলালক কোলাত তুলি তাৰ মুখৰ ওচৰত নিজৰ মুখখন লগাই আদৰ কৰিলে। তাৰপিছত বত্ন বৰুৱাৰ কাষত তাক শুৱাই দি কলে—"দেউতা দুলালক চাব। মই ককাইদেউলৈ চাহ আনোগৈ।"

"যা মই চাম যা।" বত্ন বৰুৱাই কলে।

হাত-মুখ ধুই উঠি অজিত আকৌ ভিতৰলৈ আহিল। দুলালক ৰত্ন বৰুৱাৰ বিচনাত দেখি হাঁহি মাৰি কলে—"বৰ ধুনীয়াটো হৈছে দেই।"

"ধুনীয়া হলে কি হব? দুৰ্ভগীয়া লৰা।"

"একো দুৰ্ভগীয়া নহয়, ভাগ্যবানৰ দৰেইতো আপোনাৰ কাষত শুই আছে।" তেনেতে বৈশাখীয়ে চাহ-জলপান লৈ আহি অজিতক মাতিলে।

"বোৱা, বোপা বোৱা। আজি আটাইজাক গ'লগৈ। তায়ে ঘৰৰ ছোৱালীৰ দৰে যি দিয়ে খোৱাগৈ। ময়ো একো চাব-চিতিব নোৱাৰোঁ।"

"আপুনি একো চিন্তা কৰিব নালাগে। মই আবেলিৰ ট্ৰেইনত যামগৈয়ে।"

"সেইটো কেনেকৈ হব? তোমাৰ লগত কথা-বতৰা হোৱাই নাই।"

"চাহ খাই আহোঁ, কথা-বতৰা হমহি।"

অজিত চাহৰ টেবুলত বহিলগৈ। বৈশাখী ওচৰতে থিয় হৈ আছিল, তাই লাহেকৈ সুধিলে—"বাৰু ককাইদেউ, আপুনি বন্তি বাইদেউক পঢ়ায় বোলে?"

"কোনে কলে অ'?"

"শুনিছোঁ, সৰু আইদেৱে কৈছে।"

"অ' অণিয়ে?"

"হয়।"



"পঢ়াওঁ, কিয়?"

"এনেয়ে সুধিছোঁ। বন্তি বাইদেউ ভালে আছে?"

"আছে।" অজিতে বৈশাখীলৈ চালে। বৈশাখীয়েও অজিতৰ মুখলৈ চাই দৃঢ়ভাৱে সুধিলে—"আপুনি দেখোন বন্তি বাইদেউক চাদী কৰিব পাৰে?"

অজিতে একো উত্তৰ দিবলৈ নৌপাওঁতেই ৰত্ন বৰুৱাই মাতিলে—"বৈশাখী অ' দুলালক নেহি, ই মোৰ কাপোৰ-কানিয়ে মুতিলে।"

"দেখিছ বাৰু?" বুলি বৈশাখী লৰৰি আহি দুলালক নিলেহি। অজিতো হাঁহি হাঁহি আহিল। দুলালক অজিতে লব খুজিলে।

"জানে জানো কেঁচুৱা লব?" বৈশাখীয়ে অকণমান পৰৰ কাৰণে অজিতৰ হাতত দুলালক তুলি দি ৰত্ন বৰুৱাৰ গেঞ্জিটো সলাই দিলে। তাৰপিছত দুলালক অজিতৰ কোলাৰপৰা লৈ গৈ তাৰ সৰু কাঠৰ বিচনাখনত শুৱাই দি বৈশাখী বান্ধনি-ঘৰৰ ফালে গ'লগৈ।

"অজিত আকৌ আগৰ চকীখনত বহি পৰিল।"

"এটা কথা সোধোঁ তোমাক। কলিকতালৈ গৈছিলা, আমাৰ বিভূতিৰ খবৰ কিবা পোৱা নে?" ৰত্ন বৰুৱাই সুধিলে।

"আপুনি নেজানে নেকি এটা কথা?"

"কি?"

"জে'লত তেখেতৰ মৃত্যু হৈছে।"

"কি কলা?" বুলি ৰত্ন বৰুৱা ঘপকৈ উঠি বহিল আৰু আঁঠু দুটাৰ মাজত মূৰটো সুমুৱাই দি বৈ থাকিল। অজিতে কি কব, কি কৰিব ভাবি নাপালে। নিজকে বৰ অসহায় যেন লাগিল অজিতৰ। বৈশাখীক মাতিব নেকি বুলি ভাবি অজিত থিয় হ'ল।

"সি জে'লত থকা বুলি জানো কিন্তু সকলো যে এনেকৈ শেষ হৈ গ'ল—এই কথাটোতো মই জনা নাছিলোঁ!" বুলি ৰত্ন বৰুৱাই মূৰটো যেতিয়া তুলিলে অজিতে ওচৰলৈ গৈ ৰত্ন বৰুৱাক লাহেকৈ শুৱাই দিলে। তাৰপিছত অপৰাধীৰ দৰে কৰলৈ ধৰিলে—"মোৰ বৰ ভুল হ'ল। আপুনি অসুস্থ। মই এইটো খবৰ এনেকৈ দিব নালাগিছিল।"

"খবৰটো দি ভালেই কৰিলা। ইলাৰ বিয়া কিজানি বন্ধই কৰিব লগা হয়।"

"কিয় ?"

"অশৌচ পৰিব নহয় ?"

"ঠিক হৈছিল বিয়াখন।" অজিতে কলে।

"কিন্তু মোৰ সহোদৰ। ধৰ্ম্ম বুলি এটা কথা আছেতো।"

"আছে অৱশ্যে।"

"আৰু এটা কথা। বস্তিকো খবৰটো তেনেহলে দিব লাগিছিল।"

"পাইছে বস্তিয়ে খবৰ।"

"কেনেকৈ জানিলা ?"

"বস্তিক মই লগ পাইছোঁ কলেজত। কলিকতাত বস্তিৰ মাককো লগ পাই আহিছোঁ।"

"হয় নেকি ? এৰাতো, তুমি বোধকৰোঁ জানা আৰু এটা কথা—আকাশবস্তি বিভূতিৰ ছোৱালী নহয় বুলি ?"

"জানো।"

"তাইৰ জন্মৰ আঁতি-গুৰি নোপোৱালৈকে আমাৰ ঘৰতো স্থান দিয়া অসুবিধা হয়।"

"কিন্তু ধৰ্ম্ম বুলি এটা কথা আছে—বস্তি আপোনাৰ সহোদৰৰে পালিতা কন্যা। নিচেই সৰুৰেপৰা বস্তিক তেখেতে নিজ কন্যাৰ দৰে তুলি-তালি ডাঙৰ কৰিছে।"

"হয় অৱশ্যে।" বুলি বস্ত্ৰ বৰুৱাই গাৰ কাপোৰখন টানি ললে। গাটো তেওঁৰ জিকাৰ খাইছিল আৰু নিজকে বৰ অৱশ যেন লাগিছিল। ভিতৰ-ফালটোৱে তেওঁৰ কান্দি উঠিব খুজিলে কাৰণ জীৱনৰ বহুত স্মৃতিৰ মাজত এটা কথাই কৰুণভাৱে তেওঁৰ তেতিয়া স্পষ্ট হৈ উঠিছিল—বিভূতি আৰু নাই। তেওঁ কোনোমতে ফুটাই কলে—"বিভূতি আৰু নাই।" কান্দিব খুজিও কান্দিব নোৱাৰাত তেওঁৰ বুকুখন গধুৰ হৈ উঠিল। গভীৰ দুখেৰে মাত্ৰ তেওঁ অজিতৰ ফালে চাই ৰ'ল। অজিত তেতিয়া মগ্ন হৈছিল এটা ভাবত যে ধৰ্ম্ম বুলি এটা কথা আছে। এইটো সিদ্ধান্তকে বাৰে বাৰে আওৰাই অজিতে মনৰ কোনোবাখিনিত লুকাই থকা দুৰ্ব্বলতাকণ মোহাৰি পেলাব খুজিছিল। তথাপিও সেই একেটা প্ৰশ্নই এতিয়া অজিতৰ মনতো বাৰে বাৰে খুন্দিয়াইছেহি—আকাশবস্তিৰ বাৰু জন্মৰ আঁতি-গুৰি কি ? বৈচিত্ৰ্যময় মানুহৰ মন।



তাতোকৈও বিচিত্ৰ মানুহৰ মনৰ গভীৰ গুহাৰ অন্ধকাৰ। সেই অন্ধকাৰে লুকাই ৰাখিছে মানুহৰ কত অন্ধ দুৰ্ব্বলতা। এই অন্ধকাৰ কেতিয়া বাৰু হব শেষ ? কেতিয়া আহিব বাৰু জীৱনক সবল কৰা মানুহৰ মনৰ দীপ্তি ?

## ॥ সাতাইশ ॥

অজিত পোনে পোনে 'চুড্‌মাৰ্চন হল'ৰ ফালে খোজ ললে। অলপ দূৰৰপৰা অজিতে দেখিলে কলেজৰ চকীদাৰকেইটাই চকী-বেঞ্চবোৰ টনাটনি কৰিছে—দুই-এজন ছাত্ৰ ইফাল-সিফালকৈ ঘূৰি ফুৰিছে। মুখত সিহঁতৰ ব্যস্ততাৰ ভাব ফুটি ওলাইছে। অজিতৰ মনে মনে ভয় লাগিল। সভাৰ কামত নিজে একো দিহা-পৰামৰ্শ দিব নোৱাৰিলে। অথচ আজিৰ মিটিংখনৰ দায়িত্ব বহুখিনি অজিতৰ ওপৰতে আছিল। হলৰ ভিতৰ সোমাই দেখিলে—অলকা বৰুৱাই ঘামি-জামি কামৰ নিৰ্দ্দেশ দি ফুৰিছে। হওক তেওঁ, অলকাই অজিতৰ অনুপস্থিতি পূৰণ কৰি সভাৰ সকলোখিনি যো-জা কৰিছে। এইবুলি সকাহ লব খোজোঁতেই অলকা বৰুৱাই অজিতক দেখি গুজৰি-গুমৰি উঠিল—"আপুনি কি মানুহ হেৰি ? মোক এনেকৈ বিপদত পেলালে।"

"কি হ'ল ?" অজিতে সুধিলে অলকাৰ মুখলৈ চাই।

"ইমানবোৰ কাম মোৰ মূৰৰ ওপৰত জাপি দি মানুহজন নোহোৱা হৈ গ'ল ? আপুনিতো পৰহি আহি পোৱাৰ কথা আছিল ?" অলকাই কলে।

"হয়। বৰ ভুল হৈছে মোৰ। বাৰু, সকলোখিনি কাম হ'লগৈ নে ?"

"নাই হোৱা। একো হোৱা নাই। যি হয় হব।" অলকাই উত্তৰ দিলে।

"আপোনাৰ বৰ খং উঠিছে।" অজিতে কলে।

"সেই ন বজাতে আহিছোঁ বুজিছে ? ঘৰলৈ আৰু যাব পৰা নাই। মই এতিয়া যাওঁগৈ। আপুনি বাকীখিনি চলাওক।" অলকাই ভোৰভোৰাই কৰলৈ ধৰিলে।

"মই এতিয়া চলাব পাৰিম। কিন্তু আপুনি এনেকৈ গুচি গলেতো নহব।"

"আকৌ আহিমগৈ। দেখিছে কাপোৰ-কানিৰ অৱস্থা? এটাটো ৰূপত মিটিং এখনত থাকিব নোৱাৰি।"

"তেনেহলে যাওক। কিমান সময়ত আহিব বাৰু?"

"এতিয়া চাবে চাবি। অন্ততঃ এঘণ্টাৰ ভিতৰতে ঘূৰি আহিম। ঠিক মিটিং আৰম্ভ হোৱাৰ আগে আগে আহি পামহি।"

"মিটিংতো পাঁচ বজাতে।"

"ঘড়ীৰ কাটাই কাটাই ক'ত মিটিং হব? একো যোগাব-যন্ত্ৰ হোৱাই নাই। তাতে আমাৰ মানুহ পাঁচ বজাতে নাহে।"

"ঠিক আছে তেনেহলে। মই কি কি কৰিব লাগিব কৈ দিয়ক।"

"বোৰ্ডত কাৰ্য্যসূচী লিখাব আৰু প্ৰেচিডেণ্টৰ আগত দিবলৈও এখন কাৰ্য্যসূচী ভাল কাগজত লিখাব। নিমন্ত্ৰিত লোকক দিয়াৰ জোখাই কাৰ্য্যসূচী ছপা কৰি উলিয়াম বুলি ভাবিছিলোঁ—একো নহ'ল ভবামতে। বাৰু যি হৈছে, হৈছে। মই যাওঁ।"

"যাওক, যাওক। সোনকালে আহিব মাত্ৰ।"

কাৰ্য্যসূচীখন অজিতৰ হাতলৈ আগবঢ়াই দি অলকা বৰুৱা গোঁগোঁৱাই ওলাই গ'ল। ষ্টেজৰ ওপৰত উঠি কাৰ্য্যসূচীখন পঢ়িবলৈ লৈ অজিতে ভাবিলে—অলকা বৰুৱাৰ খং উঠিব লগা যথেষ্ট কাৰণ আছে। বাহিৰৰ বহু গণ্যমান্য লোকক এই সভালৈ নিমন্ত্ৰণ জনোৱা হৈছে। তাতে ৰবীন্দ্ৰ জন্মোৎসৱৰ কথা। ভালকৈ সভাৰ কাম চলাব নোৱাৰিলে মানুহৰ আগত লঘু হোৱাৰ ভয় আছে। দায়িত্বপূৰ্ণভাৱে অজিতে ছাত্ৰ এজনক মাতি আনি কাৰ্য্যসূচীখন বোৰ্ডত লিখিবলৈ দিলে। প্ৰেচিডেণ্টৰ কাৰণেও ভাল কাগজত কাৰ্য্যসূচী এখন লিখিবলৈ দিহা দি অজিত আকৌ তললৈ নামি গ'ল। মাইক ফিট কৰা মানুহকেইজনকো খৰধৰ কৰিবলৈ দি অজিত বাহিৰলৈ যাব খুজিলে। দুৱাৰ-মুখ পাওঁতে অজিতক কেইজনীমান ছাত্ৰীয়ে আগভেটি ধৰি কলে—"চাৰ, আজি আপুনি কবিতা আবৃত্তি কৰিব নহয়?"

"মই কিয় আবৃত্তি কৰিবলৈ যাম? কোনে কলে তোমালোকক?"

"বাৰু, আপুনি আমাৰ কথা বিশ্বাস নকৰে নহয়? অলপ ৰব। সৌৱা



কাৰ্য্যসূচী বোৰ্ডত লিখিছে। আপুনি চাব আপোনাৰ নামটো ওলায় নে নোলায়।" এজনী ছাত্ৰীয়ে বোৰ্ড লৈ আঙুলিয়াই কলে। অজিতে ঘূৰি চাই দেখিলে—বোৰ্ডত লৰাজনে মন দি কাৰ্য্যসূচী লিখিবলৈ আৰম্ভ কৰিছে। অজিতে পঢ়ি গ'ল—আৰম্ভণী গীত ৰবীন্দ্ৰ সঙ্গীত—'আকাশ ভৰা সূৰ্য্য তাৰা বিশ্বভৰা প্ৰাণ'—আকাশবস্তি বৰুৱা।

সঙ্গীতৰ এটি মূৰ্চ্ছনা জাগিল অজিতৰ প্ৰাণত। গীতটোৰ সুৰটি অজিতৰ জনা আছিল। অজিতে মনে মনে গুণ্ গুণাবলৈ ধৰিলে। সুৰৰ লগে লগে গীতৰ কথাই অজিতক খন্তেকলৈ অভিভূত কৰিলে, মনৰ খেলিমেলি ভাববোৰো দূৰ হৈ যাবলৈ ধৰিলে।

"দেখিলে চাৰ আপোনাৰ নাম?" ছোৱালীজনীৰ কথাত অজিত আকৌ বোৰ্ডলৈ চালে। হয়তো! —গান, স্বদেশৰপৰা পাঠ, ৰক্তকৰবীৰ কেইটিমান দৃশ্য, নিৰ্দ্দিষ্ট বক্তাৰ বক্তব্য, অজিতৰ কবিতা আবৃত্তি, চণ্ডালিকা নৃত্য-নাটিকা, অহা ৰবীন্দ্ৰ জন্ম-শতবাৰ্ষিকী সম্বন্ধে আলোচনা আৰু সৰ্ব্বশেষত আকৌ বস্তিৰ গানেৰে সমাপ্তি। এইটো কেনেকৈ হ'ল? অজিতে কবিতা আবৃত্তি কৰিব পাৰে বুলিতো কোনেও ইয়াত নাজানে!

"মোৰ আবৃত্তি কেনেকৈ সোমাল বাৰু কাৰ্য্যসূচীত, কাৰ চক্ৰান্ত?" অজিতে কৌতুকেৰে ছাত্ৰীকেইগৰাকীক লক্ষ্য কৰি সুধিলে।

"চাৰ, আমিয়েই কলোঁ বাইদেউক আপোনাৰ নামটো ভৰাবলৈ।" হাঁহি মাৰি ছাত্ৰীকেইজনীয়ে উত্তৰ দিলে।

"তোমালোকে কেনেকৈ জানিলা হে মই কবিতা আবৃত্তি কৰিব পাৰিম বুলি?"

"কিয়, আকাশবস্তিয়ে কৈছে।" বুলি আটাইকেইজনীয়ে এইবাৰ খিলখিলকৈ হাঁহিলে। অজিত জব্দ হ'ল। উত্তৰ দিব নোৱাৰি নিজকে অজিতৰ এজন বন্দীৰ দৰে লাগিল ছোৱালীকেইজনীৰ মাজত।

"বাৰু ঠিক আছে তেন্তে। কাৰ্য্যসূচীত আছে যেতিয়া আবৃত্তি কৰিবই লাগিব। বেয়া হলে তোমালোকেই লঘু হবা।"

"আৰু ভাল হলে?" এজনীয়ে সুধিলে।

"আকাশবস্তিক পুৰস্কাৰ দিব লাগিব।" অজিতে উত্তৰ নৌদিওঁতে আন এজনীয়ে কলে।

"তোমালোক বৰ দুষ্ট—" বুলি অজিতে বাহিৰলৈ যাবলৈ চেষ্টা কৰিলে। ছোৱালীকেইজনীয়েও অজিতক বাট এৰি দি ভিতৰলৈ সোমাই গ'ল।

বাহিৰলৈ আহি বাৰাণ্ডাৰ ৰেলিঙত ধৰি অজিত শইকীয়াই কিছুসময় আপোনমনে থিয় হৈ থাকিল। তাৰপিছত লাহে লাহে ভাবিবলৈ ধৰিলে—ছোৱালীকেইজনীৰ কথাত ঠাট্টাতকৈও সিহঁতৰ মুকলিমূৰীয়া মনৰ আন্তৰিকতা হে প্ৰকাশ পাইছে! সিহঁতলৈ অজিতৰ মৰম লাগিল। লগতে বিমলৰ কথা এবাৰলৈ অজিতৰ মনত পৰিল। জীৱনৰ বহু বন্ধন আৰু গ্লানিৰ-পৰা মুক্তি পাই আমাৰ দেশৰ ছোৱালীয়ে আজিকালি অন্ততঃ মুকলিমূৰীয়াকৈ হাঁহিবলৈ শিকিছে। এইটো দেশৰ শুভ লক্ষণ। কথাবোৰ মনত পৰাৰ লগে লগে অজিতৰ নিজৰ মনটোও মুকলি হোৱা যেন লাগিল। এছাটি চেঁচা বতাহ অজিতৰ গাত লাগিলহি। ওচৰৰ ডাঙৰ আঁহতজোপাত তেতিয়া জাকে জাকে কাউৰী আহি পৰিছে। দিনটোৰ বাবে নগৰত আহাৰ সন্ধানৰ কাম তেতিয়া হয়তো সিহঁতৰ শেষ হৈ আহিছিল। অজিতে ঘড়ীটোলৈ চালে—পাঁচ বাজি গৈছে। বাটেদি এজন ভদ্ৰলোক চুত্‌মাৰ্চন হলৰ ফালে আগবাঢ়ি আহিছে। লগত তেওঁলোকৰ কলেজৰ দুজনমান অধ্যাপকক দেখি অজিতে বুজিলে যে তেওঁলোক নিমন্ত্ৰিত অতিথি। অজিত আগবাঢ়ি গৈ অভ্যাগত-সকলক লক্ষ্য কৰি কলে—"আহক।" তেওঁলোক ভিতৰলৈ সোমাই আহিল। গহীন সুৰত এজনে মন্তব্য প্ৰকাশ কৰিলে—"মানুহ অহাই নাই।" অতিথিসকলক বহুৱাই অজিত ওলাই গ'ল—বাহিৰৰ বাৰাণ্ডালৈ চাই অজিতে দেখিলে—এজন-দুজনকৈ মানুহ আহিবলৈ ধৰিছে, তেওঁলোকৰ মাজত বঙালী তিৰোতা মানুহ কেইগৰাকীমান আছে। এতিয়ালৈকে অলকা বৰুৱা কিয় অহা নাই বুলি ভাবি অজিত অলপ অস্থিৰ হৈ পাছ-দুৱাৰেদি ষ্টেজত সোমালগৈ। ভিতৰত তেতিয়া বক্তকৰৱী আৰু চণ্ডালিকাৰ সাজসজ্জা পূৰাদমে চলিছে। আজিৰ কাৰ্য্যসূচীৰ এই দুটা বিষয় অন্ততঃ মনোগ্ৰাহী হব বুলি কলিকতালৈ যোৱাৰ আগতেই অজিতে ৰিহাৰ্চেল চাই বুজি পাইছিল। আৰ্টিষ্টসকলৰ মাজৰপৰা ঘপহ্‌কৈ অলকা বৰুৱা ওলাই আহি অজিতক কলে—"আপুনি কি মানুহ হেৰি? একেবাৰে দেখাদেখি নাই?"

"আপুনি আহিল কেতিয়া?" অলকাৰ কথাৰ মূৰত অজিতে ঘূৰাই সুধিলে।



"যিমান সময়ত আহিম বুলি কৈছিলোঁ সিমান সময়তে আহিছোঁ।"

"মই নেদেখিলোঁ, অথচ আপোনালৈ বাট চাই আছোঁ।"

"আপুনি মাটিয়েদি যোৱা মানুহক নেদেখে। দেখে আকাশেদি উৰি ফুৰা চৰাইজাক হে, নহয় বাৰু শইকীয়া? অথনি আপুনি আকাশলৈ চাই কি ভাবিছিল ইমানকৈ?"

"আচল কথা কওক। সভা আৰম্ভ কৰিব কেতিয়া?"

"এই কৰোঁ।"

"কিন্তু!"

"কিন্তু একো নাই। কাৰণ নিৰ্দ্দিষ্ট বক্তা আৰু সভাপতি আহিছে যেতিয়া—"

"আহিল নেকি তেওঁলোক?"

"কিয়, আপুনি নিজেই বহুৱাই আহিছে দেখোঁ তেওঁলোকক?"

"হয় নেকি? মই চিনিকে নেপালোঁ। তেন্তে তেওঁবিলাকে হে প্ৰথমতে আহিল?"

"মানুহ এতিয়া যথেষ্ট হৈছে। ছাত্ৰ-ছাত্ৰীসকল বহিলে হল ভৰি পৰিব। যথেষ্ট পলমো হৈছে। প্ৰায় ছয় বাজে। এতিয়া আৰম্ভ কৰিলে হে ন-মান বজাত শেষ হবগৈ।"

"তেন্তে আৰম্ভ কৰিবই লাগিল।"

আপুনি ইয়াতে বহি থাকিলেই হব। ময়ো আহিম অলপ পিছতে ইয়ালৈকে। চেক্ৰেটৰীয়ে ইয়াৰপৰাই কাৰ্য্যসূচী এনাউন্স কৰিব, আপুনি চেক্ৰেটৰীৰ কাম তদাৰক কৰিলেই হব।" কথাখিনি কৈ অলকা বৰুৱা অজিতৰ কাষৰপৰা গুচি গ'ল। অজিতে অলকা বৰুৱাৰ কথা ভাবিবলৈ ধৰিলে। অথনি দেখা খং-ভাব অলকা বৰুৱাৰ এতিয়া নাই। খঙৰ সলনি কৰ্ম্মপটুতাৰ এটি সজীৱ ভাব হৈ ফুটি উঠিছে মানুহগৰাকীৰ মুখত। তিৰোতা মানুহ যদিও ইমান নিয়াৰিকৈ কামবোৰ চলাই গৈছে! অৱশ্যে চেক্ৰেটৰীজনো বৰ কাৰ্য্যদক্ষ লৰা। এইদৰে ইটো-সিটো ভাবি এটি নতুন মানসিক অৱস্থাৰ লগত মুখামুখি হবলৈ নিজকে যেন অজিতে প্ৰস্তুত কৰিছিল ভিতৰে ভিতৰে গোপনে। তেনেতে বন্তিয়ে গাই গ'ল—

"আকাশ ভৰা সূৰ্য্য-তাৰা বিশ্বভৰা প্ৰাণ
তাহাৰি মাঝখানে আমি পেয়েছি মোৰ স্থান।···"

আকাশ আৰু পৃথিৱীজোৰা উপলব্ধিয়ে কিছুপৰলৈ অজিতৰ মন স্তব্ধ কৰি দিলে। তাৰপিছত ইটোৰ পিছত সিটোকৈ কাৰ্য্যসূচী আৰম্ভ হ'ল ৰবীন্দ্ৰনাথৰ প্ৰতিভা প্ৰকাশিত কৰি। ৰবীন্দ্ৰনাথৰ মাহাত্ম্য বিচাৰি অজিত ক্ৰমান্বয়ে তন্ময় হৈ পৰিল—অসীম ব্যাপ্তিৰ মাজত। অজিত এইদৰে বিভোল হৈ থাকোঁতেই অলকা বৰুৱা আহি ওচৰৰ চকীখনত কেতিয়াবপৰা বহি আছিল কব নোৱাৰে। অলকা বৰুৱাই কিবা এটা সুধিব খোজোঁতে অজিতে মুখ ঘূৰালে।

"শইকীয়া, এটা বৰ ডাঙৰ অসুবিধাত পৰিলোঁ।" অলকাই কলে।

"কি?" অজিতে সুধিলে।

"হোষ্টেলৰ ছোৱালী এজনীৰ বোলে বৰ অসুখ। দাৰোৱানটোৱে খবৰ দিলেহি। তাতে ছোৱালীজনী পৰীক্ষাৰ্থী। মই এতিয়া নগলেই নহব।"

"আৰুতো বেছি নাই শেষ হবলৈ।"

"চণ্ডালিকা নৃত্য-নাটিকাখনত সময় লাগিব। মই যাওঁগৈ বুজিছে? বাকীখিনিৰ ভাৰ আপোনাৰ ওপৰত থাকিল। অসুবিধা একো নহয়। মাত্ৰ শেষ হলে আৰ্টিষ্টসকলৰ অলপ খবৰ কৰিব।"

"পাৰিম সেইখিনি কৰিব। কিন্তু মোৰ আবৃত্তি—"

"আপোনাৰ আবৃত্তি শুনি যাম ইয়াৰ পিছতে আছে যেতিয়া।"

"মোক হে বৰ অসুবিধাত পেলালে।"

"জনা মানুহৰ কি অসুবিধা? আৰু এটা কথা শইকীয়া, আপোনাক আৰু এটা অনুৰোধ কৰিব খুজিছোঁ।"

"কি?"

"আকাশবন্তিৰ গান শেষত আছে। নহলে তেওঁকো হোষ্টেলত আন ছোৱালীৰ লগতে মই যাওঁতেই লৈ গলোহেঁতেন। আপুনি বন্তিক হোষ্টেলৰ দুৱাৰ-মুখলৈকে আগবঢ়াই দিব বেয়া নেপায় যদি।"

"কিন্তু—"



"কিন্তু একো নাই। মই ছাত্ৰ এজনকো কব পাৰোঁ। কিন্তু সেইটো কৰিব নোখোজোঁ। ৰাতি বহুখিনি হবগৈ। সেই কাৰণে আপোনাকে অনুৰোধ কৰিলোঁ।"

"হব দিয়ক।"

"উঠক, উঠক, আপোনাৰ নাম মাতিলেই নহয়!" অলকাই সোঁৱৰাই দিয়াত অজিত উঠি গ'ল আবৃত্তি কৰিবলৈ।

আবৃত্তিৰ শেষত অলকা বৰুৱাই আকাশবন্তিক কিবা এটা নিৰ্দ্দেশ দি গুচি যোৱা দেখিলে যদিও অজিতে বিশেষ একো নাভাবি আকৌ আগৰ চকীখনত নীৰৱে বহিলহি।

চণ্ডালিকা শেষ হোৱাৰ লগে লগে বহু দৰ্শক ঘৰমুৱা হৈছিল। কলেজৰ অধ্যক্ষ, অধ্যাপক যিসকল শেষলৈকে আছিল তেওঁলোকো মিটিং ভঙাৰ লগে লগে মটৰে বিক্সাই যেয়ে যেনেকৈ পাৰিলে গ'লগৈ। ছাত্ৰ-ছাত্ৰীসকলো দিহাদিহি যাবলৈ ওলাল। অজিত শইকীয়াই ছাত্ৰ চেক্ৰেটৰীজনক মাত দি, চকীদাৰ দুজনক দুই-এটা কথা কৈ যাবলৈ ওলাল।

"আপুনি চাৰ যাওকগৈ। বাকীখিনি কাম আমি কৰি থৈ যাম।"

ছোৱালী আৰ্টিষ্টসকলক অভিভাৱকসকলে লৈ গ'লহি। আকাশবন্তি ছাত্ৰ চেক্ৰেটৰীজনৰ কাষত থিয় হৈ আছিল। বাকী কেইজনমান ছাত্ৰই ইটো-সিটো বস্তু গোটাই ফুৰিছিল।

"আপুনি চাৰৰ লগত যাব নহয়?" বন্তিৰ ফালে চাই চেক্ৰেটৰীজনে সুধিলে।

"হয়।" নম্ৰ সুৰেৰে বন্তিয়ে উত্তৰ দিলে।

"আহা তেন্তে।" অজিতে বন্তিক গহীনাই মাতিলে। অজিত শইকীয়াৰ পাছে পাছে আকাশবন্তি লাহে লাহে ওলাই যোৱা ছাত্ৰকেইজনে চাই থাকিল। দুয়ো ওলাই যোৱাৰ পিছতো, এজন ছাত্ৰইও এটা মন্তব্য প্ৰকাশ নকৰিলে।

আজি ৰবীন্দ্ৰনাথৰ জন্মদিন। এই পৱিত্ৰ দিনটো সাৰ্থক হোৱা যেন লাগিল অজিতৰ। ওপৰত আকাশৰ মৌনতা। তলত পৃথিৱীৰ স্তব্ধতা উপলব্ধি কৰিলে অজিতে নগৰৰ নিৰ্জন বাটটোৱেদি আগবাঢ়ি যাওঁতে। জোনৰ শীতল জোনাক তেতিয়া চাৰিওফালে সিঁচৰিত হৈছে। অজিতৰ নিচেই কাষত আজি আকাশবন্তি। বন্তিক লগ পোৱাৰ হেপাহ এটা অজিতে বহুদিনৰপৰা মনতে পুহি আছিল। কলিকতাৰপৰা অহাৰ পিছত এই দুদিন

অজিতৰ মনত কত প্ৰশ্ন আৰু কত আশাই উগুল-থুগুল লগাইছিল। কিন্তু হঠাতে এইদৰে বন্তিক ইমান কাষতে পাব বুলি অজিতে ভাবিব পৰা নাছিল। বন্তিক 'বহুতো' কথা সুধিব লগা আছে, তথাপি জীৱনৰ প্ৰয়োজনীয় প্ৰশ্নেৰে আজি এই সুন্দৰ সময়কণৰ মাধুৰ্য্য হানি কৰিবলৈ অজিতে নিবিচাৰিলে। সেয়ে ছোৱালী হোষ্টেলৰ অভিমুখে অজিত নীৰৱেই গৈ থাকিল। বন্তিও নীৰৱ। নীৰৱে দুয়ো দীঘলী পুখুৰীৰ পাৰ পালেগৈ। পুখুৰীৰ সিটো পাৰত হোষ্টেলটো। ইটো পাৰে লোহাৰ ৰেলিঙত ধৰি অজিত হঠাতে থিয় হ'ল। বন্তিও থমকি ৰ'ল। পুখুৰীৰ পানীত আকাশৰ তৰা আৰু বাটৰ বিজুলীবন্তিৰ প্ৰতিবিম্ববোৰ জিলিকি উঠিছে। পানীৰ বুকুত পোহৰৰ ধেমালি দেখি এক অপূৰ্ব্ব উপলব্ধিত বন্তিৰ মন বিভোল হৈ পৰিল। ৰেলিঙত ধৰি অজিতৰ কাষতে থিয় হবলৈ কেতিয়া বন্তি আগবাঢ়ি গ'ল, তাই কব নোৱাৰিলে। লগে লগে অজিতৰ মনো নতুন পোহৰেৰে উদ্ভাসিত হৈ উঠিল। নিচেই কাষলৈ গৈ অজিতে বিমুগ্ধ নয়নেৰে বন্তিৰ চকুলৈ চালে একেথৰে। দুয়োৰো শুভদৃষ্টিৰ বিনিময় ঘটিল। পৱিত্ৰ দিনটো আকৌ এবাৰ সাৰ্থক হৈ উঠিল। দুয়োৰে অন্তৰৰপৰা তেতিয়া অপৰিচিতৰ সকলো সঙ্কোচ দূৰ হৈ গৈছিল। মুকলি আকাশৰ তলত দুয়োৰো মন তড়িৎপ্ৰৱাহেৰে একীভূত হৈ পৰিল। কবিতাৰ ধ্বনিৰে বিশাল ব্যাপ্তিৰ বুকুত নিজকে প্ৰতিষ্ঠা কৰি অজিতে গাই গ'ল—

"আকাশভৰা সূৰ্য্য-তাৰা বিশ্বভৰা প্ৰাণ
তাহাৰি মাঝখানে আমি পেয়েছি মোৰ স্থান—"

তাৰপিছত অজিতে লাহেকৈ বন্তিৰ সোঁহাতখন নিজৰ দুয়োহাতৰ মাজত সুমুৱাই লৈ কলে—"এই বিশ্বাস যদি আমাৰ অন্তৰত থাকে, তেন্তে জীৱনক মধুৰ কৰি আজিৰ দৰেই আমি আগবাঢ়িব পাৰিম। কি কোৱা ?''

একো উত্তৰ দিব নোৱাৰিলে যদিও বন্তিৰ নীৰৱ সমৰ্থন পাইছে বুলি অজিতৰ বিশ্বাস হ'ল। লাহে লাহে অজিতে বন্তিৰ হাতখন এৰি দিলে।

অজিতে বন্তিক হোষ্টেলৰ দুৱাৰ-মুখলৈকে আগবঢ়াই দি কলে—"আজিলৈ যাওঁগৈ। আকৌ আহিব লাগিব। তোমাৰ লগত মোৰ বিশেষ কথা আছে।"

"আহিব।"

হোষ্টেলৰ কপাউণ্ডৰ ভিতৰলৈ বন্তি বেগাই সোমাই গ'ল।



## ॥ আঠাইশ ॥

কালিলৈ বন্তিৰ পৰীক্ষা। পৰীক্ষা ওচৰ চাপিলে পঢ়াৰ চিন্তাৰপৰা মনটো আঁতৰাই অনাটো বন্তিৰ আগৰে স্বভাৱ। পৰীক্ষাৰ আগে আগে ততাতৈয়াকৈ পঢ়িবলৈ বন্তিয়ে ভাল নেপায়। পঢ়াৰপৰা মনটো আঁতৰাই আনি বন্তিয়ে অলপ জিৰণি লবলৈ বিচাৰিলে। তাতে ওচৰৰ কোঠালিটো নিজম পৰি আছে। কালি ৰেখা আৰু অঞ্জলিয়ে গোটেই ৰাতি পৰীক্ষাৰ কাৰণে পঢ়ি আজি দিনটো শুইছে। এই নিজম পৰত পঢ়াৰ টেবুলত বহিলেই নানা ভাবে আহি বন্তিৰ মন ব্যতিব্যস্ত কৰি তোলে।

বন্তিৰ ভাবিব লগা প্ৰথম কথা হ'ল, পৰীক্ষাৰ পিছতে তাই আহমদৰ ঘৰলৈ যোৱাটো প্ৰায় ঠিক হৈ গৈছে। আজি কেইদিনমানৰ আগতে অলকাৰ সহায়ত গিয়াচুদ্দিন আহমদে বন্তিৰ হাতৰপৰা বহুদিনৰ আগতে পুতেকলৈ নিজে দিয়া চিঠিখন, কুতুব আৰু শান্তিৰ ছবি এখন আৰু কুতুবৰ হাতৰ আঙঠিটো উদ্ধাৰ কৰিছে—এইবোৰ সঠিক চিহ্নৰপৰা গিয়াচুদ্দিন আহমদৰ মনত সন্দেহ আৰু নেথাকিল এই কথাটোত অন্ততঃ, যে বন্তি কুতুবৰ ছোৱালী আৰু তেওঁৰ নিজৰ নাতিনী। লগে লগে হৰ্ষ-বিষাদৰ মাজেদি আহমদ আৰু বন্তি নতুন পৰিচয়ত নতুনভাৱে আবদ্ধ হৈছে। সেয়ে বাবাজান আৰু আইজনীৰ আগৰ মুকলিমূৰীয়া সম্বন্ধটো এতিয়া প্ৰকৃত ককা-নাতিনীৰ সম্বন্ধ হৈ অলপ টান হৈ পৰিল। বন্তিৰ প্ৰতি আহমদৰ স্বাভাৱিক স্নেহৰ লগতে এইবাৰ জড়িত হৈ পৰিল অভিভাৱকত্বৰ জোৰ, অধিকাৰ-বোধ। আৰু অধিকাৰৰ জোৰতেই তেওঁ পৰীক্ষাৰ পিছতে বন্তিক নিজৰ ঘৰলৈ লৈ যোৱাৰ কথা অলকা বৰুৱাক জনাই থৈছে। ভাবি-চিন্তি অলকা বৰুৱাই তাকেই থিৰাং কৰিছে। বন্তিয়েও অলকাৰ দৰে একে ধৰণে কথাটো ভাবিছে। এই নতুন পৰিচয় বন্তিৰ প্ৰকৃত পৰিচয়। অলকা বৰুৱাই কথাষাৰ মিছা কোৱা নাই। সমাজ-জীৱনত তাই এই পৰিচয়ৰ ভিতৰেদি হে স্বীকৃতি লাভ কৰিব। অৱশ্যে বিভূতি আৰু কুসুমৰ অপাৰ্থিব স্নেহ তাই কেতিয়াও পাহৰিব নোৱাৰে। তেওঁলোকৰ প্ৰাপ্তি, তেওঁলোকৰ আদৰ্শৰ প্ৰতি তাই সদায় মূৰ দোঁৱাই থাকিব

লাগিব। কুসুমেও আহমদৰ পৰিচয়ত আনন্দ পাব বুলি বন্তিয়ে ভালকৈ জানে। কিন্তু বুজি পোৱা নাই বন্তিয়ে আন এটা কথা হে—যিটো কথা অতি অপ্রত্যাশিতভাৱে তাইৰ জীৱনত সিদিনা ঘটি গ'ল। কিয় এনে হ'ল? কিয়বা হঠাতে তাই অজিতক ইমান কাষত লগ পালে! অকল লগ পোৱাই নহয়, হাতৰ সুদৃঢ় স্পর্শ আৰু দুটি দীপ্ত নয়নৰ শুভদৃষ্টিৰ ভিতৰেদি অজিতে জানো ভৱিষ্যতৰ ইঙ্গিত তাইক দিয়া নাই? কবিতাৰ ধ্বনিত যি সত্য প্রতিধ্বনিত হ'ল সেই ইঙ্গিত, সেই ধ্বনিত তাই নিজেওতো সমর্থন জনালে। বন্তিয়ে জানে—তাইৰ প্রাণে আজি বহুদিনৰপৰা অজিতক বিচাৰি ফুৰিছে। সেই কল্পনাৰ আলফুলীয়া স্বপ্ন তাইৰ গোপন প্রাণত ক্রমাত সজীৱ আৰু সুন্দৰ হৈ উঠিছে। কিন্তু এতিয়া সচেতনভাৱে অজিতৰ কথা ভবাৰ লগে লগে কিবা এক আশঙ্কাত তাইৰ মন কঁপি উঠে কিয়? অজিতৰ কথা ভাবিব খুজি অৱশেষত তাই মনটো এৰি দিব খুজিলে, সন্মুখত তাই দেখা পায় আহমদৰ ছবি—আহমদৰ চকু দুটা যেন তাইৰ প্রতি কঠোৰ হৈ উঠে। পঢ়াৰপৰা উঠি আজিও বন্তিয়ে বহু দূৰলৈ চাই তাকেই কল্পনা কৰি আছিল। অজিত আৰু আহমদ কোনোবা এটা বিন্দুত মিলিব লাগিব। কিন্তু বাস্তৱৰ কঠোৰ আঘাতত তাইৰ মধুৰ স্বপ্ন ভাঙি নেযায়তো? বন্তি খন্তেকলৈ অস্থিৰ হৈ উঠে। এনেতে হোষ্টেলৰ ছোৱালী এজনীয়ে কলেহি বন্তিৰ ভিজিটৰ অহা বুলি। এৰা আজি আহমদে বন্তিক ফুৰিবলৈ লৈ যোৱাৰ কথা আছিল। বন্তিয়ে লৰালৰিকৈ চাদৰখন সলাই মুখটো ওপৰে ওপৰে ফণিয়াই গালত পাউডাৰ অকণমান ঘঁহি ওলাই আহিল ককাকৰ লগত ফুৰিবলৈ যাবলৈ। বন্তি পোনে পোনে অফিচ-কমলৈ গ'ল। সদায় অফিচ-ৰুমতে বহা আহমদৰ অভ্যাস। আন ছোৱালীৰ ভিজিটৰসকলে অৱশ্যে বাহিৰতে বৈ কথা পাতে। হোষ্টেলৰ গাভৰু ছোৱালীবোৰে এনেকৈ বাহিৰত থিয় হৈ ভিজিটৰক দেখা কৰা কথাটো লৈ অভিভাৱকসকলৰ মাজত বহু আলোচনা-সমালোচনা হৈ গৈছে যদিও নতুনকৈ সজা ভিজিটৰ-ৰুমটো এতিয়াও হৈ উঠা নাই। অফিচ-ৰুমত সোমাই বন্তিয়ে দেখিলে—আহমদৰ সলনি অজিত শইকীয়া বহি আছে। বন্তি পোনতে আচৰিত হ'ল। আনন্দবিহ্বল সুৰত বন্তিয়ে কোনোমতে কলে—"আপুনি আহিল?"

"আহিম বুলি কৈছিলোঁ নহয়? আহিলোঁ। কথা আছে।"



বন্তিয়ে 'কি' বুলি প্রশ্ন কৰিবলৈ গৈ অলকা বৰুৱালৈ চালে।

"প্রফেচাৰ শইকীয়া কলিকতালৈ গৈছিল নহয়! তোমাৰ মাৰ লগত দেখা হৈছে। তেখেঁতে তোমালৈ চিঠি দিছে আৰু টকা পঠাইছে শইকীয়াৰ হাতত।" অলকা বৰুৱাই কলে।

"হয় নেকি?" বুলি বন্তিয়ে লাজ লাজকৈ হাঁহি অজিতলৈ চালে। "মাক আপুনি চিনি পালে কেনেকৈ? মাক লগ পোৱাৰ কথা সিদিনা দেখোঁ মোক একো নকলে?" বন্তিয়ে সুধিলে।

"মানুহক মানুহে চিনি পাবলৈ কিমান সময় লাগে? আজি কেইবাদিনো হৈ গ'ল মই কলিকতাৰপৰা অহা। চিঠিখন আৰু টকাখিনি মোৰ হাততে আছে, দিব পৰা নাই। সেইদিনা অৱশ্যে কব লাগিছিল, কিন্তু সময় পালোঁৱেই বা ক'ত?" অজিতে কোৱা প্রতিটো শব্দত দৃঢ় স্বৰ বন্তিৰ প্রাণত বাজি উঠিল।

"আগবঢ়াই থবলৈ আহোঁতে বাটত আপুনি সেইদিনা বন্তিক কথাটো কব পাৰিলেহেঁতেন, পাহৰিলে চাগে নহয়?" অলকা বৰুৱাই কলে।

"পাহৰিলোঁৱেতো। কিবাকিবি ভাবি আছিলোঁ।" বুলি অজিতে বন্তিলৈ চালে। বন্তি নীৰৱে তলমূৰকৈ থাকিল—জীৱনৰ এটি পৰম মুহূর্তলৈ মনত পেলাই।

"কি ভাবিছিল?" অলকাই সুধিলে।

"একো নাই। কবিতা মাতি সেইদিনা একেবাৰে আপোন-পাহৰা অৱস্থা।" অজিতৰ কথা শুনি অলকা বৰুৱাই ডাঙৰকৈ হাঁহিলে। বন্তিয়েও লগতে হাঁহিব খুজিলে।

"আপোনাৰ কবিতা কিন্তু চমৎকাৰ হৈছিল।" অলকাই কলে।

"আপুনিয়েই যি কলে।"

"সোধক বন্তিক মিছা যদি।"

"তেওঁৰ গানোতো চমৎকাৰ হৈছিল।" অজিতে কলে।

"ৰবীন্দ্রসঙ্গীত বন্তিয়ে সঁচাকৈয়ে ভাল গায়।" বুলি অলকা বৰুৱাই বন্তিলৈ চালে। তাৰপিছত কলে—"তুমি দেখোঁ থিয় হৈয়ে থাকিলা? তেখেতৰ লগত কথা পাতা। মই একাপ চাহকে আনোগৈ দেই শইকীয়া।" অলকা থিয় হ'ল।

"মই আনোগৈ বাইদেউ, আপুনি বহক।" বন্তিয়ে ক'লে।

"নালাগে। মৰে আনোগৈ। তোমাৰ লগত তেখেতৰ দৰকাৰী কথা আছে। তুমি বহা।"

"মিচ্ বৰুৱা, চাহ নহলেও হয় দেখোঁ, কথা পাতিয়েই ভাল লাগিছে।" অজিতে ক'লে।

"সেইটো কেনেকৈ হব? মোৰ ইয়ালৈ এই প্ৰথম আহিছে। আপুনি বহক, সোনকালে আহিম।" বুলি অলকা বৰুৱা গুচি গ'লত অজিতে বন্তিৰ লাজুকী মুখলৈ চাই ক'লে, "এয়া লোৱা তোমাৰ টকা আৰু চিঠি।" উঠি গৈ বন্তিয়ে টকা আৰু চিঠিৰ খামটো লৈ আহি আকৌ বহি পৰিল। খামটো লাহে লাহে ফালি বন্তিয়ে চিঠিখন পঢ়িবলৈ ধৰিলে। পঢ়া শেষ হ'লত বন্তিৰ চিন্তান্বিত মুখলৈ চাই অজিতে সুধিলে—"কি হ'ল? পৰীক্ষাৰ পিছত কলিকতালৈ যাবলৈ লিখিছে?"

"হয়।" বন্তিয়ে অন্যমনস্ক হৈ কলাগিলে।

"মোক কৈছিল তেখেতে। হোষ্টেল বন্ধ হৈ যাব যেতিয়া কলিকতালৈ যোৱাই ভাল হব। ইয়াত থকা-মেলা সুবিধা নহব। কল্পনাকতো তুমি চিনি পোৱা?"

"পাওঁ। মাই লিখিছে কল্পনা বাইদেউৰ লগত চিনাকি হোৱা বুলি।"

"তেনেহলে?"

"কিন্তু—"

"কল্পনাৰ স্বামী বিমল মোৰ বন্ধু, তেওঁ বৰ ভাল মানুহ।"

"কোন ভাল মানুহ—" বুলি অলকা বৰুৱাই চাহ একাপ লৈ ওলালহি।

"এওঁৰ সমস্যা এটা সমাধান কৰিব খুজিছোঁ।"

"কি সমস্যা হ'ল আকৌ বন্তিৰ?"

"পৰীক্ষাৰ পিছত থকা-মেলাৰ।" অজিতে ক'লে।

"থকা-মেলাৰ সমস্যাটো দেখোঁ সমাধান হৈছে।" বুলি অলকাই কোৱাৰ পিছত অজিতে ঘূৰাই প্ৰশ্ন সুধিবলৈ নেপালে—গিয়াচুদ্দিন আহমদে খৰধৰকৈ কোঠালিটোলৈ সোমাই আহি বন্তিৰ ফালে চাই ক'লে, "আইজনী ওলাই আছ? ব'ল।"

"বহক।" অলকাই আহমদলৈ চাই ক'লে।



"ওলাওঁতেই মোৰ দেৰি হ'ল। সেয়ে লৰালৰি কৰিছোঁ। আইজনীয়ে আকৌ পঢ়িবহি লাগিব।" বুলি আহমদে চকীখনত বহিলত অজিতলৈ চাই অলকাই ক'লে, "এখেত গিয়াচুদ্দিন আহমদ। আমাৰ মণ্টেচৰী স্কুলৰ প্ৰতিষ্ঠাতা।" তাৰপিছত আহমদলৈ চাই ক'লে, "তেখেত প্ৰফেচাৰ অজিত শইকীয়া। আমাৰ কলেজৰ বুৰঞ্জীৰ অধ্যাপক।" অজিত আৰু আহমদ দুয়ো দুয়োকো নমস্কাৰ জনালে।

"বাৰু কেতিয়াবা আকৌ কথা-বতৰা হম। আজিলৈ উঠোঁ।" বুলি গিয়াচুদ্দিন আহমদে অজিতলৈ চাই ক'লে। তাৰপিছত চকীৰপৰা উঠি বন্তিলৈ লক্ষ্য কৰি ক'লে, "ব'ল।" আহমদৰ নিৰ্দ্দেশত "যাওঁ" বুলি বন্তি ওলাই গ'ল। অলকা আৰু অজিত অলপ-পৰ নীৰৱে বৈ থাকিল। কিছুপৰ পাৰ হৈ যোৱাত অলকাই লাহে লাহে ক'লে, "এই ভদ্ৰলোক আগতে গোৱালপাৰাৰ মানুহ আছিল, মযো গোৱালপাৰাৰে।"

"হয় নেকি!" বুলি অজিতে হাঁহিবলৈ চেষ্টা কৰিলে। তাৰপিছত আকৌ সুধিলে, "তেখেত মুছলমান মানুহ নহয় জানো?"

"হয়।"

"আকাশবন্তিৰ লগত চিনাকি আছে?"

"হয়। বন্তিক তেওঁ বৰ মৰম কৰে। কালিলৈ বন্তিৰ পৰীক্ষাতো! বন্তিক অলপ ফুৰাই আনেগৈ বোলে। ভদ্ৰলোকে নতুন মটৰ এখনো কিনিছে।" অলকাই ক'লে।

"হোঁ, বন্তিয়ে তেন্তে বৰ সোনকালে মানুহক আপোন কৰিব পাৰে। বাৰু, আজিলৈ যাওঁগৈ।" বুলি অজিত বহাৰপৰা ঘপহকৈ উঠিল। অলকাই ভাবিলে —গিয়াচুদ্দিন আহমদৰ লগত বন্তি যোৱাটো হয়তো প্ৰফেচাৰ শইকীয়াই পচন্দ কৰা নাই। কিন্তু আহমদ আৰু বন্তিৰ প্ৰকৃত সম্বন্ধটো জানিলে অজিত শইকীয়াই বেয়া পাবলগীয়া একো কাৰণ নাথাকিব। তথাপি অলকাই অজিতৰ আগত ককা-নাতিনীৰ সম্বন্ধটো ব্যাখ্যা কৰাৰ প্ৰয়োজন বোধ নকৰি মাথোঁ ক'লে, "কেতিয়াবা আহিব শইকীয়া। আমি হোষ্টেলত থাকোঁ। মানুহ আহিলে বৰ ভাল লাগে।"

"আহিব পাৰোঁ। কিন্তু দুৱাৰ-মুখত সেই দাৰোৱানটো দেখিলে ভিতৰলৈ সোমাবৰ মন নেযায়।" অজিতে ক'লে।

"কি কৰিব! ছোৱালীৰ হোষ্টেল। নিয়ম কিছু ৰাখিব লগা হয়, যদিও কিছুমান নিয়ম বৰ ভাল নহয়। আৰু এটা কথা শইকীয়া, আপোনাক এদিন আমাৰ স্কুলখনলৈ মাতোঁ বুলি ভাবিছোঁ। আমাৰ কণ কণ লৰা-ছোৱালীবোৰক উদগনি দি দুই-এষাৰ কথা কবহি।"

"মাফ কৰিব দেই। বক্তৃতা দিয়া অভ্যাস মোৰ একেবাৰে নাই।" অজিতে কলে।

"সৰু সৰু লৰা-ছোৱালীবোৰক আৰু কি বক্তৃতা দিব—এনেয়ে দুই-এষাৰ কব।"

"সিও এক ৰকমৰ বক্তৃতাই। মোৰ কিন্তু এজন বন্ধু আছে, তেওঁ হলে সেই বিষয়ত বৰ পাকৈত।"

"ইয়াতে আছে নেকি?" অলকাই উৎসাহেৰে সুধিলে।

"তেওঁ ইয়াত নাথাকে, কলিকতাত হে থাকে। তেওঁ যাক বিয়া কৰাইছে, তেওঁৰ লগত কিন্তু আপোনাৰ অলপ সাদৃশ্য আছে।"

"হয় নেকি!" বুলি অলকাই হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি আকৌ কলে, "আপুনি শইকীয়া, সকলো তিৰোতা মানুহকে একে দেখে নেকি? কি নাম তেওঁৰ বাৰু?"

"কল্পনা।" অজিতেও হাঁহি হাঁহি উত্তৰ দিলে।

"বন্তিৰ মুখত তেওঁৰ কথা শুনিছোঁ নেকি!"

"হয় হয়, আকাশবন্তিয়ে কল্পনাক ভালকৈ চিনি পায়। পৰীক্ষাৰ পিছত কল্পনাৰ তাত গৈ থকাৰ কথা বন্তিলৈ মাকে লিখিছে।"

"মই কিন্তু বন্তিক বৰ্ত্তমান কলিকতালৈ যাবলৈ উপদেশ দিব নোৱাৰোঁ।"

"কিয়?"

"আপুনি নাজানে জানো—বিভূতি বৰুৱাৰ কেচৰ কথা?"

"জানো। কিন্তু সেই কেচ সম্পূৰ্ণ শেষ হৈছে নহয়।"

"কব নোৱাৰোঁ কি কথা! একেটা জীৱনতে ইমান ঘটনা থাকে, আচৰিত।"

"এৰা আচৰিতেই।" বুলি অজিত এখোজ-দুখোজকৈ বাহিৰলৈ যাবলৈ ধৰিলে—কোঠালিটোৰ বাহিৰ ওলাই আকৌ কলে, "যাওঁ দেই মিচ্ বৰুৱা, আকাশবন্তি আহিলে কব তেওঁৰ পৰীক্ষাৰ কাৰণে মই শুভেচ্ছা জনাই থৈছোঁ বুলি।"



"নিশ্চয় কম।"

অজিত ওলাই গ'ল। হোষ্টেললৈ অহাৰ অজিতৰ আজি প্ৰধান উদ্দেশ্য আছিল আকাশবন্তিক পৰীক্ষাৰ কাৰণে শুভ-ইচ্ছা জনোৱা। কিন্তু তাৰ আগতেই বন্তি ওলাই গ'ল এজন অপৰিচিত ভদ্ৰলোকৰ লগত। অজিতৰ মনটো সেমেকি উঠিল। সেয়ে অলকাৰপৰা নৰালৰিকৈ বিদায় লৈ অজিত দীঘলী পুখুৰীৰ পাৰে পাৰে ঘৰমুৱা হ'ল—বাটটো মানুহেৰে ভৰা। পৰীক্ষাৰ্থীসকলক আত্মীয়-স্বজনসকলে আগদিনা দেখা-সাক্ষাৎ কৰিবলৈ আহিছে। ইমানবোৰ মানুহৰ মাজত অজিতে অসুবিধা পাই খৰকৈ খোজ পেলালে, কিন্তু মনটো হলে অজিতৰ ক্ৰমাত গধুৰ হৈ হে আহিল।

বাঢ়ি অহা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আহমদৰ গাড়ী চলিবলৈ ধৰিলে। গাড়ীৰ ভিতৰত আজি ককা-নাতিনীৰ কোনো কথা নাই। গাড়ীৰ বেগৰ লগত যেতিয়া আহমদৰ মন ভৱিষ্যতৰ ফালে ক্ৰমাত আগবাঢ়িছিল, তেতিয়া অতীতৰ স্মৃতিৰে বন্তিৰ চকুযুৰি সজল হৈ উঠিছিল। ৰুমালেৰে কোনেও নেদেখাকৈ চকুপানী দুটোপা মচি বন্তিয়ে ব্ৰহ্মপুত্ৰৰ ফালে চালে। নদীৰ বুকুত দুকূল উপচি পৰা বাঢ়নী পানী। নদীৰ পাৰত অলপ-পৰ বন্তিৰ ৰবৰ মন গ'ল। বন্তিৰ নিৰ্দ্দেশত হঠাতে গাড়ী ৰখোৱা হ'ল। কিন্তু বন্তি গাড়ীৰপৰা নামিবলৈ ইচ্ছা প্ৰকাশ নকৰা দেখি আহমদো গাড়ীতে বহি থাকিল। বন্তিলৈ ৰ লাগি চাই তেওঁ দেখিলে মৰমৰ আইজনীয়ে মুখৰ সহজ আনন্দকণ আজি যেন ক'ৰবাত এৰি থৈ আহিছে। হঠাতে কিবা এটা বুজি পাই আহমদে সুধি পেলালে—"অথনি অহা অধ্যাপকজনৰ বাইদেৱেৰৰ লগত কিবা সকাম আছিল?"

"অঁ।" সহজে উত্তৰ দি বন্তিয়ে ভাবিলে কিয়বা ককাকে তাইক এনেকৈ সুধিছে!

"অলকা বৰুৱাৰ তালৈ যিমান মানুহ আহে সেই সকলোৰে আগত তই ওলাব লাগে নেকি অ' বন্তি?"

"কিয় লাগিব? তোমাৰ আগত ওলাওঁ তুমি মোৰ বাবাজান কাৰণে আৰু তেখেতৰ আগত ওলাইছোঁ বিশেষ এটা কথা থকাৰ কাৰণে।" ককাকক বন্তিয়ে অজিতৰ আগত ওলাব লগা হোৱা কথাটো ব্যাখ্যা কৰিবলৈ ভিতৰে ভিতৰে অলপ অসুবিধাও পালে।

"কিনো বিশেষ কথা ?"

"মায়ে তেওঁৰ হাতত চিঠি আৰু টকা পঠাইছে।"

"কোনে ?"

"মায়ে।"

"মাৰই ? অ' মাৰইতো! কিয়বা টকা পঠালে মাৰই তো'লৈ ?"

"বাবাজান তোমাৰ হৈছে কি ? একেটা কথাকে তোমাক কিমানবাৰ কব লাগে ? তোমাক পাইছোঁ যেতিয়া মাক পাহৰি যাব লাগে নহয় ?" খং আৰু অভিমানে বন্তিৰ মুখ খন্তেকতে ৰঙচুৱা কৰি পেলালে।

"পাগলী, তই বৰ সৰু ছোৱালীৰ দৰেই আছ! বাৰু প্ৰফেচাৰে আকৌ তোৰ মাৰক লগ পালে কেনেকৈ ? মাৰ দেখোঁ কলিকতাত হে থাকে।"

"তেখেত অলপতে কলিকতালৈ গৈছিল।"

"কিমান টকা পঠাইছেনো ?"

"দুশ।"

"আৰু লাগিব নেকি টকা এইকেইদিনৰ খৰচৰ কাৰণে ?"

"নালাগে।"

"মাৰে চিঠিতনো কি লিখিছে ?"

"পৰীক্ষাৰ পিছত কলিকতালৈ যাবলৈ লিখিছে।"

আহমদে কাষ চাপি দৃঢ়ভাৱে বন্তিৰ হাতখনত ধৰি সুধিলে, "তই তেন্তে কি উত্তৰ দিবি আইজনী ?" পৃথিৱী আৰু আকাশৰ মিলন-ৰেখাত দৃষ্টি ৰাখি বন্তিয়ে উত্তৰ দিলে—"যাম" বুলি। কিছুপৰ আহমদে একো নোকোৱা দেখি বন্তিয়ে ককাকলৈ ঘূৰি চালে।

"তুমি কঁপিছা কিয় বাবাজান ?"

"তই তেন্তে যাবিগৈ ? মোক এৰি তই যাবিগৈ আইজনী ?"

"তুমিও দেখোঁ সৰু লৰা হৈয়ে আছা! মই ধেমালি কৰিলে তুমি একো বুজি নেপোৱা নহয় ?"

"পাগলী। মোৰ বৰ ভয় হয়, পাগলী! হাততে পাই তোক ক'ৰবাত হেৰুৱাওঁ বুলি মোৰ বৰ ভয় হয়। মোৰতো আৰু কোনো নাই আই। এইবাৰ তই এৰি গলে আৰু বাচি থাকিব নোৱাৰিম আইজনী। মোৰ নিজৰ দোষতেই মই তাক হেৰুৱালোঁ।"



"তুমি বৰকৈ কঁপিছা বাবাজান—তোমাক এৰি কিয় যাম ? তোমাক সেই কথা কোনে কলে ?"

"কোনেও কোৱা নাই আইজনী। তথাপি মাৰে তোক লৈ যাবহি বুলি মোৰ বৰ ভয় হৈ আছে।"

"মা তেনেকুৱা নহয়, মাক তুমি চিনি পোৱা নাই।"

"নহয়তো ?"

"ওহোঁ। কিন্তু এটা কথা বাবাজান!"

"কি ?"

"মোৰো বৰ ভয় লাগে তুমি মোকো আকৌ কেতিয়াবা ত্যাগ কৰিবলৈ ওলোৱা বুলি। তুমি যি হে ধৰ্ম্মৰ কথা কোৱা। যি পকা মুছলমান তুমি। তোমাৰ সেই ধৰ্ম্মৰ জৰীডালেৰে মোক বান্ধিব খুজিলে কিন্তু ময়ো আকৌ হেৰাই যাম।"

"পাগলী!"

"ত্যাগ নকৰাতো—কোৱা ?"

"কি কৈছ আইজনী ? আৰু ত্যাগ কৰাৰ কথা নুঠে। ধৰ্ম্মৰ বান্ধেৰেও আৰু তোক নাবান্ধো। সেই ভুল আৰু নহয়। সেই ভুল আৰু কাহানিও নহয়।" ককা আৰু নাতিনী দুয়ো হাঁহিলে। গাড়ীখন আকৌ ষ্টাৰ্ট দিলে। নদীৰ বুকুৰপৰা কেঁচা বতাহ এচাটি সোঁ সোঁ কৰে চলন্ত গাড়ীখনৰ ভিতৰলৈ সোমাই আহিল। আনন্দতে বন্তিয়ে বাহিৰলৈ চালে—নদীৰ ইটো সিটো পাৰৰ মাজত কোনো প্ৰভেদ নাই বুলি কোৱা বাবা বজ্ৰপ্ৰাণসিঙৰ কথাষাৰ বন্তিৰ আজি সঘনে মনত পৰিবলৈ ধৰিলে।

## ॥ ঊনত্ৰিশ ॥

আজি অলকা বৰুৱা ঘৰলৈ যাবগৈ। মাক টান নৰিয়াত পৰিছে। আৰু দুদিনমান আগতেই অলকা বৰুৱা ঘৰলৈ যাব লাগিছিল। কিন্তু বন্তিৰ পৰীক্ষা শেষ নোহোৱাৰ কাৰণেই তেওঁ আৰু দুদিনমান ৰব লগা হ'ল। কিন্তু কালি ঘৰৰপৰা এখন জৰুৰী টেলিগ্ৰাম আহিছে। অতি সোনকালে তেওঁ ঘৰ পাবগৈ লাগে। অৱশ্যে আন আন পৰীক্ষাৰ্থীসকল কালিয়েই ঘৰলৈ বাওনা হৈছে। তেওঁলোকৰ পৰীক্ষা তিনি-চাৰি দিনমানৰ আগতে শেষ হৈ গৈছে। অকল বন্তিৰ পৰীক্ষা হে আজিলৈকে আছে। পৰীক্ষা দি উঠি বন্তি আজি ককাক আহমদৰ ঘৰলৈ যাবগৈ।

প্ৰথম পৰীক্ষাৰ দিনা পুৱাবেলা অজিত শইকীয়াই পৰীক্ষা-হললৈ আহি দুটা শব্দৰে মাথোঁ বন্তিক অন্তৰৰ সকলো শুভ-ইচ্ছা জনাইছিল। গহীন সুৰত কোৱা 'ভালকৈ লিখিবা'—অজিতৰ এই দুটা শব্দই আছিল বন্তিৰ বাবে অশেষ আশীৰ্ব্বাদ আৰু অনুপ্ৰেৰণাৰ থল! সেইদিনাৰপৰা কিন্তু অজিত আৰু পুৱাবেলা গৈ বন্তিক দেখা দিব পৰা নাই। ইমান লৰালৰিকৈ অজিতে ওলাই আহিবলৈ পুৱাতে সময় কৰিব নোৱাৰে। অৱশ্যে সঘনে বন্তিক লগ পোৱাটোও অজিতৰ ইচ্ছা নহয়। বন্তিৰ বিষয়ে নিজকে নিজে বহুতো প্ৰশ্নৰ উত্তৰ দিব লগা হৈ আছে অজিতৰ। কিন্তু যিকেইদিন পুৱাবেলাতে বন্তিৰ পৰীক্ষা আছে—প্ৰতিদিনেই পৰীক্ষাৰ আগে আগে বন্তিয়ে আকুলভাৱে ইফালে-সিফালে চাই হতাশ হৈ পৰে। প্ৰতীক্ষাৰ ভাবত মনটো তাইৰ কব নোৱাৰাকৈ প্ৰতিদিনে খন্তেকলৈ ব্যাকুল হৈ উঠে। অভিমানত গধুৰ হোৱা অবুজ মনটোক পৰীক্ষাৰ ঘণ্টা পৰাৰ লগে লগে অৱশ্যে তাই স্থিৰ কৰিও পেলাব পাৰে।

আবেলি কিন্তু অজিত কলেজৰ কমন-ৰুমত সদায় থাকেহি। কমন-ৰুমৰ দুৱাৰৰ ফাকেদি দেখে বন্তি ওলাই গৈছে আলিবাটটোৰ ফালে। গেটৰ অলপ দূৰত গাড়ী এখন ৰৈ থাকেহি। অজিত কমন-ৰুমৰপৰা ওলাই বন্তিক মাত দিবলৈ আগবাঢ়ি যাব খুজিও কোনোদিনা থমকি ৰব লগা হয় বাৰাণ্ডাৰ চিৰিতে—যেতিয়া দেখে সেই বৃদ্ধ ভদ্ৰলোকজন গাড়ীখনত বহি থাকে। অলকা



বৰুৱাৰ ঘৰত দেখা বৃদ্ধ মুছলমান ভদ্ৰলোকজন সদায় আহে বন্তিক পৰীক্ষা-ঘৰৰপৰা লৈ যাবলৈ। ভদ্ৰলোকক দেখিলে অজিতৰ মনটো কোঁচ খাই যায়। গাড়ীত উঠি বন্তি গুচি যোৱাৰ পিছত অবুজ বেদনাত মনটো অজিতৰ অস্থিৰ হৈ উঠে।

আজি বন্তিৰ পৰীক্ষাৰ শেষ দিন। মনৰ সকলো সঙ্কোচ কাতি কৰি থৈ অজিত গাড়ীখনৰ ফালে আগবাঢ়ি গ'ল—বন্তিক লগ পোৱা আজি অজিতৰ বিশেষ প্ৰয়োজন। বন্তি কলিকতালৈ যোৱা সম্পৰ্কে বিমল আৰু কুসুমলৈ কিবা এটা উত্তৰ দিব লাগিব। কাষলৈ গৈ অজিতে মন কৰিলে—গাড়ীত সদায় দেখা ভদ্ৰলোকজন আজি নাই। ভদ্ৰলোকৰ অনুপস্থিতিত মনে মনে অজিতে কিবা এটা ঘূৰাই পোৱাৰ আনন্দ উপলব্ধি কৰিলে যদিও বাহিৰত সেই আনন্দ অলপো প্ৰকাশ নকৰাকৈ নীৰৱ হৈয়ে থাকিল।

"আহক।" গাড়ীৰ ভিতৰৰপৰা অজিতক ৰব সহজভাৱে মাতিলে বন্তিয়ে, নিজৰ বহা ঠাইৰপৰা তাই অকণমান আঁতৰি গ'ল।

অজিতে গাড়ীৰ দুৱাৰ নিজে খুলি বন্তিৰ কাষতে বহি পৰিল। ড্ৰাইভাৰ-টোৱে পিছলৈ এবাৰ কেৰাহিকৈ চাই গাড়ী চলাবলৈ ধৰিলে যদিও গাড়ীৰ বেগ নিয়ন্ত্ৰণ কৰাত সি ব্যস্ত হৈ পৰিল। কটন কলেজৰ আগৰ আলিবাটটো ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলেৰে ভৰি পৰিছে। কিছুদূৰ গৈ হে গাড়ী অলপ বেগাই চলিল। বন্তি আৰু অজিতে একো কথা পাতিব নোৱাৰিলে। বাহিৰলৈ চাই চাই তীব্ৰ গতিতেই যেন দুয়ো দুফালে কোনোবাখিনিত হেৰাই গৈছিল। আপোন-পাহৰা ভাবতেই এজনে আনজনৰ হাতৰ স্পৰ্শ অনুভৱ কৰিছিল। কিন্তু যি মুহূৰ্ত্ততে বন্তিৰ কোমল স্পৰ্শৰ মধুৰ উপলব্ধিৰ বিষয়ে অজিত সচেতন হ'ল সেই মুহূৰ্ত্ততে অজিতে বুজি পালে কিবা এটা ভুল হৈছে—এবা ভুলেই হৈছে। গাড়ীখন ঠিক বাটেদি যোৱা নাই। সৌৱা দেখোন আসাম ট্ৰিবিউনৰ অফিচ। ড্ৰাইভাৰে ক'লৈ আনিলে বাক গাড়ীখন?

"কোনোবা পিনে আহিলোঁ দেখোঁ?" বন্তিৰ হাতৰ বান্ধৰপৰা নিজৰ হাতখন মুক্ত কৰি অজিতে ফুটাই কলে।

"ঠিকেই আহিছোঁ। চান্দমাৰীলৈ হে যাম।" ভাগৰৰ নিশ্বাস এটি এৰি ৰন্তিয়ে উত্তৰ দিলে।

"কিয়?"

"বাবাজান তাত হে থাকে।"

"কোন ?"

"মোৰ যে বাবাজান! বাইদেৱে কোৱা নাই ?"

"ওহোঁ।"

"কম বাৰু। নামক এতিয়া। পালোঁহিয়েই।" বন্তি নামি পৰিল।

"মই নানাও দিয়া। হোষ্টেললৈ কেতিয়া ফিৰিবা বাৰু ?" ভিতৰৰপৰাই অজিতে সুধিলে।

"হোষ্টেললৈ ? হোষ্টেললৈ আৰু নেযাওঁ। বাইদেউ আজি ঘৰলৈ যাবগৈ। মই বাবাজানৰ তাতে কিছুদিন থাকিম।"

"হোঁ ?"

"নামি আহক। বাবাজানৰ লগত মই আপোনাক পৰিচয় কৰাই দিওঁ।"

"মইতো চিনি পাওঁ তেখেতক। অলকা বৰুৱাই কৈছিল তেখেত গোৱালপাৰাৰ এজন মুছলমান মানুহ বুলি।"

"সেয়ে আচল পৰিচয় নহয়, আহক।"

বন্তিৰ কথামতে এইবাৰ অজিত গাড়ীৰপৰা নামি পৰিল। আৰু তাইৰ পাছে পাছে অজিত সোমাই গ'ল—গছ-গছনি, ফুল-লতাৰে সুসজ্জিত ধুনীয়া নতুন সৰু ঘৰটোৰ ফালে। ঘৰটোৰ বাৰাণ্ডাত উঠি উভতি চাই অজিতে দেখিলে—আলিটোৰ ইটো পাৰে এটা বিৰাট বিল্ডিং—সমুখত খোলা পথাৰ। ঘৰটোৰ দেৱালত ডাঙৰ ডাঙৰ আখৰেৰে লিখা আছে—'আকাশবন্তি'। অজিতে আচৰিত হৈ সুধিলে, "সেইটো কিহৰ ঘৰ ? তোমাৰ নাম দেখোঁ ?"

"হয়। বাবাজানে মোৰ নামেৰে পতা সেইটো সৰু লৰা-ছোৱালীৰ স্কুল। বাইদেৱে আপোনাক কব পায় কেতিয়াবা, মণ্টেচৰী স্কুলখনৰ কথা। সেইখনেই এইখন।" অজিতৰ অবাক চকুলৈ চাই বন্তিয়ে আকৌ সুধিলে, "কি ভাবিছে ইমানকৈ ?"

"একো নাই।"

"আহক তেন্তে।"

"ব'লা।"

মন্ত্ৰমুগ্ধ মানুহৰ দৰে অজিত বন্তিৰ পাছে পাছে যাবলৈ ধৰিলে। ভিতৰৰপৰা বৃদ্ধ আহমদ কাহি কাহি ওলাই আহিল বাহিৰ-কোঠালিটোলৈ।



"আহিলি আইজনী ? অ' আপুনিও আহিছে ? আহক আহক। আইজনীয়ে আপোনাৰ কথা কৈয়ে থাকে।" কথাখিনি কৈ গিয়াচুদ্দিন আহমদে হাত-ফুৰাই চকী এখন আগবঢ়াই দিবলৈ ব্যস্ত হোৱা দেখি অজিতে কলে—"বহিম। আপুনি ইমান কিয় ব্যস্ত হৈছে! আপুনিও বহক।"

"বহিম বোপা। যাচোন আইজনী ভিতৰলৈ। জা-জলপানৰ যোগাৰ কৰি বোপালৈও আন।"

"মই চাহ খায়ে ওলাইছোঁ। বন্তিয়ে মোক লৈ আহিল আপোনাৰ লগত চিনাকি হব লাগে বোলে। মই কৈছোঁ আপোনাক চিনি পাওঁ বুলি। তেওঁ নুশুনে।" হাঁহি হাঁহি কথাখিনি কোৱাৰ লগে লগে অজিত বহি পৰিল।

বন্তি থিয় হৈয়ে আছিল, অজিতৰ কথা শুনি তায়ো হাঁহিলে। তাৰপিছত কলে, "বাবাজান, তেখেতে তোমাক মুছলমান বুলি হে জানে। মোৰ যে তুমি বাবাজান সেই কথাটো কিন্তু নাজানে!" বুলি কৈ আকৌ হাঁহি হাঁহি ভিতৰলৈ বন্তি সোমাই গ'ল।

"তাইৰ কথা নকব—এজনী পাগলী। বৰ আজলী হৈয়ে আছে বোপা। মোৰ বৰ ভয় লাগে।"

"কিয় ?"

"মাউৰা ছোৱালী। মইবা আৰু কিমান দিন বাচি থাকোঁ!"

"তেনেকৈ কিয় কৈছে ? মই জানো বন্তিক আপুনি বৰ স্নেহ কৰে। অলকা বৰুৱাই মোক সকলো কৈছে। আৰু এটা কথা, বন্তিৰতো এগৰাকী উপযুক্ত মাকো আছে। তেখেতে বন্তিক মাতি পঠাইছে বুলিও মই জানো।"

"মাক মানে ? অ' মাকেইতো। অকল জন্ম দিলেই মাক হয় নে ? অৱশ্যে মই মানুহযোৰাক অন্তৰেৰে ধন্যবাদ দিওঁ। আজিকালিৰ দিনত এনে মানুহ বিৰল। কিন্তু বন্তি হিন্দুৰ ঘৰত ডাঙৰ-দীঘল হব লগা হোৱাত এটা বৰ ডাঙৰ অসুবিধাও হ'ল। তাই এতিয়া আমাৰ মুছলমান মানুহৰ ৰীতি-নীতিকে বৰদাস্ত কৰিব নোৱাৰে সমূলি। মোকতো তাই 'পকা মুছলমান' বুলি অনবৰত ঠাট্টা কৰে। আৰু এটা কথা তাই মোক কৈয়ে দিছে—হিন্দু-মুছলমান আকৌ কি ? মানুহ হলেই হ'ল। তাইৰ অন্তৰৰ এই সহজ কথাষাৰ আন মানুহেবা কিমান সমৰ্থন কৰে ?" আহমদে যিমানে কৈ গ'ল, সিমানে অজিত আচৰিত হবলৈ ধৰিলে। তথাপি অজিতে আহমদক

একো সুধিব নোৱাৰিলে বন্তিৰ বিষয়ে। কিন্তু অজিত এটা কথাত এতিয়া নিশ্চিত হ'ল: বন্তিৰ জন্মৰ কিবা এটা ৰহস্য আছে যিটো অলকা বৰুৱাই অজিতক জানিবলৈ দিয়া নাই। বন্তিয়েও একো কোৱা নাই সেই সম্বন্ধে। অৱশ্যে বন্তিয়ে অজিতক সকলো কথা কবলৈ লগ পালেইবা ক'ত? নিজৰ প্ৰকৃত পৰিচয় গোপন কৰি বন্তি তাৰ ইমান কাষলৈ আহিলেইবা কিয়? বন্তিৰ ভুল হৈছে, বৰ ভুল হৈছে—নিজৰ জীৱনৰ বহু সত্য গোপন কৰি আনক ছলনা কৰা বন্তিৰ কোনোমতে উচিত হোৱা নাই। সকলো তিৰোতা মানুহ এনেকুৱাই নেকি—নাৰী ছলনাময়ী বোলা পুৰণি কথাষাৰ আজি আকৌ অজিতৰ প্ৰাণত নতুনকৈ প্ৰতিধ্বনিত হবলৈ ধৰিলে। এনেদৰে নানা ভাবত অস্থিৰ হৈ থাকোঁতেই বন্তি ওলাই আহি অজিতক বৰ আপোনভাৱে ভিতৰলৈ মাতিলে চাহ খাবলৈ। বন্তিৰ আনন্দাপ্লুত মুখলৈ চাই অজিতে ইতস্ততঃ কৰি কলে, "ইয়ালৈকে আনাগৈ—"

"ইয়াত নালাগে। ভিতৰলৈ আহক।" বন্তিয়ে কলে।

বন্তিক অন্তৰেৰে সমৰ্থন কৰি আহমদেও কলে—"নালাগে, নালাগে ইয়াত চাহ খাব বোপা। আজি মোৰ বৰ আনন্দৰ দিন। বন্তি প্ৰথম ঘৰলৈ আহিছে। এগছি আকাশবন্তিৰ দৰে আজিৰপৰা তাই মোৰ ঘৰতেই নহয় মোৰ অন্ধকাৰ হৈ পৰা মনতো উজলিব। তাইৰ কাৰণেই ঘৰ সজাইছোঁ, মটৰ কিনিছোঁ, এই বুঢ়া বয়সত এনেদৰে নতুনকৈ মনো পোহৰাইছোঁ। আজি দুই-এজনক নিমন্ত্ৰণ কৰিম বুলিও ভাবিছিলোঁ কিন্তু তাই পৰীক্ষা দি ভাগৰি আহিব বুলি সেইটো কৰা নহ'ল—তথাপি উপযুক্ত অতিথি এজনক এতিয়া পোৱা গ'ল। সঁচাকৈয়ে আজি আমাৰ বৰ আনন্দৰ দিন বোপা—" বুলি আহমদ আগবাঢ়িল। বন্তি আৰু অজিত পাছে পাছে গ'ল। বৈঠকখানাৰ পাছত দুটা কোঠালি এৰিহে সৰু কোঠালিটো। তাতে বন্তিয়ে অজিতলৈ চাহ যতনাইছিল। —"এইটোতে মই থাকোঁ। এইটো বন্তিক দিছোঁ" বুলি আহমদে এটা এটাকৈ ক্ৰমান্বয়ে কোঠালি দুটাৰ পৰ্দা তুলি অজিতক দেখুৱাই গ'ল। বন্তিৰ কাঠালিত থকা দীঘলীয়া ড্ৰেচিং আইনাখনত অজিতে দেখিলে—নিজৰ কাষত বন্তিৰ প্ৰতিবিম্ব। বন্তিৰ মুখত লাজৰ আভাস। কিন্তু সেই লজ্জাৱতী বন্তিৰ প্ৰতি অজিতৰ মনটো হঠাতে ঘৃণাৰে ভৰি পৰিল। অন্তৰৰ ঘৃণা আৰু আক্ৰোশত চকু দুটা যে বেয়া লগাকৈ জ্বলিছে—আইনাখনত তাৰ প্ৰমাণ পাই



নিজকে আকৌ অপৰাধী যেনো লাগিল অজিতৰ। সেয়ে মনটো জাৰি-জোকাৰি আৰু মুখখন মচি মুচি অজিত সহজ হবলৈ যত্ন কৰিলে।

খাবলৈ বহি অজিতে কলে, "বহুত বস্তুৰ যোগাৰ কৰিলা অলপ সময়ৰ ভিতৰতে?"

"যোগাৰ মই কৰা নাই। বাবাজানে আগতেই এইবোৰ অনাই থৈছে মোলৈ।" বন্তিয়ে কলে।

"তোমাৰ বস্তুৰ ভাগ আকৌ মোক কিয় দিসা?"

"কিয়? ভাগ লব নোখোজে নেকি?"

"কিয় নলম!" বুলি অজিতে হাঁহিলে। শিক্ষক আৰু ছাত্ৰীৰ কথোপকথনত আহমদে বৰ ৰস পালে। আনন্দতে আহমদে খিৰিকীখনেদি বাহিৰলৈ চালে। দূৰদৃষ্টিৰে বৃদ্ধই ভৱিষ্যতৰ ওপৰত সহজে এটা নিশ্চিত সিদ্ধান্ত কৰি তাৰে সমৰ্থন বিচাৰি যেতিয়া অজিতলৈ চালে, তেতিয়া দেখিলে অজিতে কিবা এটা গভীৰভাৱে চিন্তা কৰিছে।

"আপুনি একো খাব পৰা নাই। খাওক, কি ভাবিছে?"

"কিবা এটা আপোনাক সুধিব খুজিছোঁ—" বুলি অজিত বৈ গ'ল, তাৰপিছত তলমূৰকৈ একমনে সন্দেশ এটা ভাঙি ললে।

"কওক—" বুলি আহমদে অজিতৰ প্ৰশ্নলৈ অপেক্ষা কৰিলে। সুধিব খোজা প্ৰশ্নটো বন্ধ কৰি ৰখা দেখি বন্তিৰো কৌতুহল বাঢ়ি গ'ল। অজিতলৈ বন্তিয়ে একেথৰে চাই থাকিল।

ভাঙি লোৱা সন্দেশটো প্লেটতে এৰি অজিতে হাত ধুলে। তাৰপিছত অজিতে হাতখন মচি আহমদক লক্ষ্য কৰি সুধিলে, "বন্তি আপোনাৰ ঘৰতে কিছুদিন থাকিব?"

"নিশ্চয়।"

"তেওঁৰ এতিয়া কলিকতালৈ যোৱা নহয় তেন্তে?"

"নহয়।"

"বন্তিৰ মাকে মোলৈ এটা নিৰ্দ্দেশ দি পঠাইছিল। পৰীক্ষাৰ পিছতে বন্তিক কলিকতালৈ পঠোৱাৰ ব্যৱস্থা কৰিব লাগে বুলি।"

"মই তাইক এতিয়া নপঠাওঁ।" কথাষাৰ কৈ আহমদ থিয় হ'ল, লগে লগে অজিতো। বন্তি তলমূৰকৈ বহিল। অজিতে এবাৰ বন্তিলৈ চালে।

বস্তিয়ে নেদেখিলে। আহমদ আৰু অজিত চিন্তিত হৈ বাহিৰৰ কোঠালিত বহিলহি। বস্তি ওলাই নাহিল। অজিতে ভাঙি লোৱা সন্দেশখনলৈ ব-লাগি চাই থাকি মনে মনে তাই বেদনা অনুভৱ কৰিলে। তাৰপিছত তাই নতুন প্ৰশ্ন এটাৰ সম্মুখীন হৈছিল, ভিতৰত কোনোবাই যেন সুধিলে—'কি বিচাৰিছা? হেৰাই যোৱা অতীত নে ভবিষ্যতৰ আহ্বান, কোনটো? কোনটো বেছি সত্য?' আকলুৱা বৃদ্ধ ককাকৰ স্নেহৰ দাবী আৰু অজিতৰ প্ৰেমৰ মধুৰ আকৰ্ষণ কোনোটোকেই অস্বীকাৰ কৰিব নোৱাৰি বস্তি বহা ঠাইতে বহি থাকিল।···

"আপোনাৰ ঘৰত বস্তি থাকিব লগা হোৱা কাৰণটো মই বুজি নেপালোঁ।" বাহিৰৰ কোঠালিত অজিতে কোৱা বস্তিয়ে ভিতৰৰপৰাই স্পষ্ট শুনিলে।

"আপুনি এইবোৰ কি কৈছে? মোৰ ঘৰত নাথাকি মোৰ নাতিনী কাৰ ঘৰত থাকিব?" অলপ খঙেৰে আহমদে কলে।

"বস্তিক কলিকতালৈ পঠাই দিয়াটোৱেই মই ভাল দেখোঁ। নিজস্ব মাক নহলেও মাকৰ সকলো দাবী কুসুম বৰুৱাৰ বস্তিৰ ওপৰত আছে।" অজিতে কলে।

"কলিকতালৈ তাইক মই নপঠাওঁ। একেবাৰেই নপঠাওঁ। মই বাচি থাকোঁ মানে মোৰ নাতিনীৰ ওপৰত কাৰো অধিকাৰ নাই। তাইৰ নিজস্ব বাপেকৰ অবিহনে ময়ে এতিয়া তাইৰ অভিভাৱক।" আহমদে উত্তেজিত হৈ কোৱা দেখি বস্তি ওলাই আহিল, তাৰপিছত ককাকক কলে—"বাবাজান তোমাৰ হৈছে কি? ইমানকৈ চিঞৰিব লাগে নে? মোৰ বিষয়ে তুমি চিন্তা কৰিব নালাগে। যি কৰিব লাগে, মই নিজে কৰি যাম।"

"নালাগে একো চিন্তা কৰিব তই আই। একো হোৱা নাই। তেখেতে নেবানেপেবাকৈ লাগিছে তোক কলিকতালৈ পঠাবলৈ।" অলপ শান্তভাৱে এইবাৰ আহমদে কলে।

"তুমি এতিয়াও সৰু লৰা হৈয়ে থাকিলা? ইমান অলপতে তুমি ভয় খোৱা?" বুলি বস্তি গৈ ককাকৰ কাষত বহিল।

"মই তেখেতক ভয় খুউৱা নাই। তোমাৰ ওপৰত যে তেখেতৰ নাতিনীৰ অধিকাৰ আছে সেই কথাটো মই নেজানিছিলোঁ। এতিয়াও ভালকৈ বুজি উঠা নাই।" একে-উশাহতে অজিতে কৈ গ'ল ক্ষমা প্ৰাৰ্থনাৰ সুৰত।

"আপুনি ভয় খুউৱা বুলি কোৱা নাই। মই আকৌ শুচি যাম বুলি



বাবাজানে মিছাতে বৰ ভয় কৰে। সেই কাৰণে হে কৈছো।" বুলি মিচিকিয়াই হাঁহি বস্তিয়ে ককাকৰ মুখলৈ চালে।

বস্তিৰ কথাত হাঁহি মাৰি বৃদ্ধই তাইৰ হাতখন খামুচি ধৰিলে। তাৰপিছত হাঁহি হাঁহিয়েই বৃদ্ধই অজিতক কলে, "আপুনি নৈজানে, এইজনী মোৰ নিজৰ লৰাৰেই ছোৱালী। তাই যে মোৰ নিজৰ নাতিনী তাৰ প্ৰমাণ বহুতো আছে। তেওঁলোকে মাত্ৰ মোৰ মাউৰা নাতিনীজনীক ডাঙৰ-দীঘল কৰিছিল, মোৰ লৰাটোক হিন্দুৱে হত্যা কৰিলে যদিও মোৰ নাতিনীজনী হিন্দুৰ ঘৰতে ডাঙৰ-দীঘল হ'ল। এইবোৰ দৈৱ-দুৰ্ব্বিপাকৰ কথা বোপা—" বুলি আহমদ শান্ত আৰু গহীন হৈ পৰিল।

"বস্তি, তোমাৰ এই কাহিনী মোক কোনোদিনেই নকলা?" অজিতে বস্তিক সুধিলে।

"কম বুলি ভাবিছিলোঁ। নিজৰ কাহিনী নিজেই বহুদিনলৈ জনা নাছিলোঁ।"

"তোমাৰ মায়েতো একো নকলে। অলকা বৰুৱাইও নকলে।"

"বাবাজানক যে ইয়াত আহি লগ পাইছোঁ, সেই কথা মালৈ দুদিনমানৰ আগত হে লিখিলোঁ। মাৰ একো উত্তৰ পোৱা নাই। আৰু বাইদেৱে আপোনাক সকলো কথা কম বুলিছিল দেখোন?"

"হোঁ—।"

অজিতে আৰু একো কথা সুধিব নোৱাৰিলে। আহমদ আৰু বস্তিৰ সম্বন্ধটোৰ কথা জানিব পাৰি সন্দেহ আৰু সংশয়ত মনটো ইমান দুৰ্ব্বল হব বুলি অজিতে ভাবিব পৰা নাছিল। অজিত থিয় হ'ল যাবলৈ। আহমদে অজিতক বিদায় দিবলৈ সাজু হ'ল। বস্তিয়ে একো মাতিব নোৱাৰিলে। অজিতে কথাবোৰ সহজভাৱে লব পৰা নাই—সেইটো তাই ভিতৰে ভিতৰে অনুভৱ কৰিলে মাত্ৰ।

"যাওঁ" বুলিয়েই অজিতে তুৰন্তে ওলাই যোৱা দেখি আহমদেও নিজৰ মটৰেৰে অজিতক থোৱাৰ কথা একো নকলে। অজিত যোৱাৰ পিছত বস্তি চোফা এখনত আউজি বহিল, দুৱাৰেদি তাই দেখিলে স্কুলখনৰ 'আকাশবস্তি' নামটো উজলি উঠিছে—নামটো চাই চাই তাই বিভূতিৰ কথা মনত পেলালে। তাই ভাবিলে বিভূতি বহু লোকতকৈ মহান আছিল। তেওঁৰ উদাৰ স্নেহ আৰু তেওঁৰ মহৎ আদৰ্শ ই বস্তিৰ জীৱনত কোনোদিনে বাধাৰ সৃষ্টি কৰা নাই।

"কি ভাবিছ আইজনী ?" বুলি আহমদে বস্তিৰ কাষত বহি যেতিয়া তাইৰ চকুলৈ চালে, দেখিলে তাইৰ দুয়োটা চকুৰপৰা দুধাৰি চকুলো বাগৰি আহিছে। বৃদ্ধই ভাবিলে ককাকৰ মৰম-স্নেহত সন্তুষ্ট হৈ থাকিব পৰা শৈশৱৰ বয়স বস্তিয়ে পাৰ হৈ আহিছে। তাই এতিয়া যুৱতী। ফুটাই কলে, "আই, তোৰ প্ৰাণৰ কথা মই বুজি পাইছোঁ।" কথাষাৰ কৈ তেওঁ বস্তিৰ মূৰত হাত ফুৰাবলৈ ধৰিলে।

"একো বুজা নাই। তুমি মোৰ প্ৰাণৰ কথা একো বুজি পোৱা নাই বাবাজান। বুজি পোৱা হলে তুমি এজন ভদ্ৰলোকৰ লগত এনেকৈ কাজিয়া নকৰিলাহেঁতেন।" লগে লগে অভিমানত বস্তি উচুপি উঠিল।

"বুজিছোঁ আইজনী, বুজিছোঁ—মোৰ ব্যৱহাৰত যে তই আঘাত পাইছ! আৰু এটা কথাও ধৰিব পাৰিছোঁ—তোৰ প্ৰাণে যে অজিত বোপাক বিচাৰি আহিছে। কিন্তু মোৰ বয়স হৈছে। আইজনী, দ্বন্দ্ব-বিৰোধ-আঘাতৰ মাজেদি যি সত্যৰ পৰশ লভিবি, সেয়ে হে আচল সত্য।" বুলি বৃদ্ধই মিঠা হাঁহি এটি মাৰি বস্তিক সৰু ছোৱালী এজনীৰ দৰে মৰম কৰিব খুজিলে।

বৃদ্ধ ককাকৰ ওচৰত ধৰা পৰি লাজতে "কি যে কোৱা—" বুলি বস্তি ভিতৰলৈ দৌৰ মাৰিলে।

## ৷৷ ত্ৰিশ ৷৷

গিয়াচুদ্দিন আহমদৰ ঘৰৰপৰা ওলাই আহি বিচলিত মনেৰে অজিত যেতিয়া ছোৱালী হোষ্টেলটো পালেগৈ, তেতিয়া দেখিলে দুৱাৰ-মুখত হোষ্টেলৰ দাৰোৱানটোৱে চুট্‌কেচ আৰু এয়াৰ-বেগ এটা ৰিক্সা এখনত তুলি দি ৰৈ আছে। দাৰোৱানটোক একো সুসুধি অজিত গোঁ-গোঁৱাই হোষ্টেলৰ ভিতৰলৈ সোমাই গ'ল। অলকা বৰুৱাই সেই সময়ত হোষ্টেলৰ চকীদাৰকেইটাক কিবা এটা বুজাই আছিল।



অজিতক দেখি অলকা বৰুৱাই আগবাঢ়ি আহি কলে, "আপোনাক লগ পোৱাৰ কথা আজি দিনটোত কেইবাবাৰো ভাবিছোঁ। কিন্তু ইমান লৰালৰি বুজিছে নে? একো কামতেই শৃঙ্খলা লগাব নোৱাৰিলোঁ।"

"শুনিছোঁ আপুনি হঠাতে ঘৰলৈ যাবলৈ ওলাইছে। সিদিনা কৈছিল এইবাৰ বন্ধত হোষ্টেলতে থাকিব।"

"ঘৰলৈ কেতিয়াবাবেপৰা মাতি আছে। কিন্তু মই এইবাৰ ইয়াতে থাকিম বুলি ভাবিছিলোঁ। নহলে পৰীক্ষাৰ কামবোৰ শেষ কৰিম কেনেকৈ? কিন্তু মোৰ মাৰ বৰ টান অসুখ, আজি পুৱাতে টেলিগ্ৰাম এখন পালোঁ।"

"হয় নেকি? কি হৈছে?"

"কব নোৱাৰোঁ। কেইদিনমানৰ আগতে চিঠি পাইছিলোঁ ঘৰৰপৰা —একোতো বেমাৰ-আজাৰৰ কথা লিখা নাছিল। বাৰু আপোনাক কোনে কলে মই যাবলৈ ওলোৱা বুলি?"

"আকাশবস্তিয়ে।"

"বস্তিক আপুনি লগ পালে তেন্তে। বস্তিৰ বিষয়ে আপোনাক কিছু কথা কব লগা আছিল, আৰু দুই-এটা কথা সুধিব লগাও আছিল।"

"সুধিবলৈ আৰু কি আছে?" অজিতে কলে।

"ৰিক্সাৱালাই মাতিছে মাইজী।" কথাৰ মাজতে দাৰোৱানটোৱে কলেহি।

"অ' আপুনি যাবলৈ ওলাইছে নহয়? দেৰি হ'ল নেকি বাৰু? মোৰ বৰ ভুল হৈছে।" অজিতে কলে।

"নাই, নাই, দেৰি হোৱা নাই। ৰাতি ন বজাত হে ট্ৰেইন। ব'লক ষ্টেচনলৈ, ওৱেটিং-ৰুমতে কথা পাতিম।"

"এতিয়া ষ্টেচনলৈ?" অজিতে অলপ চিন্তা কৰিলে।

"ব'লক ব'লক, আপোনাক বহু কথা কব লগা আছে।"

"ব'লক বাৰু।" বুলি অলকাৰ লগে লগে অজিত আলিবাট পালেহি। দাৰোৱানটোক আৰু এখন ৰিক্সা অজিতে মাতিবলৈ ক'লত অলকাই কলে, "আছে নহয় ৰিক্সা। আহক।" দুয়ো গৈ ৰৈ থকা ৰিক্সাখনতে উঠিল।

বেলত অলকা বৰুৱাক উঠাই দি অজিত ঘৰমুৱা হৈ ঘূৰি আহিল—গোটেই বাটটো অজিতে আহমদ আৰু বস্তিৰ কথাকে ভাবিলে। অৱশেষে অজিতে

অলকাৰ মুখৰপৰা বন্তিৰ জন্মবৃত্তান্ত জানিব পাৰি যিদৰে বিস্মিত হ'ল, সেইদৰে আকৌ মনতে অনুভৱ কৰিলে—এইবুলি ভাবি অন্ততঃ যে গিয়াচুদ্দিন আহমদে একো ভুল কৰা নাই। বন্তিক নিজৰ কাষলৈ লৈ গৈ আহমদে একো ভুল কৰা নাই। হেৰাই যোৱা নাতিনীজনীৰ বাবে সেই বৃদ্ধ মানুহজনৰ অন্তৰৰ স্নেহ-জড়িত ভয়-সংশয় স্বাভাৱিক, আৰু বন্তিৰোতো কোনো দোষ হোৱা নাই। জীৱনৰ নানা সংঘাতৰ পিছত আপোন ককাকক ঘটনাক্রমে ঘূৰাই পাই তেওঁৰ মৰম-স্নেহ দাবী কৰাত বন্তিৰ ভুল হোৱা নাই। ভুল হৈছে অজিতৰ নিজৰ—বন্তিক ভুলকৈ বিচাৰ কৰি। বন্তিয়ে সজাই দিয়া মিঠাইৰ প্লেটখন বৰ নিষ্ঠুৰভাৱে এৰি থৈ অহাৰ কথা মনত পেলাই অজিতে এতিয়া দুখ পালে। অৱশেষে লগতে আৰু এটা কথাও অজিতে ঠিৰাং কৰি পেলালে—যে যাত্রা শেষ কৰাৰ সময় হ'লহি—আৰু বেছিদূৰ আগবাঢ়িব নোৱাৰি। বন্তিৰ জন্মবৃত্তান্ত নিশ্চয় নিন্দনীয়। সেইটো ঠিক। বন্তিয়েও সেই কথাটো বুজি পাব লাগিছিল। জীৱনৰ ইমান ডাঙৰ সত্য কথা এটা গোপন কৰি অজিতৰ সংস্পৰ্শলৈ এনেদৰে অহাটো আৰু অজিতৰ মনৰ গভীৰ তলিত এনেকৈ ঠাই অধিকাৰ কৰি লোৱাটো বন্তিৰ কিন্তু উচিত হোৱা নাই। সেইখিনিতে হে বন্তিয়ে ভুল কৰিছে। সেই ভুলৰ কাৰণে অন্ততঃ অজিতে বন্তিক কোনো ৰকমে ক্ষমা কৰিব নোৱাৰে। ছোৱালীবোৰ অদ্ভুত। ইমান কথা লুকুৱাব পাৰে। নাই, নাই, বন্তিৰ লগত আৰু কোনো সম্বন্ধ ৰাখিব নোৱাৰি—ইয়াতেই সকলো সম্বন্ধ ছেদ কৰিব লাগিল।

ঘৰলৈ ঘূৰি আহিও অজিতে নানাভাৱে বন্তিৰ কথা চিন্তা কৰিলে। তাৰ-পিছত বন্তিৰ বিষয়ে খোলাখুলিভাৱে বিমললৈ এখন চিঠি লিখিলে, আৰু এখন বন্তিলৈকো লিখিলে। দুয়োখন চিঠি ৰাতিয়েই ঘৰৰ সমুখত থকা লেটাৰ-বক্সত পেলাই থৈ আহি হে অজিতে অকণমান শান্তি পালে। কিন্তু সেই ৰাতি অজিতৰ গভীৰ নিদ্রাত নানা ৰকমে ব্যাঘাত জন্মিল।

অজিতৰ চিঠি পাই বিমল হতভম্ব হ'ল। অথচ কুসুমে বোম্বেৰপৰাই বন্তি আৰু অজিতৰ বিষয়ে কিবা এটা সিদ্ধান্তলৈ আহিবলৈ খৰখেদা লগাইছে। বন্তিৰ প্রকৃত পিতৃ মুছলমান বুলি বিমলে কুসুমৰপৰা কেতিয়াবাই জানে। কিন্তু প্রেমত পৰা এজন শিক্ষিত যুৱকৰ কাৰণে সেই কথাটোৱে যে বাধাৰ সৃষ্টি কৰিব



পাৰিব, তাক কিন্তু বিমলে বুজিব পৰা নাছিল। বিমলে ভাবিলে, অদ্ভুত লৰা অজিতটো। ভিতৰে ভিতৰে ইমান দুৰ্ব্বল হৈ সমাজৰ অগ্রগতিৰ কাৰণে সি স্বপ্ন দেখে কেনেকৈ? এনেদৰে ভাবি থাকোঁতেই বিমলক কল্পনাই সুধিলে—"কাৰ চিঠি?"

"অজিতৰ।"

"বহুত দিনৰ মূৰত চিঠি আহিল।"

"অঁ।"

"কি লিখিছে নো?"

"কি লিখিব। আমি মুখেৰে যিমানেই ডাঙৰ ডাঙৰ কথা নকওঁ কিয়, কাৰ্য্য-কালত সকলো ওলোটা হৈ পৰে।"

"তাৰ মানে?" অবাক হৈ কল্পনাই বিমললৈ চালে।

"অজিতৰ কথা কৈছোঁ ৰ'বা।" অৰ্থপূৰ্ণ হাঁহি এটি মাৰি বিমলে আকৌ কলে, "মনটো অজিতৰ বৰ দুৰ্ব্বল।"

"কেনেকৈ জানিলে?" কৌতূহলেৰে কল্পনা দুখোজমান বিমলৰ ফালে আগবাঢ়ি আহিল।

"কেনেবাকে বন্তিৰ জন্ম-কাহিনী জানি এতিয়া হাহাকাৰ লাগিছে। নিজে নিজেওতো কোনো সিদ্ধান্তলৈ আহিব নোৱাৰে।"

"বিয়াৰ কথাত সাধাৰণতে মানুহে জাতৰ কথা তোলেই। তাতে বন্তিৰ জাতেই নহয়—ধৰ্ম্মও বেলেগ। বন্তি মুছলমান বুলি তুমি কিন্তু বন্ধুক জনাই থব লাগিছিল।" কথাখিনি কৈ কল্পনাই কিবা এটা চিন্তা কৰিলে।

"প্রেমেৰে পোহৰ হৈ পৰা বন্ধুৰ মনটোত হে মই মূল্য দিছিলোঁ। জাতি-ধৰ্ম্মৰ দুৰ্ব্বলতাৰ প্রতি মোৰ নিজৰো যে ঘৃণা আছে।"

"অঁ-তো। প্রেমৰ জগতত আকৌ কিহৰ ধৰ্ম্মৰ বিচাৰ?" বুলি কল্পনাই হাঁহি হাঁহি ৰান্ধনি-ঘৰৰ ফালে গুচি গ'ল। অলপ দূৰলৈ গৈ আকৌ কলে, "বন্ধুৰ লগতে তোমাৰো কিন্তু ভুল নোহোৱাকৈ থকা নাই। বন্ধুৰ মনৰ ওপৰত তোমাৰ সম্পূৰ্ণ দৃষ্টি পৰা নাছিল ইমান দিনে।" কথাখিনি কৈ কল্পনা ৰান্ধনি-ঘৰ পালেগৈ। বিমল থিয় হৈয়ে থাকিল। প্রথমতে খং উঠিলেও অজিতৰ মনটো সবল কৰি দিয়া যেন বন্ধুৰ কৰ্ত্তব্য, সেই ভাব হে বিমলৰ মনলৈ সঘনে আহিবলৈ ধৰিলে—এই কৰ্ত্তব্য যে অকল বন্ধু হিচাপেই পালন কৰিব লাগিব সেইটো নহয়

—অজিতৰ এনে মনোবৃত্তি সলনি কৰাটো বিমলৰ সামাজিক কৰ্ত্তব্যও। উচ্চ-আদৰ্শক সমাজ-জীৱনত কাৰ্য্যত পৰিণত কৰাৰ ক্ষমতাৰ ওপৰত মানৱ জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰে। এনেদৰে মনটো স্থিৰ কৰি বিমলে চিঠিখন জাপি থলে। খৰধৰকৈ সেইখন ভিতৰত থবলৈ গৈ বিমল আকৌ বাৰাণ্ডালৈ ওলাই আহিল। কল্পনাক মাতি কলে, "তুমি দুদিনমানৰ কাৰণে কিবণক লৈ আহা। ৰাতি তাই তোমাৰ লগত ইয়াত থাককহি। মই অসমৰপৰা ঘূৰি আহোঁগৈ।"

"দিয়কচোন চিঠিখন মই পঢ়োঁ।" গম্ভীৰভাৱে কল্পনাই কলে।

"টেবুলতে আছে। পঢ়াগৈ, পঢ়িলে বুজিব পাৰিবা।" কথাখিনি কৈ বিমল কল্পনাৰ পাছে পাছে ভিতৰ সোমাই গ'ল—নতুন সমস্যাৰ সমাধানৰ কথা চিন্তা কৰি কৰি।

...যিদিনা বিমলে বিচাৰি বিচাৰি অজিতৰ ঘৰটো উলিয়ালে, সেইদিনা তাৰ কিছুসময়ৰ আগতে মাত্ৰ অজিতে অণিমাৰপৰা পোৱা চিঠি এখনৰ উত্তৰ লিখি উঠিছিল। অণিমাৰ চিঠিখনত বিশেষ কথা একো নাছিল। মাত্ৰ সেই চিঠিৰে অণিমাই অজিতক তেজপুৰলৈ মাতি পঠাইছিল। তেজপুৰলৈ যাব নোৱাৰিব বুলি অণিমালৈ লিখিবলৈ অজিতে বেয়া নাপালে। লগে লগে মনৰ অনিচ্ছাৰ কথা অণিমাক জনাইও অজিতৰ মনটো কিন্তু সেমেকি উঠিল—বহু অলস মায়াই অজিতৰ কোমল প্ৰাণটো আৱৰি ধৰিলেহি—মনে আজি যাক অস্বীকাৰ কৰিবলৈ বিচাৰিছে, সিয়েই দেখোঁ গোপনে গোপনে আহি মনৰ গভীৰ তলিত প্ৰতিষ্ঠা বিচাৰিছে। সেয়ে বিমলক হঠাতে দেখি অজিতে তাক সাবটি ধৰিলে—বিপদত পৰা মানুহৰ দৰে। বন্ধুক পাই অজিত আশ্বস্ত হ'ল—বিমলৰ সান্নিধ্যত এই কেইদিন তাক জুৰুলা কৰা মনৰ অশান্তিও বহুখিনি আঁতৰি গ'ল। বিমলৰ ব্যাখ্যা, বুজনি আৰু সহানুভূতিত অজিতে বহুখিনি মনোবল ঘূৰাই পালে। বিমলৰ মনৰ পোহৰে ক্ৰমান্বয়ে অজিতৰ মনটোও উজলাই তুলিলে। এই নতুন পোহৰত বিমলৰ লগে লগে অজিতেও নিজকে আগুৱাই নিয়াৰ আৰু সমাজ-জীৱনত বহু-ক্ষুদ্ৰতাৰপৰা নিজকে ওপৰলৈ উঠোৱাৰ তৃপ্তি লাভ কৰিলে। কিন্তু লাহে লাহে বিমলৰ মন অন্ধকাৰ হৈ আহিল। বিমলে অজিতৰ মনৰ দুৰ্ব্বলতাৰ কাৰণে তাক নানাভাৱে



তিৰস্কাৰ কৰিলে, উৎসাহ দিলে সমাজত মূৰ তুলি উঠিবৰ কাৰণে, বুজাই দিলে প্ৰেমৰ পোহৰে যে মানুহৰ মনৰ সকলো মলিয়ন ভাৱ দূৰ কৰি পেলাব পাৰে। প্ৰেম যে পোহৰ, প্ৰেম যে নিৰ্ভয়, প্ৰেমে যে সকলো বিৰোধ-দ্বন্দ্ব বিলোপ কৰে আপোন মহিমাৰে, সেই কথাই বাৰে বাৰে ব্যাখ্যা কৰি নতুন সিদ্ধান্তলৈ আহিবলৈ অজিতক বিমলে সহায় কৰিলে। কিন্তু বিমলৰ নিজৰ মন হলে সম্পূৰ্ণ ফৰকাল নহ'ল—কিয়নো বিমলে এতিয়া জানিব পাৰিছে নিজৰ মুছলমান ককাকজনে বস্তিৰ ওপৰত অভিভাৱকত্বৰ সকলো দাবী প্ৰয়োগ কৰিছে —এই দাবীৰ বাধা যে কিমান প্ৰচণ্ড হব পাৰে, সেই বিষয়ে বিমলে কলিকতাত ধাৰণা কৰিব পৰা নাছিল। বিমললৈ দিয়া অজিতৰ চিঠিত গিয়াচুদ্দিন আহমদ নামৰ মানুহজনৰ কোনো উল্লেখেই নাছিল—এই নতুন মানুহজনৰ বিষয়ে এতিয়া বিমলে নানাভাৱে চিন্তা কৰিবলগীয়া হ'ল। যিজন মানুহে একেটা কাৰণতে এদিন নিজৰ পুতেকক ত্যাজ্য-পুত্ৰ কৰিছিল, আৰু সেই একমাত্ৰ পুতেকক তেওঁ হেৰুৱাব লগা হৈছিল হিন্দুৰ হাতত, সেইজন মানুহে যে তেওঁলোকক সমৰ্থন কৰিব তাৰ কি যুক্তি আছে? মনৰ ঘা তেওঁৰ এতিয়াও শুকোৱা নাই। তেওঁ কেনেকৈ ক্ষমা কৰিব হিন্দু-জাতিক? বিশ্বাস কৰিব কেনেকৈ বাৰু অজিতক? এনেবোৰ প্ৰশ্নৰ উত্তৰ নেপাই বিমল বিমোৰত পৰিল; অৱশ্যে সম্পূৰ্ণ হতাশো নহ'ল বিমল। আহমদৰ লগত কথা-বতৰা পাতিলে হে মানুহজনক বুজিব পৰা যাব। দৰকাৰ হলে আহমদক বিমলে বুজাইও চাব পাৰে। বস্তিৰ লগতো বিমলৰ দেখা হোৱা নাই। বস্তিৰ কথা ইমান দিনে কল্পনা আৰু অজিতৰ মুখত শুনি হে আহিছে। হঠাতে আজি বস্তিক চকুৰে দেখাৰ ইচ্ছা বিমলৰ প্ৰবল হৈ উঠিল। বস্তিৰ লগত পাতিব লগা কথাওতো বহুতো আছে বিমলৰ। সেয়ে গুৱাহাটী পোৱাৰ দুদিনমানৰ পিছতে অজিতক লগত লৈ মনৰ অদম্য উৎসাহত বিমল আগবাঢ়িল চান্দমাৰীৰ ফালে।

আহমদৰ ঘৰৰ ওচৰ পাই অজিতে স্কুলখনলৈ নিৰ্দ্দেশ কৰি কলে, "সেইখন মণ্টেচৰী স্কুল, আহমদে পাতিছে আকাশবস্তিৰ নামত।"

স্কুলখনলৈ চালত আহমদৰ প্ৰতি বিমলৰ শ্ৰদ্ধা জন্মিল। বিমলে ভাবিলে—হয়তো, মানুহজন এজন আদৰ্শবান পুৰুষ।

বিমল আৰু অজিতক গেটৰ মুখত দেখি আহমদৰ মালীটোৱে আগবাঢ়ি আহি কলে—"চাহাব নাই।"

"ক'লৈ গৈছে ?"

"ঠিক মই নাজানো। বস্তি বাইদেউক অসমৰ ঠাই দেখুৱাবলৈ নিছে নেকি ?"

"অঁ !" বুলি বিমলে আকৌ স্কুলখনলৈ চালে।

"যাওঁগে ব'ল।" বিমলৰ চিন্তাযুক্ত মুখখনলৈ চাই অজিতে ক'লে।

"ব'ল, ভবা কথা একো নহ'ল। মইতো কালিলৈ যাবই লাগিব। কল্পনাৰো তেনেকুৱা অৱস্থা নোহোৱা হলে একো কথা নাছিল।"

"এৰাতো। তোক মই নাৰাখোঁ ব'ল।"

"কেতিয়ামানে আহিলে আৰু তেওঁলোকৰ লগত দেখা হব ? তুমি কব পাৰিবা নেকি ?" মালীটোৰ ফালে চাই বিমলে আকৌ সুধিলে।

"সেইটো কথা কব নোৱাৰিম। জৰুৰী কথা আছে যদি লিখি যাওক, চাহাব আহিলে মই দি দিম।"

"জৰুৰী কথাইতো।" বিমলে কলে।

মালীটো কাগজ-পেন্সিল আনিবলৈ যাবলৈ ওলোৱাত অজিতে মানা কৰি কলে—"নালাগে কাগজ। তুমি মুখেৰেই কবা প্ৰফেচাৰবাবু আহিছিল বুলি।"

"আচ্ছা, আপুনি অজিত বাবু নেকি ?"

"কিয় ?"

"কওকচোন, হয় নে ?"

"হয়, কি হ'ল ?"

"এদিন চাহাবে মোক কৈছিল আপোনাক মাতি অনাৰ কথা। কিন্তু মইতো ঘৰ চিনি নেপাওঁ। তথাপি যাবলৈ ওলাইছিলোঁ, কিন্তু বস্তি বাইদেৱে মানা কৰিলে।"

"কিবা দৰকাৰ আছিল ?" অজিতে সুধিলে।

উত্তৰ নিদি মালীটোৱে লাজ লাজকৈ হাঁহিলে। পিছত কলে, "আহক আপোনালোক অলপ বাৰাণ্ডাত বহিব। মই চাহ দুকাপ কৰোঁ।"

খোজ কাঢ়ি কাঢ়ি আহোঁতে বিমলৰ পিয়াহ লাগিছিল। সেয়ে মালীটোৰ প্ৰস্তাৱ বিমলে বেয়া নেপালে, তাৰ লাজ লাজ আচৰণে দুয়োকো আনন্দও দিলে। দুয়ো গৈ বাৰাণ্ডাত থকা বেতৰ চকী দুখনত বহিলগৈ। মালীটো খৰধৰকৈ ভিতৰলৈ গ'ল।



"বৰ সুন্দৰ ফুলনি কৰিছে, মানুহজনৰ 'টেষ্ট' আছে—" বুলি আকৌ থিয় হৈ বিমল ঘূৰি ফুৰি ইফালে-সিফালে চাবলৈ ধৰিলে। অজিতে গুণ্‌গুণাই কিবা এটা গাই গ'ল। বিমলে অজিতলৈ চাই কলে—"কবিতা এটা আবৃত্তি কৰি শুনা। বহুদিন তোৰ কবিতা শুনা নাই।"

"কবিতা কুঁৱৰী আঁতৰি যোৱা বহুদিন হ'ল।" কথাষাৰ কৈ অজিতে গহীনকৈ কিবা এটা ভাবি হুমুনিয়াহ এটা এৰি দিলে।

"কি ভাবিছ।" বিমলে সুধিলে।

"কল্পনাৰ কথা।"

"এৰা, তোৰ কবিতা কল্পনাৰ বৰ প্ৰিয় আছিল দেই। বস্তিয়েও তোৰ কবিতা নিশ্চয় ভাল পাব।"

"হোঁ।"

এনেতে মালীটোৱে চাহ দুকাপ হাতত লৈ ওলালহি। "খালী চাহকে খাওক। এনেকৈ খালী চাহ আপোনালোকক দিয়া বুলি শুনিলে চাহাবে কিন্তু মোক গালি দিব।" মালীটোৱে কলে।

"তেনেহলে মিঠাইৰে দিছোঁ বুলি কবা।" বিমলে কলে।

"নাই, সেই কথা কেনেকৈ কম ? মিছা কথা কোৱা বুলি জানিলেওতো চাহাবে আৰু মোক কামত নেৰাখে !"

"ধেমালি কৰিছোঁ। মিছা কথা কিয় কবা ? তোমাৰ কিন্তু ফুলনিখন বৰ ধুনীয়া হৈছে।"

"ভগৱানৰ দয়া বাবু। ভগৱানৰ দয়া নহলে কি ফুল ফুলে এই শুকান মাটিত ? ভগৱানৰ দয়া কাৰণেই চাহাবে আকৌ নিজৰ নাতিনীক ঘূৰাই পাইছে। মই চাহাবকো কৈছোঁ—ভগৱানৰ দয়া হলে চব হব। চাহাবৰ লগতে জীৱন কাটি গ'ল, বস্তিৰ বাবাক মই কোলাত লৈ ডাঙৰ কৰিলোঁ।"

"তুমি তেন্তে সেই পুৰাতন ভৃত্য ?"

বিমলৰ কথাৰ উত্তৰত মাথোঁ মালীয়ে হাঁহি হাঁহি কলে, "চাহাবে কোনো কাম মোৰপৰা গোপন নকৰে। প্ৰফেচাৰবাবুৰ কথাও মোক চাহাবে কৈছে। কিন্তু অলপ দিকদাৰিওতো আছে। ধৰ্ম্মৰ কথাতো মুখৰ কথা নহয়। মুখেৰে আমি যিমানেই নকওঁ কিয়, ধৰ্ম্মৰ কথা অমান্য কৰা বৰ টান বাবু। তথাপি

মই চাহাবক কৈছোঁ—আজিকালি মানুহৰ বিচাৰ আগতকৈ বেলেগ হৈছে, আগতকৈ মানুহৰ মন বহুত চাফা হৈছে বাবু ; আঁক মনেই যদি চাফা হ'ল—কোন হিন্দু, কোন মুছলমান—সেইবোৰ বিচাৰ থাকিব ক'ত ?"

মালীটোৱে এইদৰে নিজ-মনে কৈ গৈ থাকোঁতে বিমলে তাৰ মুখলৈ চাই ভাবিলে—এৰা, মানুহৰ মন আগতকৈ বহুখিনি পৰিষ্কাৰ হৈছে। শুদ্ধ মনৰ জেউতি মালীটোৰ মুখতো বিৰিঙিছে। আনন্দতে বিমলে যেতিয়া অজিতৰ ফালে চালে, তেতিয়া ভিতৰে ভিতৰে অজিতে কিবা এটা যন্ত্ৰণা অনুভৱ কৰিছিল—প্ৰগতিৰ বাটত পাছ-পৰি থকাৰ অতৃপ্তি আগতে সি কাহানিও এনেদৰে অনুভৱ কৰা নাছিল।

"এতিয়া প্ৰফেচাৰ বাবু মান্তি হব নহয় ?" মালীটোৱে কলে অজিতৰ ফালে চাই। মুখত তাৰ সহজ হাঁহিটো দেখি বিমল আৰু অজিতেও হাঁহিলে আনন্দতে। মালীটোৱেও হাঁহি হাঁহি কাপ-প্লেট দুয়োৰ তুলি ললে।

"বাৰু, আমি যাওঁ। তোমাৰ চাহ দুকাপ বৰ ভাল পালোঁ। চাহাবক কবা আমি অহা বুলি।"...

ঘৰলৈ আহি বিমল আৰু অজিতৰ দুয়োৰে মালীটোলৈ মাজে মাজে মনত পৰিল। দুয়োৰো মনত মাজে মাজে আশাৰ ৰেঙণি বেঙাই গ'ল। ৰাতি খাই-বৈ উঠাৰ পিছত বিচনাত পৰি বিমলে অজিতক কলে—"গান এটা গা।"

"কোনটো ?"

"তই যে গাব সেই ৰবীন্দ্ৰসঙ্গীতটো—

'শ্ৰাবণ আকাশে ঐ দিয়েছি পাতি।...
মম জল ছল ছল আখি মেঘে মেঘে ?'..."

"সেইটো গান ? সেইটো গান কল্পনাই হে বৰ ভালকৈ গাব পাৰিছিল।"

"আজি তয়ে গা।"

বন্ধুৰ অনুৰোধত অজিতে প্ৰাণ দি গানটো গাই গ'ল। গান শুনি শুনি বিমলৰ কেতিয়া টোপনি আহিল—অজিতে কব নোৱাৰিলে।

ভাগৰত অজিতৰো সেইদিনা ভাল টোপনি আহিল।



## ॥ একত্ৰিশ ॥

অকল মৰমৰ নাতিনীজনীৰ অনুৰোধ পেলাব নোৱাৰি গিয়াচুদ্দিন আহমদ অসমৰ এইখন অভয়াৰণ্যত ওলাইছেহি। কালি যেতিয়া তেওঁলোক কাজিৰঙা পাইছিলহি, সন্ধ্যাৰ এন্ধাৰৰ লগে লগে বুকুত বহুতো ভাৱৰ নৈ আকাশখনো ওন্দোলাই আহিছিল। সেয়ে ইচ্ছা থকাতো তেওঁলোকে কালি ফুৰা-চকা কৰিব নোৱাৰিলে। মেনেজাৰে দেখুৱাই দিয়া গেষ্ট-হাউচৰ কোঠালিতে কথা পাতি ককা-নাতিনী আবদ্ধ হৈ থাকিব লগা হ'ল। অৰণ্যৰ নীৰৱতা কোঠালিটোৰ ভিতৰলৈকে সোমাই আহিছিল। প্ৰকৃতিৰ বুকুত সেই শান্ত নীৰৱতাকণ বন্তিৰ উপভোগ্য হৈ উঠিছিল। অৱশ্যে ওচৰৰ কোঠালিটোৰ-পৰা মানুহৰ মাত-কথা আৰু কেঁচুৱাৰ হাঁহি-কান্দোনৰ শব্দও শুনা গৈছিল। বছৰৰ এইটো সময়ত কাজিৰঙা চাবলৈ অহা মানুহৰ সংখ্যা কম যদিও, বন্তিহঁত থকা নিচেই কাষৰ কোঠালি দুটাত আৰু এটা পৰিয়াল আছেহি বুলি মেনেজাৰে কৈ গৈছিল। আহমদ আৰু বন্তিয়ে আপোনমনে কথা পতি থাকোঁতে মেনেজাৰজনে এবাৰ সুধিলেহি পুৱালৈ অৰণ্যত ফুৰাৰ কাৰণে হাতীৰ ব্যৱস্থা কৰাৰ কথা। বন্তিয়ে উৎসাহ নেদেখুৱাত আহমদেও ইচ্ছা নকৰিলে। কিন্তু মেনেজাৰ গুচি যোৱাৰ পিছত ককাকে বন্তিক বুজালে যে কালিলৈ নহলেও পৰহিলৈ হাতীত উঠি অৰণ্যত মুকলিমূৰীয়াকৈ থকা গঁড়, বাঘ, হৰিণ আদি জন্তুবোৰ চাবলৈ যাব লাগিব। ককাকৰ প্ৰস্তাৱত বন্তিয়ে বৰ বেছি আনন্দ প্ৰকাশ কৰিব নোৱাৰিলে। গিয়াচুদ্দিন আহমদে ভাবিলে এইজনী বন্তিয়েই কিছুমান দিনৰ আগতে কাজিৰঙাৰ গঁড় চাবলৈ কত হেপাহ কৰিছিল। পৰীক্ষাৰ খবৰ ওলোৱাৰপৰা বন্তিৰ মন বেছিকৈ মৰহি আহিছে। অধ্যক্ষ আৰু অধ্যাপকসকলৰ আশানুযায়ী বন্তিয়ে পৰীক্ষাত ভাল কৰিব নোৱাৰিলে। এতিয়া নতুনকৈ পঢ়া-শুনাত ব্যস্ত হৈ নপৰিলে বন্তিৰ মন আৰু ভাঙি পৰিব। কিন্তু তাইতো এম-এ পঢ়িবলৈও ইচ্ছা কৰা নাই। ইচ্ছা কৰিছে তাই সৰু লৰা-ছোৱালীৰ স্কুলখনত কাম কৰিবলৈ। বন্তিক স্কুলত কাম কৰিবলৈ দিবলৈ আহমদৰ বৰ মন নাই। অৱশ্যে আকাশবন্তিয়ে প্ৰাণৰ জ্যোতিৰে যদি স্কুল-

খনৰ সৰু সৰু বন্তিবোৰক জলাই তোলে, তেন্তে তেওঁৰ মনৰ কামনা বহুখিনি পূৰ্ণ হব। দেশৰ সৰু সৰু শিশুবোৰ মানুহ হৈ উঠক! মানৱতাৰ একেডাল জৰীৰে বান্ধ খালে সিহঁতৰ মনৰ কলুষতাবোৰ আঁতৰি যাব। বিদ্বেষ আৰু বিভেদ ভাব দূৰ কৰাৰ ক্ষমতা বন্তিৰ আছে। বন্তিৰ সংস্পৰ্শত শিশু-মনবোৰ সঁচাকৈয়ে সুন্দৰ হৈ উঠিব। মানৱতাৰ অভাৱত মানুহৰ কূট-কৌশলে খোপনি লোৱাৰ ফলতেই এদিন ভাৰতবৰ্ষত হিন্দু-মুছলমানৰ সংঘৰ্ষ হৈছিল, সেই সংঘৰ্ষত হিন্দুৰ হাতত কুতুবুদ্দিন নিহত হৈছিল। পৃথিৱীৰ বুকুত মানৱতাৰ বন্তিগছি জলোৱাত তেওঁ যদি অকণমানো আজি অৰিহণা যোগাব পাৰে, তেন্তে কুতুবুদ্দিনৰ আত্মাই শান্তি পাব। কাৰণ কুতুবুদ্দিনে জীৱন-কালত বহু কষ্ট ভোগ কৰিলে—কুতুবৰ মৃত্যুও হ'ল অতি কৰুণভাৱে। কৰুণাৰে অন্তৰ পথালি ঘৰে ঘৰে শিশুৰ অন্তৰত প্ৰেমৰ বন্তি জলাই তুলিব পাৰিলে মানৱ-সমাজখনত এক নতুন পোহৰে দেখা দিবহি—এই মহৎ কাৰ্য্যত যোগ দিবলৈ বন্তিক বাধা দিব নোৱাৰি। কাজিৰঙাৰ শান্ত পৰিৱেশৰ মাজত মানৱ-কল্যাণৰ পৱিত্ৰ ভাৱেৰে আহমদে মনটো শান্ত কৰিবলৈ চেষ্টা কৰিলে যদিও মাজে মাজে একোবাৰ অজিতৰ কথা মনত পৰাৰ লগে লগে তেওঁ অশান্ত হৈ উঠিছিল। অৱশেষত তেওঁ মনৰ সকলো কথা তল পেলাই অজিতৰ কথাই চিন্তা কৰিবলৈ ধৰিলে—অজিতে অনাহকতে নানাভাৱে বন্তিক দোষাৰোপ কৰিছে। কিন্তু সেইবোৰ দোষতো বন্তিৰ নিজা নহয়। মুছলমান হৈ জন্মগ্ৰহণ কৰিছে বন্তিয়ে, সেইবুলিতো এজন শিক্ষিত হিন্দু যুৱকক মনে-প্ৰাণে ভাল পাই পেলোৱাটো বন্তিৰ দোষ হব নোৱাৰে। বন্তিয়ে কোনো সত্য গোপন কৰা নাই। সত্যক গোপন কৰাৰ মনোবৃত্তি বন্তিৰ নাই। অজিতৰ মাৰাত্মক ভুল হৈছে। বন্তিৰ কোমল প্ৰাণত নিদাৰুণ আঘাত দি চিঠি লিখাটো অজিতৰ উচিত হোৱা নাই। যি জীৱনৰ কাহিনীৰ কাৰণে তাই নিজে দায়ী নহয়, সেই জীৱন-কাহিনীৰ কাৰণে তাই অত অপবাদ, অত গঞ্জনা মূৰ পাতি লব কিয়! সেই কথাটো তেওঁ অজিতক নিজে বুজাব, অজিতৰ ভুল তেওঁ সংশোধন কৰিব লাগিব। কাজিৰঙাৰপৰা উভতি গৈ তেওঁ অজিতক লগ ধৰিব। এই নতুন আশাটি দৃঢ়তাৰে বুকুত বান্ধি আহমদে যেতিয়া শুবলৈ ওলাইছিল, তেতিয়া কাষৰ বিচনাখনত বন্তি শান্তভাৱে শুই আছিল। আহমদ ওচৰলৈ গৈ বন্তিৰ মুখলৈ চালে—নিদ্ৰামগ্ন মুখখনি বন্তিৰ উজলি আছে—আইজনী সঁচাকৈয়ে আকাশবন্তি!



বিভূতি বৰুৱাই দিয়া এই নামটো সঁচাকৈয়ে অৰ্থযুক্ত বুলি ভাবি বৃদ্ধ আহমদৰ প্ৰাণটো তৃপ্তিৰে ভৰি পৰিছিল।

আজি বাঁতিপুৱা আহমদ যেতিয়া ভিতৰৰপৰা ওলাই আহি বাৰাণ্ডাত থিয় হ'লহি, তেতিয়া আকাশ বহুখিনি ফৰকাল। অসময়ত ওলোৱা ডাৱৰবোৰ ৰাতিটোৰ ভিতৰতে নোহোৱা হৈ আছে। বৰষুণ হোৱাৰো চিন নাই। হয়তো বতাহে ডাৱৰবোৰ উৰুৱাই নিছে। বৰ্ষা শেষ হৈছে মাথোন, আকাশে আকাশে শৰতৰ আভাস আকৌ পৰিস্ফুট হৈ উঠিছে। পুৱাৰ উজ্জল পোহৰত আহমদৰ মনটো আৰু ভাল লাগিল—প্ৰকৃতিৰ এখনি ধুনীয়া ছবিয়ে তেওঁৰ মন-প্ৰাণ হৰি নিলে। ডেকাকালত আহমদে এইবোৰ ঠাইলৈ মাজে মাজে চিকাৰ কৰিবলৈ আহিছিল। তেতিয়াও আছিল এইবোৰ গছ-বন। কিন্তু তেতিয়াতো তেওঁ প্ৰকৃতিৰ এই গাম্ভীৰ্য্য আজিৰ দৰে উপলব্ধি কৰিব পৰা নাছিল। যৌৱনৰ উন্মত্ততাই হয়তো সৃষ্টিৰ এটি সুন্দৰ শক্তিক সেইদিনা ঢাকি ৰাখিছিল। প্ৰকৃতিৰ গছ-বন কিয়, মানুহকো তেওঁ চিনি পোৱা নাছিল। ডেকাকালততো তেওঁ দেখা নাছিল সেই অকণি শান্তিজনীৰ চকুযুৰিত জ্বলি থকা আজিৰ আকাশবন্তিৰ শিখা! অনুতাপৰ ভৰত তেওঁৰ বুকুখন ক্ৰমাত গধুৰ হৈ উঠিল। তেওঁ চিৰিয়েদি নামি গৈ দুখোজমান আগবাঢ়ি গ'ল। তেওঁ বাটলৈ চাই দেখিলে—অলপ দূৰত কেইটামান হাতী। তেওঁলোকে হাতীত উঠাৰ পৰীক্ষা চলাইছে। তিৰোতা মানুহ এগৰাকীয়ে বাৰে বাৰে ভয় কৰি হাতীৰপৰা নামি আহিছে। এটি সৰু শিশুৱে আনন্দতে মাকৰ কোলাৰপৰা হাতীটোলৈ আঙুলিয়াই ইটো-সিটো কৈছে আধা-ফুটা মাতেৰে। দৃশ্যটো দেখি আহমদেও আমোদ পালে। তেওঁ খৰধৰকৈ উভতি আহি ভিতৰ সোমাল আৰু আইজনীক সেই আনন্দৰ ভাগ দিবলৈ মাতিলে।

ককাকৰ কথামতে বন্তি ওলাই আহিল। তাই দূৰলৈ চাই দেখিলে—প্ৰকাণ্ড হাতী কেইটামান পিঠিত মানুহ লৈ এটলীয়া বাটটোৰেদি তললৈ নামি গৈছে—হাতীৰ এনে গুৰুগম্ভীৰ ৰূপ বন্তিয়ে আগতে কাহানিও দেখা নাই। মহানগৰীত চিৰিয়াখানাত হাতীৰ এই স্বাভাৱিক গাম্ভীৰ্য্য নাই। তাই থিয় গৰাটোৰ কাষলৈকে আহিল, আৰু বহুপৰলৈ হাতীকেইটা চাহনিৰ মাজে মাজে সৰু বাটটোৰেদি গৈ থকা চাই থাকিল—নিজে কব নোৱাৰাকৈ কবি কালিদাসে ৰঘুবংশত বৰ্ণোৱা কেইশাৰীমান কবিতা তাইৰ মনলৈ আহিল—সেইকেইটা

কবিতাৰ শাৰী শ্ৰেণীত সংস্কৃত অধ্যাপকে বুজাওঁতে হঠাতে হাঁহি উঠাৰ কথা মনত পৰিলত বন্তিৰ আজি বেয়া লাগিল। সেইদিনাতো তাই বুজিব পৰা নাছিল যে হস্তী-গমনবো এনে গভীৰ সৌন্দৰ্য্য থাকিব পাৰে। বন্তিৰ মানস-দৃষ্টিত প্ৰাচীন ভাৰতবৰ্ষৰ এটি ৰূপ জিলিকি উঠিল। তাই অভিভূত হৈ চাৰিওফালে চালে। শৰৎ আগমনৰ সূচনা হৈছে—পৃথিৱী আবৰি থকা পাতল কুঁৱলীজাকে পুৱাতে আজি তাৰেই বতৰা দি লাহে লাহে আঁতৰি গৈছে। ৰ'দ এচেৰেঙা আহি গাত পৰিলত নতুন সজীৱতা বন্তিয়ে অনুভৱ কৰিলে। এনেতে কোনোবাই আহি হঠাতে পাছফালৰপৰা তাইৰ চকুযোৰ বান্ধি হাঁহিবলৈ ধৰিলে—

"হিঃ হিঃ হিঃ..."

"কোন?" চকুৰপৰা হাত দুখন আঁতৰাবৰ চেষ্টা কৰি বন্তিয়ে সুধিলে।

"...হিঃ হিঃ। ক'ত আছিলি অ' ইমান দিন?"

"বৈশাখী দেখোন? ইয়াত কেনেকৈ ওলালাহি? সিং বাবু আহিছে নেকি?" বৈশাখীৰ শিৰত সেন্দুৰৰ লেপ দেখি বন্তিয়ে সুধিলে।

"ধেৎ। সিং বাবু আৰু ক'ত আহিব? সিতো পলাইছে কেতিয়াবাই।"

"পলাইছে? ক'লৈ?"

"পলাবতো। বহুত দূৰলৈ পলাই গ'ল অ'।"

"তোমাৰ যে শিৰত সেন্দুৰ?"

"অঁ ভাই কি কৰিবি? চাদীতো কৰিবই লাগিব। মোৰ লৰাও হৈছে নহয়! বন্তিবাইদেউ সৌটো মোৰ লৰা—বৰ দুষ্ট অ'।"

"হয়? আনাচোন চাওঁ। কিন্তু কাৰ লগত তোমাৰ বিয়া হ'ল প্ৰথমতে কোৱা।"

"কম ৰবি। মই দুলালক আগতে লৈ আহোঁ—" বুলি বৈশাখী বঙলাটোৰ ফালে ঢপলিয়াই গ'ল।

"দুলাল নেকি তোমাৰ লৰাৰ নাম?"

"অঁ" বুলি বৈশাখীয়ে বিড়িয়াই কলে।

দুলালক লৈ অহা চাবলৈ যেতিয়া বন্তিয়ে বঙলাটোৰ ফালে মুখ ঘূৰালে, তাই দেখিলে বাৰাণ্ডাত আহমদ থিয় হৈ আছে। দীঘল বগা কপাহী কোটটো পিন্ধাত আগতকৈও আহমদক আজি ওখ যেন লাগিছে। সেউজীয়া বননিৰ



পটভূমিত বগা সাজ আৰু ডাড়িকোছাই আহমদক বাৰ্দ্ধক্যৰ স্পষ্ট প্ৰতীককৈ হে যেন জিলিকাই তুলিছে।*

"আহ আইজনী, চাহ ঠাণ্ডা হ'ল। চাহ খাই ফুৰা-চকা কৰিবি আহ।"

বন্তি আহমদৰ নিৰ্দেশত বঙলাটোৰ ফালে আগবাঢ়ি গ'ল। বৈশাখী নাহিল দেখোঁ? হাতীত উঠি যোৱা মানুহখিনি কোন আছিল? ইলা, অণিমা, ৰমেনোতো হব পাৰে। ৰত্ন বৰুৱা অহা নাই নেকি? ক্ৰমাত মানুহৰ দুখেৰে মনটো বন্তিৰ ভৰি পৰিল।

"কোন অ'? কাৰ লগত কথা পাতিছিল?" ওচৰ পালত বন্তিক আহমদে কৌতূহলৰ সুৰত সুধিলে।

"বৈশাখী। তুমি চিনি নোপোৱা। বৰদেউতাৰ বাগিচাৰ ছোৱালী।"

"বৈশাখী...বৰদেউতা? বৰদেউতা?"

"সেই যে, সেইদিনা লগ পাইছিলা মোৰ লগত, ট্ৰেইনত।" বন্তিয়ে আহমদক সহজভাৱে সোঁৱৰালে তেওঁলোকৰ প্ৰথম পৰিচয়ৰ কথা।

"অঁ অঁ, বৰুৱা। ৰত্ন বৰুৱা নহয় জানো?"

"হয়।"

"তেওঁবিলাক আহিছে নেকি?"

"কব নোৱাৰোঁ। বৈশাখী আহিলে সুধিম ৰবা।"

বৈশাখী আৰু ঘূৰি নাহিল। বন্তি ভিতৰ সোমাল। ওচৰৰ কোঠালিটোত মানুহ আছে বুলি গম পোৱা নগ'ল। চাহ খাই উঠি বন্তি আৰু আহমদো বাহিৰলৈ ওলাই গ'ল।...

কাজিৰঙাত ফুৰি ফুৰি আহমদৰ ভাগৰ লাগিছিল। ভাত খাই উঠি বিচনাত পৰিলত আহমদৰ ততালিকে টোপনি আহিল। বন্তি অকলে বহি আছিল। আবেলিৰ আগে আগে বন্তিহঁতৰ ওচৰৰে কোঠালি দুটা আকৌ হাঁহি আৰু কথাৰে ভৰি পৰিল। সেই কথা-বতৰাৰ মাজত দুলাল শব্দটো বন্তিয়ে স্পষ্টকৈ শুনিবলৈ পালে। দুলাল বৈশাখীৰ লৰা—দুলালক চাবলৈ বন্তিৰ বৰ মন গ'ল। বন্তি বাহিৰলৈ ওলাই গ'ল—ইটো কোঠালিলৈ জুমি চালে দুলালক কেনেবাকৈ দেখা পাব বুলি।

"আহা বন্তি।" ভিতৰৰপৰা সোৱা দেখোঁ অণিমা নবৌৱে মাতিছে। বন্তি দুৱাৰ-মুখত থিয় হৈ থমকি ৰ'ল। ভিতৰত ৰমেনো আছে। অচিনাকি দুই-

এজন ভদ্রলোক। বস্তিয়ে আৰু আগবাঢ়িব খুখুজিলে। বাহিৰৰপৰাই অণিমাক উদ্দেশ্য কৰি সুধিলে—

"আপোনালোক কেতিয়া আহিল ?"

"আমি পৰহিয়েই আহিলোঁ। কালিলৈ গুৱাতে যামগৈ। আহাচোন— তোমাৰ খবৰ কোৱাহি। পাছ কথা খবৰ কিন্তু পাইছোঁ।"

ৰমেন আনখন দুৱাৰেদি বাহিৰলৈ ওলাই গ'ল, অচিনাকি ভদ্ৰলোক-জেইজনেও ৰমেনৰ পাছ ললে। বৈশাখী দুলালক লৈ ভিতৰ সোমাল। বস্তিয়ে বৈশাখীৰ ওচৰলৈ আগবাঢ়ি গৈ দুলালক নিজৰ কোলালৈ মাতিলে।

দুলালে মুখ ঘূৰালে হাঁহি হাঁহি।

"ইমান ৰবম লাগে। আহা না—" দুলাল আহিব নোখোজে।

"এইডাল কাৰো ওচৰলৈ নাযায়।" বুলি বৈশাখী বহি পৰিল—মজিয়াৰ দলিচাতে।

বহি থকা বিচনাখনত অণিমাই নিজৰ একাষত বস্তিক বহিবলৈ দি সুধিলে, "ক'ত আছা এতিয়া তুমি ? হোষ্টেলত ?"

"হোষ্টেলত নাথাকোঁ।"

"তুমি এম-এ পঢ়া নাই ?"

"নাই পঢ়া।"

"মই আকৌ ভাবিছিলোঁ তুমি পঢ়ি আছা বুলি। ক'ত থকা তেন্তে ?"

"মই—বাবাজানৰ লগত থাকোঁ।"

"অ' হয় ককাইদেৱে মোলৈ লিখিছিল !"

"বৰদেউতাও আহিছে নেকি বাৰু ?"

"তুমি কব নোৱাৰা, দেউতা ঢুকাল নহয় ?"

"হয় ? কেতিয়া ?" আচৰিত হৈ বস্তিয়ে সুধিলে।

"আজি ছমাহমানেই হ'লহি।" অণিমাই উত্তৰ দিলে।

"বৰ-মা তেন্তে···?"

"মাৰ একেবাৰেই নিঠৰুৱা অৱস্থা, তাতে ধনলৈ যে চাবই নোৱাৰি।"

"হায় ! হায় !" বস্তি কিছুসময় নীৰৱে থাকিল। তাৰপিছত আকৌ লাহে লাহে সুধিলে—"আইতাই চাগে বৰ কষ্ট পালে ?"



"কষ্ট পাইছেতো। আজিকালি আইতাই কথা-বতৰা নকয়। আকাশলৈ চাই বিৰ্‌বিৰ্‌কৈ কিবাকিবি কৈ থাকে। ইটো-সিটো তৰা দেখুৱাই দেউতা আৰু খুৰাৰ নাম লয়। তোমাৰ কথাও কয় কেতিয়াবা।"

"কিয় ?"

"কব নোৱাৰোঁ, সুধিলে কয় তুমি বোলে খুৰাৰ নিজৰ ছোৱালী। তোমাৰ মনটো আৰু মুখখন অবিকল বুঢ়ী আইতাৰ মুখৰ দৰে।"

বস্তিয়ে হাঁহিবলৈ চেষ্টা কৰিলে যদিও গভীৰ ভাব এটিয়ে তাইক অকণমান পৰলৈ দগ্ধ কৰিলে। তাৰপিছত লাহে লাহে সুধিলে, "ইলাৰ খবৰ কি নবৌ ?"

"ইলাৰ বিয়া হৈ গ'ল নহয় !"

"কাৰ লগত ?"

"প্ৰবীৰ বৰুৱাৰ লগত। উজনিৰ বাগিচাৰ মেনেজাৰ তেওঁ। অজিত ককাইদেউৰ লগত ইলাৰ বিয়া নহ'লগৈ।"

"কিয় ?" বুলি বস্তিয়ে বৈশাখীলৈ চালে। বৈশাখীয়ে তেতিয়া দুলালক গুৱাবলৈ চেষ্টা কৰি তাৰ পিঠিখনত থপৰিয়াই আছিল। অজিতৰ নাম শুনি তায়ো কাণ থিয় কৰিলে।

"বাৰু, তোমাৰ আগত ককাইদেৱে কি কৈছে ?" অণিমাই সুধিলে।

"মোৰ আগত ? মোৰ আগত একো কোৱা নাই।"

"ককাইদেৱে মোলৈ লিখা চিঠিবোৰ আজিকালি তোমাৰ কথাৰেই ভৰি থাকে, অথচ সেইটো কথা তোমাক কোৱা নাই !"

"কি কথা নবৌ ?"

"ইলাৰ লগত বিয়া নোহোৱাৰ কাৰণটো !"

"ওহোঁ—" বুলি বস্তিয়ে অলপ লাজ কৰিলে।

"ইলাৰ লগত বিয়া নহ'ল কল্পনাৰ কাৰণে। আকৌ কল্পনাৰ লগত নহ'ল তোমাৰ কাৰণে নেকি ?"

"কোন কল্পনা নবৌ ?" অবাক দৃষ্টিৰে কৌতূহলৰ সুৰত বস্তিয়ে সুধিলে।

"কিয় কল্পনাক তুমি চিনি নোপোৱা ? তোমাৰ লগত বোলে কল্পনাৰ খুব ভাল চিনাকি আছে। শান্তিনিকেতনত বোলে একেলগে আছিলা ?"

"অ' কল্পনা বাইদেউ, বিমল ককাইদেউৰ লগত তেওঁৰ বিয়া হৈছে। মাৰ লগত তেওঁলোকৰ বৰ ভাল। আৰু বিমল ককাইদেউ যে ইমান উদাৰ মনৰ

মানুহজন! সঁচাকৈয়ে নবৌ, বিমল ককাইদেউৰ নিচিনা এজন খোলা মনৰ মানুহক জীৱন-সঙ্গী হিচাপে পোৱাটো কল্পনা বাইদেউৰ ভাগ্যৰে কথা। কল্পনা বাইদেউও কিন্তু বৰ ভাল ছোৱালী।"

"ভাল ছোৱালী! সেই ভাল-ছোৱালীয়েই মোৰ ককাইদেউৰ জীৱনত কাল হ'ল বুজিছা? ককাইদেউৰ জীৱনত কল্পনাই বিহ ঢালি দিলে।"

"কিয় নবৌ, কিয়?" বন্তিৰ লগে লগে বৈশাখীয়েও অণিমাৰ ফালে অলপ স্থিৰ হৈ চালে। প্ৰথমতে নকওঁ বুলি ভাবি পিছত অণিমাই কৈ গ'ল—"কল্পনাৰ জঘন্য ভালপোৱাই ককাইদেউৰ হব লগা বিয়াখন ভাঙিলে।"

"তেন্তে? তেন্তে……কল্পনা বাইদেউৰ প্ৰতিও হয়তো…"

"অঁ, কল্পনাৰ প্ৰতি যে ককাইদেউৰ ভালপোৱা আছিল মই জানো, কিন্তু কল্পনাই বুজিব লাগিছিল তেওঁৰ লগত ককাইদেউৰ কেতিয়াও বিয়া হব নোৱাৰে বুলি। তেওঁৰ প্ৰতি ককাইদেউৰ যদি দুৰ্ব্বলতা আছিল—তাক বাহিৰত প্ৰচাৰ কৰাৰ কোনো যুক্তি নাই কল্পনাৰ। হব লগা বিয়াখন ভাঙি যোৱাত ককাইদেউৰ মন ভাঙি গ'ল। মাজতে তোমাক বিয়া কৰোৱাৰ কথাও ভাবিলে নেকি এবাৰ?"

"ভালেইতো হব ককাইদেৱে বন্তি বাইদেউক চাদী কৰিলে।" আনন্দতে বৈশাখীয়ে হাঁহি হাঁহি কথাষাৰ কৈ বহাৰপৰা থিয় হ'ল—ডুলালক আনটো ঘৰত শুৱাবলৈ।

"কি যে কোৱা বৈশাখী!" বন্তিয়ে বিৰক্তি প্ৰকাশ কৰি কলে।

"এতিয়া আকৌ কিবা এটা হৈছে ককাদেউৰ, নতুন প্ৰশ্নৰ সন্মুখীন হোৱা বুলি লিখিছে।" অণিমাই কলে।

"নতুন প্ৰশ্ন মানে—আওপুৰণি প্ৰশ্নটো? সেই জাতি-ধৰ্ম্মৰ প্ৰশ্নটো—ভাৰতবৰ্ষৰ বুকুত সেই প্ৰশ্নৰ শেষ জানো আছে? সেই প্ৰশ্ন যুগে যুগে নানা ৰূপে আহিব।" বন্তিয়ে গহীনাই কলে।

"তুমি জানো জাতি-ধৰ্ম্মৰ প্ৰশ্নটো সম্পূৰ্ণ অস্বীকাৰ কৰিব পাৰিবা?"

"মই সেই প্ৰশ্নৰ সন্মুখীন হব লগা এতিয়ালৈকে হোৱা নাই। জাতি-ধৰ্ম্মক আওকাণ কৰা মানুহৰ ঘৰত জন্ম লৈ জাতি-ধৰ্ম্ম চিনি নোপোৱা মানুহৰ ঘৰতে ডাঙৰ হলোঁ। এতিয়া বাবাজানৰ লগত আছোঁ, ধৰ্ম্মত মুছলমান হলেও তেওঁৰ অন্তৰতো মানৱতাৰ বন্তি এগছি জলিব লাগিছে।"



"সেইবোৰ ডাঙৰ ডাঙৰ কথা আমি কি বুজোঁ ভাই—আমি সাধাৰণ মানুহ। সমাজৰ বান্ধোনক আমি তেওঁলোকৰ দৰে অৱজ্ঞা কৰিব নোৱাৰোঁ।"

"আপোনাৰ দৰে আকৌ আপোনাৰ ককাইদেৱে সমাজক মানি চলিবও নোৱাৰে নহয়! আত্ম-প্ৰতাৰণাৰ জ্বালাত কষ্ট পাব কিয়? নিজা বিশ্বাস বোলা কথাই তেওঁৰ নাই। তেওঁ মাত্ৰ বিমল ককাইদেউৰ এটা উপগ্ৰহ। নিজা পোহৰ তেওঁৰ নাই।"

"ঘৰখনৰ একমাত্ৰ লৰা ককাইদেউ। সৰুৰেপৰা আদৰৰ দুলাল। যিসকলক অন্তৰেৰে ভাল পায়, সেইসকলৰ ওচৰত তেওঁ সেও হৈ পৰে। বন্ধুত্বৰ খাতিৰত তেওঁ বিমল ককাইদেউৰ ওচৰত নিজা মত ত্যাগ কৰে যে হয়।" অণিমাই লাহে লাহে কৈ গ'ল?

"সেইটোও ঠিক নহয়। প্ৰকৃত বন্ধু তেওঁৰ কোনো নাই। বন্ধুত্বৰ উদাৰতা থকা হলে বিমল ককাইদেউক তেনেদৰে সন্দেহ কৰিবলৈ যাব কিয়? অৱশ্যে তেওঁৰ সন্দেহে বিমল ককাইদেউৰ মনুষ্যত্বত আঘাত কৰিব নোৱাৰে বুলি জানো।"

"বিমল ককাইদেউক সন্দেহ? আচৰিত কথা। কাকাইদেউ কলিকতাৰ-পৰা আহক ৰ'বা—সুধিব লাগিব।" অণিমাই আচৰিত হোৱা যেন হৈ কলে।

"তেখেত কলিকতালৈ গৈছে আকৌ? কেতিয়া?"

"বেছি দিন হোৱা নাই। কল্পনাই মাতি নিছে এক্সপ্ৰেচ্ টেলিগ্ৰাম কৰি। নাজানো কিয়! তোমালোকৰ বন্ধুত্ব, প্ৰেম, মানৱতা, উদাৰতা—এইবোৰৰ জালত ককাইদেউ সোমাই পৰিছে যেতিয়া জালত কিমান দিন বান্ধ খাই থাকিব লাগে, কোনে জানে?"

অণিমা থিয় হ'ল চুইচ্‌টো টিপি দিবলৈ—ক্ৰমান্বয়ে এন্ধাৰ হৈ থকা কোঠালিটো আকৌ পোহৰ হৈ উঠিল, কিন্তু সেই পোহৰ বন্তিয়ে আজি সহ্য কৰিব নোৱাৰিলে। নিজৰ এন্ধাৰ কোঠালিটো বিচাৰি থিয় হ'ল আৰু অণিমাৰপৰা বিদায় ললে।

"আমি দোকমোকালিতে যামগৈ। তোমাক কিবাকিবি বহুতো কলোঁ—বেয়া নাপাবা।" যাবৰ পৰত বন্তিক অণিমাই কলে। ঘূৰাই বন্তিয়ে একো কব নোৱাৰিলে। অসহনীয় বেদনাক অস্বীকাৰ কৰাৰ শক্তি বন্তিয়ে তেতিয়া হেৰুৱাই পেলাইছিল।

॥ বত্ৰিশ ॥

এক অসহনীয় বেদনাতেই অজিতৰ অন্তৰ-বন্তি আজি জ্বলি উঠিছে। জীৱনত অজিতৰ এনে অনুতাপ কোনোদিনেই অহা নাছিল। সৰুৰেপৰা যিজন বন্ধুৰ প্ৰতি আছিল অজিতৰ অসীম ভালপোৱা, যিজনৰ মৰম-স্নেহ আৰু সহানুভূতি আছিল অজিতৰ অকলশৰীয়া মনটোৰ প্ৰধান সম্বল, যিজনৰ প্ৰাণৰ পোহৰত অজিতে জীৱনৰ বাট চিনি পাই আহিছিল, সেইজন অতি আপোন মানুহকেই, প্ৰাণৰ বন্ধুকেই অজিতে অতৰ্কিতে দিব লগা হ'ল চৰম আঘাত। জীৱনত যি ভুল অজিতে কৰিলে, সেই ভুলৰ সংশোধনৰ পথ যে চিৰকাললৈ বন্ধ হৈ গ'ল। অজিতৰ দৃঢ় বিশ্বাস আছিল এইবাৰো তাক বিমলে ক্ষমা কৰিব সহজে। কতবাৰ এইদৰে অজিতৰ কত ভুল বিমলে ক্ষমা কৰি আহিছে। অজিতৰ কোনো ভুলৰ কাৰণে বিমলে অভিমান কৰা তাৰ মনত নপৰে। তেনেহলে সেইদিনা তাৰ ঘৰৰপৰা ওলাই যোৱাৰ সময়ত বিমলৰ চকুত দুটোপাল পানী উজলি উঠিছিল কিয়? সেয়া জানো অভিমানৰ চকুপানী নহয়? অজিতৰ অমূলক সন্দেহে বিমলৰ চকুপানী উলিয়াইছিল যে সঁচা কথা। ষ্টেচনলৈ পাছে পাছে গৈও বিমলক অজিতে নিজৰ ঘৰলৈ সেইদিনা ওভোতাই আনিব নোৱাৰিলে। চলন্ত ট্ৰেইনখনৰপৰা মাত্ৰ বিমলে কৈ উঠিছিল—'তোক বহু সময়ত মই ক্ষমা কৰিছোঁ। কিন্তু এইবাৰ আৰু ক্ষমা কৰিব নোৱাৰিম।' দৃঢ়তাৰে কোৱা বিমলৰ কথাখিনিয়ে বাৰে বাৰে অজিতৰ প্ৰাণত এতিয়া আঘাত কৰিলেহি।

বিদায়-মুহূৰ্ত্তৰ বিমলৰ সেইখন মুখ মনত পৰিলে অজিতৰ প্ৰাণটো হাহাকাৰ কৰি উঠে। বিমলক আকৌ ইহুৰাব পাৰিব লাগিব বুলি সি মনতে স্থিৰ কৰিছিল। কিন্তু ই কি ঘটিল? একেবাৰেই ভাবিব নোৱাৰা কথাটো দেখোঁ ঘটি গ'ল! মৃত্যু যে ইমান ছলনাময়! ইমান নিদাৰুণ। মৃত্যুৱে আজি বিমলক অজিতৰ জীৱনৰপৰা চিৰকালৰ কাৰণে কাঢ়ি লৈ গ'ল! বিমল আৰু নাহে কোনোদিনে। অজিতৰ বিপদত আৰু কোনোদিনেই বিমল দৌৰি আহিব নোৱাৰে। কিন্তু সন্তান-সম্ভৱা কল্পনাক কলিকতা মহানগৰীত এৰিও সেইদিনা বিমল আহিছিল অজিতক সহায় কৰিবলৈ। লৰা-সন্তান এটি



হোৱা খবৰ পাইও বিমল বৈ গ'ল গুৱাহাটীতে—গিয়াচুদ্দিন আহমদ আৰু আকাশবন্তি ঘূৰি অহা খবৰটো পাই। তাৰপিছত বিমলৰ মনত কত আনন্দ! আনন্দতে সি গিয়াচুদ্দিন আহমদক লগ ধৰিলেগৈ। আহমদৰ কথা-বতৰাত বিমল আশান্বিত হ'ল। আকাশবন্তিৰ সৰলতাইও বিমলৰ মন মোহিত কৰিলে। বিমলৰ খোলা ব্যৱহাৰত বন্তিও বিমুগ্ধ হ'ল। ভিতৰে ভিতৰে তাইৰ সুকোমল প্ৰাণটোৱে গৌৰৱ বোধ কৰিলে—এইকথা ভাবি যে অজিতৰ বন্ধুজনো দেখোঁ দেৱতুল্য। মুকলি-মূৰীয়াকৈ ককা-নাতিনীয়ে বিমলৰ লগত কথা পাতিলে—নানা কথা। সেই কথাৰ মাজত এটা সিদ্ধান্ত অন্ততঃ পৰিস্কাৰ হৈ উঠিছিল যে তেওঁলোকে নিঃসঙ্কোচে আগুৱাই যাব ভৱিষ্যতৰ ফালে। সেই সিদ্ধান্তৰ কথাই অজিতক জনাবলৈ গৈছিল বিমলে—সেইদিনা এক বিজয়োল্লাসত। সৰলভাৱে বৰ্ণাই গৈছিল বন্তিৰ লগত হোৱা তাৰ প্ৰতিটো কথা, বন্তিৰ পোনপটীয়া প্ৰশ্ন, সহজ উত্তৰ। বন্তিলৈ যে বিমলৰ বৰ মৰম লাগিছিল সেইকথাও সি অজিতৰ আগত স্বীকাৰ কৰিছিল সহজে। কিন্তু মানুহৰ গোপন মন অতি বিচিত্ৰ, হিংসাৰ কপট ছলনা অতি জটিল। নহলে অজিতৰ মনত জুই একুৰা ভমক্ কৰে জ্বলি উঠিব কিয়? কিয় তাৰ চেতনাৰ স্তৰবোৰ হঠাতে হিংসাৰ পাকে এনেকৈ মেৰিয়াই ধৰিব? বিমল আৰু বন্তিৰ এই দুদিনৰ সহজ সম্বন্ধটোক সি ভুলকৈ বুজাৰতো কোনো কাৰণ নাছিল। অজিতৰ এই অকাৰণ উদ্বিগ্নতাৰ কথা জানিব পাৰি বিমল বিভ্ৰান্ত হ'ল। মুহূৰ্ত্ততে মুখৰ সহজ হাঁহিটো তাৰ অন্ধকাৰৰ বুকুত বিলীন হৈ গ'ল। বিমূঢ় হৈ বিমলে মাত্ৰ ভাবিলে—ইমান দিনৰ বন্ধুত্বৰ কি এয়ে প্ৰতিদান! নাই নাই, অজিতক এই কথাত অন্ততঃ কোনোপধ্যেই ক্ষমা কৰিব নোৱাৰি।

অজিতৰ প্ৰতি কল্পনাৰ সকলো দুৰ্ব্বলতাৰ কথা জানিও বিমলে কল্পনাক বিয়া কৰাইছিল—আৰু এটি উদাৰ মনৰ পৰশ দি বিবাহিত জীৱনটোক পৰিপূৰ্ণ কৰি তুলিবলৈ সি চেষ্টা কৰিছিল। বিমলৰ মুকলি মনৰ স্নেহ আৰু বিশ্বাসত নিৰ্ভৰ পাই কল্পনা যে দিনক দিনে সুস্থিৰ হৈ আহিছিল, তাৰ প্ৰমাণোতো অজিতে নিজ চকুৰে দেখি আহিছিল। কিন্তু বিমলৰপৰা অজিতে একোৱেই শিক্ষা লব নোৱাৰিলে কিয়? অতদিনৰ অত আৱৰ্জ্জনা সি গোটাই থৈছে মনৰ মাজত? নিজৰ অক্ষমতাক নিজেই অজিতে আজি যেন ক্ষমা কৰিব নোৱাৰা হৈ উঠিছে। তথাপি অজিতে একমনে, একধ্যানে

প্ৰতিজ্ঞাৰ ভাৱত এটা কথাই বাৰে বাৰে প্ৰাৰ্থনা কৰিলে—সি যেন পাৰে। বিমলৰ জীৱন-দৰ্শনৰ জেউতি সি তাৰ জীৱনত জ্বলাই তুলিব পাৰিব লাগিব। অনুতাপৰ চকুলোৰে অন্তৰ পখালি অজিতে আজি আকৌ এবাৰ দৃঢ়তা আনিলে মনলৈ—বিমলে শেষ চিঠিৰে জনোৱা শেষ অনুৰোধটি সি ৰক্ষা কৰিব, আৰু তাৰবাবে তাৰ অন্তৰৰ সকলো মলিয়ন ভাব ধুই সি প্ৰস্তুত হব। শোকত বিহ্বল হৈও অজিতে আজি নিজক সবল কৰি তোলাৰ মনেৰে বিমলৰ চিঠিখন আকৌ এবাৰ মেলি ললে। মৃত্যুৰ আগদিনা পোষ্ট কৰা বিমলৰ চিঠিখন এতিয়া হাতত লৈ অজিতে ভাবিলে—বিমলে বাৰু জানি-শুনিয়েই গৈছিল নেকি আসন্ন-মৃত্যুৰ কালে আগবাঢ়ি? নহয়, নহয়, বিমলে মৃত্যুৰ কৰাল ৰূপক সদায় বিদ্ৰূপ কৰিছিল। সি মূল্য দিছিল জীৱনৰ মহিমাময় কালটোৰ ওপৰত হে। আৰু সেই কাৰণেই জীৱনৰ সকলো সমস্যাক ফঁহিয়াই চাবলৈ সি সদায় ব্যগ্ৰ আৰু সচেষ্ট আছিল। সঁচাকৈয়ে বিমলে জীৱনক হে ভাল পাইছিল। জীৱনক ভাল পাইছিল কাৰণেই মৃত্যুক উপেক্ষা কৰি মানৱতাৰ শত্ৰুদলৰ ওপৰত সি জঁপিয়াই পৰিছিল। কিন্তু বিনা অস্ত্ৰে সাম্প্ৰদায়িক সংঘৰ্ষৰ জুই নুমাবলৈ গৈ সি নিজেই যে সেই জুইৰ দ্বাৰা নিঃশেষ হৈ গ'ল। দুৰ্ব্বৃত্তসকলেতো বিমলৰ উদাৰ অন্তৰখনৰ কোনো মূল্য নিদিলে।

এৰা তাক কোনোবা এজন দুৰ্ব্বৃত্তই দমদমত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষত খুন কৰিলে। অলপ পলমকৈ হলেও পুলিচে দুঃসম্বাদটো কল্পনাক দিছিলগৈ। লগে লগে বিমলৰ জেপত পোৱা অজিতৰ চিঠিখনৰ খামটোত তেজৰ দাগ দেখি কল্পনাই চিঞৰ মাৰি মাটিত ঢলি পৰিছিল।

দুৰ্য্যোগ-কালত কল্পনাৰ ওচৰত আকৌ কুসুম থিয় হ'লগৈ। কল্পনাৰ কেঁচুৱাটো কুসুমে কোলাত তুলি ললে। জৰুৰী টেলিগ্ৰামখন কল্পনাৰ নাম দি কুসুমেই অজিতলৈ পঠাইছিল—সেইখন জৰুৰী টেলিগ্ৰামত কিবা এটা বিপদৰ গোন্ধ অজিতে পাইছিল যদিও সি বিমলৰ মৃত্যুৰ কথাটো একেবাৰেই ভাবিব পৰা নাছিল। কলিকতালৈ গৈ নতুন ৰূপত কল্পনাক দেখি অজিত অবাক বিস্ময়ত স্তব্ধ হৈ গৈছিল। কল্পনাৰ সেই সংযত শোকৰ কৰুণ মুখখনি অজিতৰ সমুখত এতিয়া আকৌ ভাহি উঠিছে। এইদৰে স্মৃতিৰ ভৰেৰে মনটো অজিতৰ গধুৰ হৈ উঠোঁতেই দুৱাৰ-মুখৰপৰা কোনোবাই মাতিলে—

"শইকীয়া?"



সমুখত কল্পনাক দেখি অজিত উচাপ্ খাই উঠিল। ভুল হোৱা নাইতো? লগত দেখোঁ কুসুমো আহিছে, কুসুমৰ কোলাত কল্পনাৰ কেঁচুৱাটো। কলিকতাৰপৰা আহিবৰ সময়ত শুভাকাঙ্ক্ষী অভিভাৱক এজনৰ দৰে অজিতে কল্পনাক কুসুমৰ ওচৰত গতাই থৈ আহিছিল। সেয়ে কিজানি কুসুমে কল্পনাক এতিয়া ঘূৰাই লৈ আহিছে এই দুদিনৰ পিছতে তাৰ ওচৰলৈ। কলিকতাত এদিন কুসুমে কল্পনাৰ কেঁচুৱাটিক সাবটি কোলাত তুলি লৈ এবাৰ কোৱা তাৰ মনত আছে—'সংসাৰৰ মায়া মই যিমানেই এৰিব খুজি আঁতৰিছোঁ, সিমানে দেখোঁ সংসাৰে মোক খেদি হে ফুৰিছে।' সেই মায়াৰ বন্ধন এতিয়া ছিঙিব মনেৰে কুসুমে আকৌ কল্পনাক ঘূৰাই দিবলৈ অহা নাইতো? নাই নাই, সেইকথা কেনেকৈ সম্ভৱ? বিমল তাৰ অন্তৰঙ্গ বন্ধু হব পাৰে। সেইবুলি বন্ধু-পত্নীক সি তাৰ ঘৰত স্থান দিব কেনেকৈ? সেয়ে সি বহাৰপৰা উঠি কল্পনাইতলৈ চাই কৈ উঠিল—

"হঠাৎ এনেকৈ? ঘৰ কেনেকৈ উলিয়ালে?"

"মানুহক সুধি। খবৰ দিব নোৱাৰিলোঁ। আপোনাৰ অসুবিধা হলেও হব।" কল্পনাই সহজভাৱে কৈ ভিতৰলৈ সোমাই আহি অজিতৰ বিচনাখনতে বহি পৰিল অলপ ক্লান্তভাৱে।

"অসুবিধা কিয় হব? মাল-বস্তুখিনি?"

"বেগ এটা মাত্ৰ।" কুসুমে কলে। কুসুম তেতিয়াও থিয় হৈয়ে আছিল, কোলাৰ কেঁচুৱাটো কল্পনালৈ আগবঢ়াই দি কুসুমে আকৌ কলে—"ইয়াক তুমি লোৱা। মই বস্তুকেইটা আনো।"

"মই থাকোঁতে আপুনি কিয় যাব! বহক আপুনি।" অজিতে টেক্সিখনৰপৰা বস্তুখিনি লৈ আহিলগৈ। টেক্সিৱালাটোক পইচা দি কুসুম আকৌ অজিতৰ পাছে পাছে ভিতৰ সোমালহি। অজিতে বস্তুখিনি থৈ কাম কৰা লৰাটো বিচাৰি ব্যস্ত হ'ল।

"তুমি ইমান ব্যস্ত হৈছা কিয়? আমি চাহ-তাহ খায়েই আহিছোঁ। অলপ-পৰ কল্পনাই জিৰাওক। তাৰপিছত বস্তিইতৰ তাত আমাক তুমি থৈ আহিবাগৈ।"

"কিয় ইমান লৰালৰি কৰিছে?"

"যাওঁ তালৈকে। ইয়াত একো নকৰিবা তুমি। আমাৰ লগতে তুমিও আজি তাতে চাহ-ভাত যি হয় খাবা।"

কুসুমৰ প্ৰস্তাৱত কল্পনা আৰু অজিত দুয়ো হাঁহিলে। কল্পনাই কেঁচুৱাটোক হাত ফুৰাই মৰম কৰিলে। কিন্তু সেই মৰমত শান্ত নহৈ কেঁচুৱাটোৱে তাণ্ডৱকৈ কান্দি উঠিল। অজিতৰ কোঠালিটো কেঁচুৱাৰ কান্দোনেৰে ভৰি পৰিল। অজ্ঞান পুলকত হঠাতে অজিতৰ মনটো তৃপ্তিৰে ভৰি গ'ল। কল্পনা থিয় হৈ আনটো কোঠালিলৈ কেঁচুৱাটোক লৈ গ'ল গাখীৰ খুৱাবৰ মনেৰে।

"তুমি বাৰু বিমলৰ খবৰটো বন্তিক দিছিলা নেকি?" কল্পনা উঠি যোৱাৰ পিছত কুসুমে সৰু মাতেৰে লাহেকৈ অজিতক সুধিলে।

"নাই দিয়া। কিয়?"

কুসুমক উত্তৰ দিয়াৰ লগে লগেই এটি নতুন প্ৰশ্নই অজিতৰ মনটো খন্তেকলৈ খেলিমেলি লগাই দিলে। কুসুমেও বাৰু জানে নেকি বিমল-বন্তিৰ কথা কিবা?

"বন্তিলৈ খবৰটো মই দিয়া নাছিলোঁ। আৰু এইকেইদিন কল্পনাই কালৈকো চিঠি-পত্ৰ লিখাই নাই।"

"কিবা লিখিছে নেকি বন্তিয়ে সেই বিষয়ে?" বৰ উৎসুক হৈ অজিতে সুধিলে।

"মনত তাই কিবা এটা আঘাত পাইছে বুজিছা? অলপ সময়ৰ পৰিচয় যদিও বিমলক তাই বৰ শ্ৰদ্ধা কৰিছিল বুলি মই জানো। খোলাকৈও একো লিখা নাই। আহমদ ককাইদেউৰ এখন টেলিগ্ৰাম পালোঁ—হঠাতে বন্তি শোকাকুল হৈ উঠিছে আৰু মোক বৰকৈ বিচাৰিছে বুলি। সেই কাৰণে অলপ চিন্তাত আছোঁ। অৱশ্যে আহমদ ককাইদেৱে মোক বহুদিনৰপৰা মাতি আছে। তেওঁৰ লগতো মোৰ দেখা-সাক্ষাৎ হোৱাই নাই।"

কুসুমৰ কথা শুনি অজিত অলপ ৰ লাগি ৰ'ল। কিবা এটা গভীৰভাৱে চিন্তা কৰিলে, তাৰপিছত কলে—"বন্তিৰ অসুখ-বিসুখ হোৱা নাইতো?"

"অসুখ-বিসুখ হোৱা নাই। অভিমানী ছোৱালী। দেউতাকে বৰ মৰমত তুলিলে। মনটো কিন্তু তাইৰ বৰ সৰল। অকপট মৰম পালে তাই আৰু একো নিবিচাৰে।"

"সেইখিনিতেই মস্কিল সৰল মানুহৰ লগত।" অজিতে গম্ভীৰভাৱে কলে।

"একো মস্কিল নহয়। সৰল মানুহ অলপ অঁকৰাও হয়। অঁকৰাৰ জেদ ভাঙিবলৈ কিমান সময় লাগে?"



"কিহৰ বা জেদ? আপুনি নকয় নহয়।"

"এহ্ নকবা। তই বোলে বিয়া-বাৰু নকৰায়।" কুসুমে গৌৰৱতে হাঁহিলে।

"সেইটো সম্পূৰ্ণ ব্যক্তিগত কথা আকাশ্ববতিধ।" কথাষাৰ কৈ অজিত গহীন হৈ পৰিল। কল্পনাও সমুখত থিয় হ'লহি। কল্পনাই টোপনি যোৱা কেঁচুৱাটো অজিতৰ বিচনাখনত শুৱাই দিলেগৈ। গাঁৰু দুটাৰে দুয়োফালে কেঁচুৱাটো বেৰি দি মুখখন মাত্ৰ উলিয়াই থলে। অজিত থিয় হৈ কেঁচুৱাটোলৈ চাই সুধিলে—"নাম বাৰু ইয়াৰ কি থলে?"

"নাম আৰু কি থম?" কল্পনাৰ কথাত ভিতৰৰ ব্যথাৰ সুৰটো বাজি উঠিল।

"'অমল।" কুসুমে পাছফালৰপৰা কলে। অজিতে ভাবিলে—বিমলৰ সন্তান অমল। বেছ নামটো। অমল ধুনীয়াও হৈছে বিমলৰ দৰেই। লগে লগে দুলাললৈও মনত পৰিল তাৰ। অজিতে ভাবিলে—দুলাল বৈশাখীৰ লৰা। বৈশাখীয়ে যে কৈছিল—'আপুনি দেখোঁ বন্তিবাইদেউক চাদী কৰিব পাৰে?' অজিত অকণমান সচকিত হ'ল! এনেতে কাম কৰা লৰাটোৱে দুকাপ চাহ আৰু এখন প্লেটত অলপ বিস্কুট আনি টেবুলখনতে থৈ গ'ল।

"আপোনালোকে চাহ খাওকচোন। মই এতিয়াই আহিম—" বুলি অজিত খৰখৰকৈ বাহিৰলৈ ওলাই গ'ল।...

ভিতৰত বন্তি জলোৱা সময় হ'লহি। আহমদ এতিয়াও ঘূৰি নাহিল। আজি আবেলিতে স্কুলৰ কথাত মিঃ আহমদ ওলাই গৈছে চাৰ্কিট হাউচৰ ফালে—গুৱাহাটীলৈ ডি. পি. আই. আহিছে বুলি শুনি। বাহিৰৰ ফুলনিখনতে বন্তি অকলে অকলে ঘূৰি ফুৰিছিল। ফুলনিৰ এটা চুকত ৰামসিঙে তেতিয়াও মাটি খুঁচৰি আছে। ফুল আৰু ফুলনি সম্বন্ধে বন্তিয়ে প্ৰায়ে ৰামসিঙৰ দুই-এটা প্ৰশ্নৰ উত্তৰ দিব লগা হয়। ৰামসিঙৰ সহজ প্ৰশ্নবোৰৰ উত্তৰ দি বন্তিয়ে আনন্দ উপলব্ধি কৰে। ভিতৰৰপৰা বাহিৰলৈ যোৱাৰ আনন্দত প্ৰায়ে এনেদৰে ৰামসিঙৰ প্ৰশ্নত বন্তিৰ মন উন্মুখ হৈ উঠে।

কিন্তু আজি যেতিয়া ৰামসিঙে মাটি খুঁচৰি খুঁচৰি বন্তিক সুধিলে—"বাইদেউ, আপুনি বাৰু কি ফুল আটাইতকৈ বেছি ভাল পায়?" বন্তিয়ে

অলপ অসুবিধা পালে—নিজৰ মনকে নিজে পৰীক্ষা কৰিব লগা হোৱাত। বন্তিয়ে আন দিনৰ দৰে টপৰাই উত্তৰ দিব নোৱাৰাত বুঢ়া ৰামসিঙে মাত্ৰ হাঁহিলে। বন্তিৰ উত্তৰলৈ অপেক্ষা নকৰি হাঁহি মাৰি আকৌ সি সুধিলে—"বাৰু বাইদেউ, হৰেক ৰকমৰ ৰং ফুলবোৰে ক'ৰপৰা পায়?" এইবাৰ ৰামসিঙলৈ সম্পূৰ্ণ আওকাণ কৰি বন্তিয়ে আকাশলৈ চালে—পশ্চিমুৱা আকাশখনো তেতিয়া নানা ৰঙে ৰঞ্জিত কৰি তুলিছিল। আকাশলৈ চাই চাই বন্তিয়ে ভিতৰলৈ যোৱাৰ কথা ভাবিলে। আটাইতকৈ ভাল লগা ফুলৰ সন্ধানত মনটো বন্তিৰ ব্যাকুল হৈ উঠিল। বন্তি একেবাৰেই কাৰাঙাত উঠিলগৈ। ৰামসিঙে মাটিৰপৰা মূৰ তুলি যেতিয়া বাৰাণ্ডাৰ ফালে চালে তেতিয়া সি দেখিলে বন্তি ভিতৰলৈ সোমাই গৈছে। পৰ্দাৰ ফাকেদি ওলোৱা বন্তিৰ নীলা চাদৰখনৰ অকণমান আঁচলখনিয়ে মাত্ৰ তাক ভৰাই তুলিলে—'এওঁ কোন? নীলা চাদৰ গাত মেৰিয়াই গুচি যোৱা সেই ছোৱালীজনী বাৰু কোন?' যুগে যুগে বুজিব নোৱাৰা দাৰ্শনিকৰ পুৰণি প্ৰশ্নটোৱে মালীটোৰ মনতো অকণমান পৰলৈ থলক লগালেহি। চিপৰাংখন হাততে লৈ ৰ লাগি ৰামসিঙে বাটলৈ চালে। তেনেতে সি মন কৰিলে—গাড়ীৰপৰা কোনোবা কেইজনমান নামিছে।

নিজক বিচাৰি গৈ ভিতৰত বন্তি বহিলগৈ। চকু মুদি তাই দেখিলে—সমুখত যেন অকূল পাথাৰাৰ বেদনাৰে গভীৰ। এটি উৎসৰ্গৰ ভাবেৰে এই পাৰাৱাৰৰ পাৰত থিয় হৈ পূবলৈ চাই থকাৰ বাহিৰে বন্তিৰ আৰু কোনো উপায় নাছিল।

"বাইদেউ আহকচোন, কোন আহিছে চাওকহি।" মালীটোৱে বাহিৰৰপৰা মাতিলে। বন্তিৰ স্তব্ধতা ভাঙি গ'ল। বাহিৰৰ কোঠালিটোলৈ ওলাই আহিবলৈ নৌপাওঁতেই কুসুম আৰু কল্পনা সমুখত থিয় হ'লগৈ।

"মা দেখোঁ, কল্পনা বাইদেউও। আৰু কোন আহিছে?" আগবাঢ়ি গৈ বন্তিয়ে কুসুমৰ ভৰি দুটাত সেৱা কৰিলে। তাৰপিছত কল্পনাৰ কোলাৰপৰা অমলক কোলাত লবলৈ আগবাঢ়ি গ'ল।

"শইকীয়াও আহিছে।" কল্পনাই কলে।

"বিমল ককাইদেউ?"

"কি হৈছে বন্তি, তই নাজান নেকি?" অপ্ৰস্তুত হৈ কুসুমে কলে।



"কি হ'ল মা? কিয় এনে কৰিছা?"

"বিমল যে এই পৃথিৱীত নাই, খবৰটো পোৱা নাই? বিমলৰ মৃত্যু হৈছে।"

"কি কথা?" বুলি বন্তিয়ে কল্পনাক হাতখনত জোৰেৰে খামোচ মাৰি ধৰিলে। কেঁচুৱাটো নিজৰ কোলালৈ আনি কল্পনাই এটি দীঘলীয়া নিঃশ্বাস এৰি দিলে, তাৰপিছত কলে—"শইকীয়া বাহিৰত বহি আছে। মোতকৈও তেওঁ আজি বেছি অকলশৰীয়া, যোৱা তেওঁক মাত দিয়াগৈ বন্তি।"

অজিতৰ মনৰ বেদনা উপলব্ধি কৰি বন্তি সঁচাকৈয়ে অভিভূত হৈ পৰিল সেই মুহূৰ্ত্ততে। তথাপি বন্তি অজিতৰ ওচৰলৈ ওলাই যাব নোৱাৰিলে। মনৰ কোণত লুকাই থকা অভিমানবোৰে আকৌ উকি মাৰি বন্তিক বাধা দিলেহি। খন্তেকতে বন্তি কঠোৰ হৈ উঠিল। নাই নাই, সেইটো কেনেকৈ হব? অজিতৰ লগত সকলো সম্বন্ধ ছিঙিব লাগিব যেতিয়া অজিতক সান্ত্বনা দিবলৈ তাই যাব কেনেকৈ?

"তেওঁ অকলে অকলে বহি আছে। যা বন্তি মাত দেগৈ।" কুসুমে কলে। বন্তিয়ে কোনোমতে লৰচৰ নকৰা দেখি কুসুমেই ওলাই গ'ল বাহিৰলৈ।

মুখৰ অস্বাভাৱিক কঠোৰতালৈ লক্ষ্য কৰি কল্পনাই বন্তিক আকৌ ওচৰলৈ টানি আনি মৰমেৰে কলে—

"কি হৈছে ভাই? কিয় তুমি এনে কৰিছা? শইকীয়াৰ লগত তোমাৰ কাজিয়া লাগিছে নেকি?"

"কি লাগিব? একো লগা নাই।" বন্তিয়ে কলে।

"তেন্তে? ব'লা আমি বাহিৰলৈ যাওঁ।" কল্পনাই বন্তিৰ হাতখনত ধৰিলে।

"আহোঁ ৰ'বা—" বুলি বন্তি লৰালৰিকৈ বান্ধনি-ঘৰৰ ফালে হে সোমাই গ'ল। তাইৰ হঠাতে মনত পৰিল—কুসুমহঁতক যে চাহ এটোপাকে ইমান-পৰে দিয়া হোৱা নাই। কিন্তু বন্তি যি ভিতৰ সোমাল আৰু ওলাই নাহিল। ইতিমধ্যে আহমদ আহি উপস্থিত হোৱাত বাহিৰৰ কোঠালিটো কথা-বতৰা আৰু হাঁহিৰে মুখৰ হৈ উঠিছে। কুসুমৰ লগত আহমদৰ এয়ে প্ৰথম সাক্ষাৎ। কুসুমে এবাৰ কোৱা বন্তিয়ে স্পষ্ট শুনিছে—"পৰহিলৈ কলিকতালৈ যেনে তেনে উন্নতি যাবই লাগিব।" তাৰপিছত আটাইকেইজনৰ মাজত হোৱা

গুৰু-গম্ভীৰ আলোচনাৰ গুণ্ গুণনি এটা হে বন্তিৰ কাণত পৰিল। অস্পষ্ট হলেও সেই আলোচনা গাম্ভীৰ্য্যপূৰ্ণ বুলি তাঁই বাৰুকৈয়ে ধৰিব পাৰিলে।

অজিত বাহিৰৰপৰা গ'লহি। ভাত খাবৰ পৰত এবাৰ কুসুমে উলিয়ালে—

“অজিতক ইমানকৈ ভাত খাবলৈ ধৰিলোঁ, একোতে নেথাকিলে লৰাটো দেহি।”

“হয়তো, ময়ো বৰকৈ নধৰিলোঁ। আইজনীয়ে ওফোন্দ পাতি আছে, নহলে ময়ো এবাৰ কলোঁহেঁতেন।”

আহমদৰ কথাখিনি কল্পনাই বৰ উপভোগ কৰিলে; কিন্তু বন্তি গহীন হৈ থকাত কুসুমে মনতে ভাবিলে—কালিলৈ বা বন্তিৰ ওফোন্দ ভাঙে নে নাভাঙে? কল্পনাই মন কৰিলে বন্তিয়ে মতা নাই যদিও লাজৰ ভাব এটাই হে বন্তিৰ মুখৰ মাত হৰিছে।

পুৱাতে আগৰ দৰেই আজিও কুসুম সোনকালে উঠিছে। বন্তিক জগাই দি গা ধুবলৈ কৈছে। গা ধুই উঠিলত তুলসী-তলত পানী দিয়াৰ কথা বন্তিক সোঁৱৰাই দিবলৈও কুসুমে পাহৰা নাই। বহুদিনৰ মূৰত কুসুমৰ মাতৃ-হৃদয়ৰ পুনৰ পৰশ পাই পুৱাতে বন্তিৰ মনটো উৎফুল্ল হৈ উঠিল। ৰ'দজাকো ইমান জল্‌মলীয়া হৈ উঠিছে আজি। গুণ্ গুণাই বন্তিয়ে ইটো-সিটো কাম কৰি ফুৰিছে মনৰ আনন্দতে।

তাৰ মাজতে কল্পনাই এবাৰ বন্তিক ওচৰলৈ মাতি আনি তাইৰ ভিজা চুলিখিনি ফণিয়াবলৈ ধৰিলে—ধুনীয়াকৈ খোপা এটা বান্ধি দি মূৰত দুই-এপাহ ৰঙালী ফুল গুজি দিলে। এযোৰ বন-কৰা পাটৰ কাপোৰ হাতত লৈ কুসুমো বন্তিৰ ওচৰ পালেহি—নিজ হাতেৰে কুসুমে বন্তিক কাপোৰযোৰ পিন্ধাই দিবলৈ। বন্তিয়ে বাধা নিদিলে। দুই-এপাহ সামান্য গহনাও কুসুমে বন্তিৰ কাৰণে কলিকতাৰপৰা লৈ আহিছিল। সেইখিনি পিন্ধাই দিবলৈ ওলাওঁতে গিয়াচুদ্দিন আহমদ ভিতৰ সোমাই আহিল।

“বৰ ধুনীয়াজনী হৈছে আই। মোৰ হে একো দিয়া নহ'ল।” আহমদে নাতিনীয়েকৰ মুখলৈ চাই কলে।

“আপোনাৰ আশীৰ্ব্বাদেই যথেষ্ট। ওচৰতে থাকিব যেতিয়া আপুনি তাইক নিতৌ নতুন নতুনকৈ সজাই থাকিব পাৰিব। ঘৰ-বাৰী সকলো নাতিনীৰ নামত লিখা-পঢ়া কৰা দেখোঁ হৈ গ'ল।” কুসুমে কলে।



“তথাপি আজিৰ দিনত মই কিবা এটা দিব লাগিব। ল আই, এইটোৱেই মই তোক দিছোঁ। তোৰ শিৰৰ সেন্দুৰ অক্ষয় হওক।” আহমদে সেন্দুৰৰ টেমাটো হাতত তুলি দিয়াত বন্তি চমকি উঠিল। ইমান-পৰে বন্তিয়ে ভাবি আছিল—কুসুমে তাইক বহুদিনৰ মূৰত [illegible] মৰমেৰে সাজ-পাৰ পিন্ধাইছে। বন্তিয়ে এতিয়া কিবা এটা সঙ্কেতত চাৰিওফালে এবাৰ চালে। ক'তা কোনো নাই। কোনোবা আহিছে নেকি বাৰু? কাৰোবাৰ চৰণৰ ধ্বনি দেখোঁ হৃদয়ত বাজি উঠিছে। সেই পৰিচিত চৰণৰ ধ্বনি—যি ধ্বনি কতদিন ধৰি পুৱা-গধূলি তাই মনৰ গোপন কোণত শুনি আহিছে। বন্তি সজাগ হোৱাৰ লগে লগে পদূলিত হৰ্ণ শুনা গ'ল।

“সেয়া অজিত বোপা আহিল হব পায়! আপোনালোকৰ হ'ল নহয়?” আহমদে কলে।

“আমি ওলাওঁ। বেছি পৰ নহয়। সোনকালে ওলাম।” কুসুমে উত্তৰ দিলে।

“বেলি নকৰিব।” বুলি আহমদে খৰখৰকৈ বাহিৰলৈ ওলাই গ'ল।

“মা কি হৈছে? কি কৰিছা তোমালোকে—মই একো বুজি পোৱা নাই। মোক তোমালোকে একো কোৱা নাই কিয়?” বন্তিয়ে সুধিলে।

“তই বুজি পাইছ বুলি আমি সকলোৱে ধৰি লৈছোঁ। আজিৰ শুভকাৰ্য্যৰ বাবে তোৰ মতামত লোৱাৰ অৱসৰ পোৱা নাই যদিও, তই একো আপত্তি নকৰ বুলি জানো। আমি এতিয়া কোৰ্টলৈ যাম তোক লগত লৈ।”

“কিয় মা?”

“তোৰ আৰু অজিতৰ মিলনক সামাজিক স্বীকৃতি দিবলৈ।”

“আমাৰ মিলন! কি কৈছা মা? যি মিলনক নিজৰ মনেই স্বীকৃতি দিব পৰা নাই অতদিনে, সেই মিলনক কোৰ্টে স্বীকৃতি দিব কেনেকৈ মা? অসম্ভৱ, মই কেতিয়াও যাব নোৱাৰোঁ তোমালোকৰ লগত।”

“আহা কল্পনা আইদেউ, তেখেতক আহিবলৈ কোৱা।” আহমদে বাহিৰৰপৰা মাতিলে।

খন্তেকতে কুসুম, কল্পনা আৰু আহমদ তিনিও অজিতে অনা গাড়ীখনত উঠিলগৈ। গাড়ীত উঠিবলৈ যাওঁতে কুসুমে অজিতক কিবা এটা নিৰ্দেশ দি গ'ল। কুসুম উঠাৰ লগে লগে গাড়ীখন চলিবলৈ ধৰিলে।

আহমদৰ নিজা গাড়ীত অজিত আৰু বন্তি যাব—এইটো ঠিক কৰা আছিল। অজিতে বন্তিক লৈ যাবলৈ ভিতৰত সোমাল। বন্তি স্তব্ধ হৈ আছিল যদিও অজিতৰ উপস্থিতি অনুভৱ কৰি-খন্তেকতে তাইৰ ভিতৰফালটো চঞ্চল হৈ উঠিল। দীঘল আইনাখনৰ সমুখত বন্তি থিয় হৈ আছে। কাষলৈ গৈ সেই আইনাখনতে পোনতে অজিতে বন্তিৰ প্ৰতিবিম্ব দেখিলে—এজনী কইনাৰ মুখৰ লাজুকী আভাই যেন গোটেইখন দাপোণতে ৰিবা এটি আভাস সানি হে দিছে।

বন্তিৰ চকুলৈ চাই অজিতে এইবাৰ কলে—"ব'লা আমি যাওঁ। এটা নিৰ্দ্দিষ্ট সময়ত শুভকাৰ্য্য সমাপন হব লাগিব।"

একো কব নোৱাৰি বন্তি তলমূৰকৈ বৈ থাকিল। কুসুমৰ নিৰ্দ্দেশলৈ মনত পেলাই অজিতে সেন্দুৰৰ টেমাটো হাতত লৈ নিজ আঙুলিৰে বন্তিৰ কপালত এটি তিলক আঁকি দিলে, শিৰতো অকণমান সেন্দুৰ লেপি দিলে। লগে লগে এটি নতুন শিহৰণত আকাশবন্তি দোঁ-খাই অজিতৰ দুই ভৰিত উবুৰি হৈ পৰিল। বন্তিৰ চকুৰ দুটোপাল পানীয়ে অজিতৰ চৰণ-ধূলি ধুৱাই দিলে। সেই শীতল স্পৰ্শই অজিতৰ মনত এটি স্নিগ্ধ ভাব জগাই তুলিলে। অজিতে মূৰত হাত থৈ বন্তিক তুলি ধৰিলে। দুয়োৰো প্ৰাণত মিলনৰ বন্তিগছি জ্বলি উঠিল—দুয়ো গৈ গাড়ীখনত উঠিল।

ড্ৰাইভাৰে এবাৰ মাত্ৰ পাছলৈ ঘূৰি চাই গাড়ী ষ্টাৰ্ট দিলে।

* * *



## চিনাকি

: আমাৰ প্ৰকাশিত আৰু পৰিৱেশিত সাহিত্য-সম্ভাৰ :